# ভাৰতৰ শাসন নীতি



## প্ৰথম ভাগ



শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা বি, এ,
'জাজী হাইস্কুল'
অসম।

প্রকাশক
শ্রীবিনন্দ চন্দ্র বৰুৱা
টীয়ক
অসম।

দাম—প্ৰথম ভাগ ॥৵০
দ্বিতীয় ভাগ ॥৵০
সম্পূৰ্ণ ১।০

কলিকতা
৮৫নং অপাৰ চাৰকুলাৰ ৰোডৰ
'ভাৰতমিহিৰ' প্ৰেছত
শ্ৰীযুগলচৰণ দাসৰ দ্বাৰা মুদ্ৰিত।

# সূচী

## প্ৰথম ভাগ




# নিবেদন

কলিকতা বিশ্ববিদ্যালয়ৰ নতুন নিয়ম অনুসৰি 'ভাৰতৰ শাসন নীতি'ও প্ৰৱেশিকা পৰীক্ষাৰ কাৰণে পঢ়িব লগীয়া বিষয় হৈছে। ছাত্ৰই পঢ়াৰ বাহিৰেও বৰ্ত্তমান যুগত এই বিষয়ৰ চৰ্চ্চা সকলোৰে আৱশ্যক হৈ পৰিছে। এনে বিধৰ কিতাপ লিখা শক্তি আমাৰ বিশেষ নাথাকিলেও আগৰ পৰাই এই বিষয়ৰ পুথি এখনি প্ৰণয়ন কৰিবৰ ভাব আছিল। বিশ্ববিদ্যালয়ে এই বিষয় প্ৰৱেশিকা-পাঠ্য তালিকা ভুক্ত কৰাত ভবা কথাটো সোনকালেই কাৰ্য্যত পৰিণত হল। এই নিঃকিন চেষ্টাৰ দ্বাৰা পঢ়ুৱৈ সকলৰ কিঞ্চিৎ উপকাৰ হলেও আমাৰ শ্ৰম সাৰ্থক হব। লগত কলিকতা বিশ্ববিদ্যালয়ৰ এখন পাঠ্য তালিকা দিয়া হল, যতদূৰ সম্ভৱ সেই পাঠ্য তালিকা অনুসৰিয়েই পুথি খনি যুগুত কৰা হৈছে। পাঠ্যতালিকাত থকাতকৈ পুথিত কিছু বহলোৱা হৈছে কাৰণ আভিগুৰি ভাল কৈ নাজানিলে খাই কথাটো বুজা টান হৈ পৰে। বুজিবৰ কাৰণে সকলোখিনি চকুফুৰাই চাই আৱশ্যকীয় খিনি ললেই হব, বেছি হৈ থকা খিনি কিতাপৰ পাতত পৰি থাকিব, সেই বিলাকে কাকো অপকাৰ নকৰে বৰং অলপ ভালকৈ জানিবলৈ ইচ্ছা কৰা সকলে ভাল পাব, স্থান অনুসৰি নপঢ়ি এৰি যাব পৰা বিষয় দুই চাৰি বন্ধনিৰ ভিতৰতো দিয়া হৈছে। এই পুথিত কোনো কোনো ৰাজনীতি বিষয়ক ইংৰাজী শব্দৰ প্ৰতিশব্দ দিয়া টান হৈ পৰিছে, আশাকৰো এই বিষয়ৰ চৰ্চ্চা এইদৰে আৰম্ভ হোৱাৰ নিমিত্তে সোনকালে সেই বিলাকৰ উচিত সমাধান হব। ছাত্ৰ সকলৰ সুবিধাৰ নিমিত্তে এই পুথিৰ কিছু ১ম আৰু ২য় ভাগত ভগোৱা হৈছে, কিছু সম্পূৰ্ণ অৱস্থাত প্ৰকাশ কৰা হৈছে। মূল্য হিচাপে আৰু পাঠ্য হিচাপে ১ম, ২য় ভাগ আৰু সম্পূৰ্ণ পুথিৰ পাৰ্থক্য

একো নাই। নৱম মান শ্ৰেণীত যতদূৰ পঢ়াব পৰা সম্ভৱ তাতোকৈ বেছি পাঠ্য বিষয় প্ৰথম ভাগত দিয়া হৈছে। এই পুথিখন লিখিবলৈ লৈয়ো এৰাপৰিছিল, এনে অৱস্থাত শ্ৰদ্ধাস্পদ ডাক্তৰ শ্ৰীযুত দেৱেশ্বৰ ভট্টাচাৰ্য্যদেৱে, উৎসাহ আগ্নি দি লিখিবলৈ বাধ্য কৰালে, গতিকে পুথি আমি হাতেৰে লিখিলেও উদ্যোগ তেখেতৰ, সেই বাবে তেখেতৰ ওচৰত আমি ধৰুৱা। আমাৰ এসময়ৰ প্ৰিয় ছাত্ৰ আৰু বৰ্ত্তমান একে সুখ দুখৰ ভাগী সহকৰ্ম্মী স্নেহাস্পদ শ্ৰীমান ৰামপ্ৰসাদ খাওণ্ড বি, এ ই হাতে লিখা কাকত বিলাক চাই দিয়াত বৰ উপকাৰ হল। ভগৱন্তই তেওঁক সৰ্ব্বতো ভাবে উন্নতি কৰক। বন্ধুবৰ শ্ৰীযুত কালীপ্ৰসাদ বৰঠাকুৰে প্ৰথম ভাঙৰণ প্ৰকাশ কৰিবলৈ গাত লৈ উৎসাহ দি আৰু শুকান ছেওৰাবো ৰস উলিয়াব পৰা মৰমৰ ভাই শ্ৰীমান শিৱপ্ৰসাদ বৰুৱাই কলিকতাত কিতাপখন ছপা কৰিবলৈ নি তৎচুৰ্ত্তি হেকৰাই আমাক অশেষ উপকাৰ কৰিলে। বৰঠাকুৰ দেৱৰ ওচৰত আমি কৃতজ্ঞ আৰু শ্ৰীমান শিৱ আমাৰ আন্তৰিক আশীৰ্ব্বাদ পাবৰ গৰাকী। যাৰ নামত কিতাপখন অৰ্পণ কৰা হল তেখেতক এই বিষয়ে সমূলি একোকে কাণত খেলোৱা নাই। ভৰসা এয়েই: তেখেতে সদায় অনেক দোষ ক্ষমা কৰাৰ দৰে, দোষ হলে ইয়াকো ক্ষমা কৰিব। যেয়েটিও, অটাই পিটাই ধূলি মাকট গুছাই লৈ দেশৰ আৰু দহৰ কামত লগাব পৰা শক্তি তেখেতক ভগৱন্তই দিছে। তেখেতে এনেবোৰ নিবিচাৰিব পাৰে কিন্তু আমাৰ মনে দিবলৈ বিচাৰি ফুৰে। শেহত অসমৰ শিক্ষাগুৰু সকলৰ ওচৰত বিনীত নিবেদন এই যে, তেখেত সকলে যেন এই নিঃকিনক উৎসাহ দি পুথিখনৰ এশ এটা দোষ ক্ষমা কৰি গ্ৰহণ কৰে আৰু দ্বিতীয় তাঙৰণ উলিয়াব পৰিলে গাত শুধৰাব পৰাকৈ যেন দোষ বিলাক দেখুৱাই দিয়ে। আমাৰ এই পুথি প্ৰণয়ন কৰোতে ১৯৩৫ চনৰ ভাৰত গৱৰ্ণমেণ্টৰ শাসন সংস্কাৰ আইন, চাইমন কমিচনৰ ৰিপৰ্ট আৰু দুই চাৰিখন সৰু সুৰা ৰিপৰ্টৰ বাহিৰে তলত দিয়া পৰম শ্ৰদ্ধাস্পদ পণ্ডিত মহোদয় সকলৰ পুথিৰ

সহায় লোৱা হৈছিল। বোম্বাইৰ গৱৰ্ণমেণ্ট আইন কলেজৰ অধ্যাপক আৰু আইন ব্যৱসায়ী শ্ৰীযুক্ত জি, এন, যোছী এম এ, এম, এল, বি,; কলিকতা বিশ্ববিদ্যালয়ৰ অৰ্থনীতি আৰু ৰাষ্ট্ৰনীতিৰ অধ্যাপক শ্ৰীযুত খগেন্দ্ৰনাথ সেন এম, এ; শ্ৰীযুত কালীপ্ৰসাদ সেন বি, এ; কলিকতা বিশ্ববিদ্যালয় আৰু বিদ্যাসাগৰ কলেজৰ অধ্যাপক শ্ৰীযুত বিনয়ানন্দ বন্দোপাধ্যায় এম, এ, কলিকতা হাইকৰ্টৰ এডভোকেট গ্ৰন্থকাৰ শ্ৰীযুত অক্ষয় কুমাৰ ঘোষ বাৰ, এট, ল; কলিকতা বিশ্ববিদ্যালয়ৰ বুৰঞ্জীৰ অধ্যাপক পূজনীয় গুৰুদেৱ শ্ৰীযুত ত্ৰিপুৰাৰি চক্ৰৱৰ্ত্তী এম, এ, কলিকতা সিটি কলেজৰ বুৰঞ্জী আৰু ৰাষ্ট্ৰবিজ্ঞানৰ অধ্যাপক শ্ৰীযুক্ত নৰেশচন্দ্ৰ ৰায় এম, এ, পি, এচ, ডি। বুৰঞ্জীৰ সহায় চিৰাপ আগেয়ে নিজে পঢ়া পুথিৰ উপৰি, কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক শ্ৰদ্ধাস্পদ মৰমৰ বন্ধু শ্ৰীযুত বিৰিঞ্চি কুমাৰ বৰুৱা এম, এ বি, এল্ দেৱৰ সুলিখিত বুৰঞ্জীৰ পৰাও থাককতে সমস্তো সহায় লৈছো। ওপৰোক্ত সুধী বৃন্দলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনালো। ইতি

২৮ জুলাই ১৯৩৮<br>অচ্যুত ভৱন, টীয়ক<br>অসম

বিনীত

**শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা**

# কিতাপ প্ৰকাশৰ বিষয় কব লগীয়া

'ভাৰতৰ শাসন নীতি' ঝাঁজীৰ স্বনাম ধন্য বৰঠাকুৰ পৰিয়ালৰ ৺কালীনাথ বৰঠাকুৰৰ উৎসাহত লিখা হৈছিল। তেখেতে এই পুথি প্ৰকাশ কৰাৰ ভাৰ লৈছিল। দুখৰ বিষয় এই পুথি প্ৰকাশ কৰা কাৰ্য্যত বিশেষ আগ বাঢ়িবলৈ নৌ পাওতেই তেখেতে ২৫.৯১৩৮ তাং পুৱা আমাক এৰি গুচি গল। মৃত্যুৰ সময়ত তেখেতৰ বয়স মাত্ৰ ৩৮ বছৰ। ঝাঁজীৰ পণ্ডিত ৺লম্বোদৰ বৰঠাকুৰৰ তিনি পুত্ৰ ৺জীৱেশ্বৰ বৰঠাকুৰ শ্ৰীযুত যজ্ঞেশ্বৰ বৰঠাকুৰ আৰু শ্ৰীযুত দেৱেশ্বৰ বৰঠাকুৰ, তিনিও জনেই বিদ্যোৎসাহী উদ্যোগী পুৰুষ, বৰ্ত্তমান ঝাঁজীৰ উন্নতিত তেখেত সকল আৰু তেখেত সকলৰ পৰিয়ালৰ দান বৰ বেছি। শ্ৰীযুত যজ্ঞেশ্বৰ বৰঠাকুৰ 'জ্যোতিষ ৰত্ন সংগ্ৰহৰ' লিখক, ৺কালীনাথ বৰঠাকুৰ ৺জীৱেশ্বৰ বৰঠাকুৰৰ ২য় পুত্ৰ আছিল। ডেকা বৰঠাকুৰে সদীয়াৰ পৰা বিশেষ লাভবান কাম এৰি আহি ঝাঁজীত স্বাধীন কাৰবাৰত ধৰি বিদেশীয়ে সাধাৰণতে আমাৰ দেশত যিবোৰ কামকৰি লাভবান হয় সেইবোৰ কামত ধৰি ডেকা দলক আদৰ্শ দেখুৱায়। তেখেতৰ নিচিনা সৰলবহি আৰু সৰ্ব্বজনপ্ৰিয় ডেকা বৰ কম দেখিবলৈ পোৱা যায়। তেখেতৰ আত্মাৰ সদগতি কামনা কৰি এই 'ওপৰঞ্চি কথা কিতাপৰ লগত সংযোজিত কৰিব লগীয়া হল। ইতি—

লিখক আৰু প্ৰকাশক

টীয়ক

ঝাঁজী

হাইস্কুলৰ অন্যতম প্ৰতিষ্ঠাতা আৰু

অধ্যক্ষ, আজীৱন শিক্ষা ব্ৰতী, স্বধৰ্ম্ম

নিষ্ঠ, উদাৰ, নৰনাৰায়ণৰ সেৱক

সৰ্ব্বজনপ্ৰিয়, নীৰৱ আৰু

অক্লান্ত কৰ্ম্মী

# শ্ৰীযুত হেমনাথ শৰ্ম্মা দেৱৰ

কৰ কমলত এই পুথি

আন্তৰিক শ্ৰদ্ধাৰে

সৈতে অৰ্পণ

কৰিলোঁ

—শ্ৰীবিনন্দ—

## ভাৰত-শাসন-নীতিৰ কলিকতা বিশ্ব বিদ্যালয়ৰ পাঠ্য তালিকা

ঐতিহাসিক ইতিবৃত্ত—বেপাৰী সঙ্ঘ হিচাপে ইষ্ট ইণ্ডিয়া কোম্পানী ইষ্ট ইণ্ডিয়া কোম্পানীৰ ৰাজ্য—দেৱানি লাভ—১৭৭৩ চনৰ ৰেগুলেটিং এক্ট—১৭৮৪ চনৰ পিটচ্ ইণ্ডিয়া এক্ট—চিপাহী বিদ্ৰোহ আৰু ইংলণ্ডৰ ৰাজশক্তিৰ তলত ভাৰতবৰ্ষ—১৮৬১ চনৰ ইণ্ডিয়া কাউন্সিল এক্ট—১৮৯২ চনৰ আইন—১৯০৯ চনৰ মৰ্লি মিণ্টো সংস্কাৰ—১৯১৭ চনৰ আগষ্ট মাহৰ ঘোষণা—মণ্টেগো চেমচ্‌ফৰ্ড ৰিপৰ্ট—১৯১৯ চনৰ গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া এক্ট—১৯৩৫ চনৰ গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া এক্ট।

ভাৰতমন্ত্ৰী আৰু তেওঁৰ পৰামৰ্শ দাতা সকল—ভাৰত গৱৰ্ণমেণ্ট—গৱৰ্ণৰ জেনেৰেল আৰু সম্ৰাটৰ প্ৰতিনিধি—ভাৰত যুক্তৰাষ্ট্ৰ—যুক্তৰাষ্ট্ৰীয় কাৰ্য্য নিৰ্ব্বাহক সভা—মন্ত্ৰীসভা—ৰাজ্যৰক্ষা—ধৰ্ম্মসম্বন্ধীয় ব্যৱস্থা—বৈদেশিক ব্যৱস্থা আৰু শাসন বহিভূত অঞ্চল—গৱৰ্ণৰ জেনেৰেলৰ বিশেষ দায়িত্ব—কাৰ্য্যকৰী বিভাগ—সৈন্য বাহিনী—চেক্ৰেটৰিয়েট।

যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভা—ইয়াৰ গঠন আৰু কাম—দুইখন সভাৰ ভিতৰত সম্বন্ধ।

প্ৰাদেশিক গৱৰ্ণমেণ্ট—গৱৰ্ণৰ—মন্ত্ৰীসভ—প্ৰাদেশিক চেক্ৰেটৰিয়েট—শাসন বিভাগ—প্ৰাদেশিক ব্যৱস্থাপক সভা, প্ৰাদেশিক চৰ্কাৰৰ ওপৰত গৱৰ্ণৰ জেনেৰেলৰ কৰ্তৃত্ব। জিলাৰ শাসন ব্যৱস্থা—মহকুমা।

বিচাৰ বিভাগ—ৰাজ অমাত্যৰ বিচাৰ সভা—যুক্তৰাষ্ট্ৰীয় আদালত—উচ্চ আদালত—চৰকাৰী বিষয়াৰ ব্যৱস্থা।

অর্থ বিষয়ক—যুক্তৰাষ্ট্ৰীয় কেন্দ্ৰীয় চৰকাৰ আৰু প্ৰাদেশিক চৰকাৰ আয় ব্যয়—ভাৰতৰ চৰকাৰী ধাৰ।

ভাৰতীয় কৰদ-মিত্ৰ ৰাজ্য।

স্থানীয় স্বায়ত্ব শাসন—মিউনিচিপেল ব্যৱস্থাৰ আৰম্ভ—লৰ্ডমেয়ৰ প্ৰস্তাৱ—লৰ্ড ৰিপণৰ প্ৰস্তাৱ—মিউনিচিপেল্‌টি—ইমপ্ৰুভমেণ্ট ট্ৰাষ্ট—জিলা বৰ্ড—আন গাৱঁলী বৰ্ড—স্থানীয় আৰ্থিক বিষয়—স্থানীয় বৰ্ড বিলাকৰ প্ৰধান আয়ৰ উপায়—প্ৰধান খৰচৰ বাট।

—— ——




# ভাৰতৰ শাসন নীতি

## আগকথা

ভাৰতবৰ্ষ অতি পুৰণি দেশ। ভাৰতৰ ৰাজ্য স্থাপন শাসন-নীতি আদিৰ প্ৰাচীনত্বৰ বিষয় বুৰঞ্জী পাঠক মাত্ৰেই অলপ জানে। আজি কালি যিবিলাক সভ্য জাতিয়ে শাসন নীতিৰ বিষয়ত আগ বঢ়ুৱা হৈ লোকক আদৰ্শ দেখুৱাব পৰা হৈছে; সেই জাতি বিলাক বননীয়া অৱস্থাত অজ্ঞান আন্ধাৰেৰে আচ্ছাদিত হৈ থাকোতেও ভাৰতত শাসন নীতিৰ চৰ্চ্চা অনেক আগ বাঢ়িছিল। ভাৰতত যেতিয়া বৈদিক-যুগৰ সভ্যতাৰ মহাশয়োভৱ, তেতিয়া পৃথিবীত ছুই চাৰিত ৰাজে, সভ্য জাতিৰ নামকে কৰলৈ নাই। ভাৰতৰ মহেঞ্জদাৰৰ সভ্যতা আৰু মিচৰৰ টুটেনখামেনৰ দিনৰ সভ্যতাৰ লগত তুলনা কৰিলে ফৰাচী দেশৰ গণতান্ত্ৰিক ৰাষ্ট্ৰ-চেতনা জাগ্ৰত হোৱা দিনৰ সভ্যতা, পৃথিবীৰ বুৰঞ্জীত পৰহিৰ কথা।

ভাৰতৰ ৰাজনৈতিক চেতনাৰ প্ৰাচীনত্ব।

বৈদিক যুগতে ভাৰতৰ ৰাজ-নীতি চৰ্চ্চাৰ আৰম্ভ হোৱাৰ কথা বুৰঞ্জীয়ে কয়। আৰ্য্যাবৰ্ত্তত ৰাজ্য বিস্তাৰ হোৱাৰ লগে লগে ৰাজনীতিৰ ক্ৰমোন্নতি সাধিত হৈছিল। মহাভাৰত, মনুসংহিতা আদি পুথিত ৰজা-প্ৰজাৰ কৰ্ত্তব্য আদিৰ বিষয় ভালকৈ বৰ্ণনা কৰা আছে। তাৰ পাচত মুছলমান যুগৰ কথা বাদ দি, অকল হিন্দু যুগত ধৰিলেও, এই বিষয়ৰ বহল চৰ্চ্চাৰ অনেক প্ৰমান পোৱা যায় আৰু সেই বিষয়ৰ অনেক পুথিও আছে। বৈদিক যুগত ৰজা প্ৰজাই নিৰ্ব্বাচন কৰাৰ কথা পোৱা যায়। বৰ্ত্তমান যুগৰ ৰাজনৈতিক সভ্যতাৰ উৎকৰ্ষতা,

গণমতৰ ওপৰত প্ৰতিষ্ঠিত শাসনকে বুলিব পাৰি। প্ৰায় সকলো দেশৰ শাসনেই গণমতৰ ওপৰত প্ৰতিষ্ঠিত হৈছে বা তেনে মতলৈ যোৱাৰ বাটত ক্ৰমে আগ বাঢ়িছে। পুৰণি কালত ভাৰতত লিচ্ছবি বিলাকে প্ৰজাতন্ত্ৰ শাসন প্ৰণালী চলাইছিল। সৌৰাষ্ট্ৰ আৰু কাম্বোজ আদিতো এনে শাসন তন্ত্ৰ থকাৰ প্ৰমাণ পোৱা যায়। আন বহুত ৰাজ্যত কম বেছ গণমতৰ ওপৰত প্ৰতিষ্ঠিত শাসনেই চলিছিল বুলি কব পাৰি। কাৰণ, ভাৰতৰ পুৰণি কালত ৰজাই সদায় নিজ ইচ্ছামতেই ৰাজ্য শাসন কৰিছিল এনে নহয়। ৰজাৰ মন্ত্ৰী, সভা, কৰ্ম্মচাৰী আদি আছিল। তেওঁ বিলাকৰ আৰু প্ৰজা সাধাৰণৰ সহায়, সহানুভূতি, মতামত আদিৰ ওপৰত নিৰ্ভৰ কৰিহে ৰজাই সুকলমে ৰাজ্য চলাব পাৰিছিল। প্ৰজা-সাধাৰণ একত্ৰিত হৈ ৰজা ভঙা-পতা কৰাৰ কথাৰো অনেক প্ৰমাণ পোৱা যায়। আমাৰ অসম দেশত ইংৰাজ অহাৰ আগতো মন্ত্ৰী-সভা, কৰ্ম্মচাৰী আৰু প্ৰজাৰ মতামতৰ ওপৰত ৰাজ-বিষয় কেনেকৈ প্ৰতিষ্ঠিত হৈছিল তাক বুৰঞ্জীৰ পৰা ভালকৈ বুজিব পাৰি, এইদৰে মহাৰাষ্ট্ৰা শিখ আদিৰ ৰাজ্য শাসন প্ৰণালীতো এনে অনেক ৰাজনৈতিক উৎকৰ্ষতাৰ প্ৰমাণ পোৱা যায়।

গণমতৰ ওপৰত প্ৰতিষ্ঠিত ৰাষ্ট্ৰ-চেতনা।

হিন্দু যুগত সৰু সৰু ৰাজ্য বিলাক ডাঙৰ ডাঙৰ সাম্ৰাজ্যত ভুক্ত হোৱাত শাসন কাৰ্য্য ক্ৰমে জটিল হৈ আহিল। সেই কাৰণে ৰাজনীতি চৰ্চ্চাৰো পৰিসৰ ক্ৰমে বৃদ্ধি হৈ আহিবলৈ ধৰিলে। মুছলমান যুগত ৰজা সকলে ৰাজ্য বিস্তাৰ কৰাৰ লগে লগে ৰাজ্যত শৃঙ্খলা লগাই যাবলৈ যথেষ্ট চেষ্টা কৰিছিল। প্ৰাদেশিক শাসন কৰ্ত্তা সকলে অনেক নিয়ম কাৰণৰ মাজত থাকি দেশ শাসন কৰিব লাগিছিল। কেন্দ্ৰীয় শাসনৰ মূল সম্ৰাট, আৰু প্ৰাদেশিক শাসনৰ মূল বিষয়া সকলৰ ভিতৰৰ সম্বন্ধ, কৰ্ম্মচাৰী সকলৰ ক্ষমতা আদি ভাগ কৰোতে ভালেখিনি শাসন

নীতিৰ কথা আলোচনা কৰিব লাগিছিল। হিন্দু যুগত অশোক, চন্দ্ৰগুপ্ত, মুছলমান যুগত আকবৰ চেৰচাহ আদিৰ শাসনপদ্ধতিৰ সুফল বুৰঞ্জীয়ে দেখিবলৈ পায়।

ভাৰতবৰ্ষ খনক যেনেকৈ এখন দেশ বুলিব পাৰি, সেইদৰে ইয়াক এখন মহাদেশো বুলিব পাৰি। ইউৰোপ আদি মহাদেশত বেলেগ বেলেগ দেশ বুলি ধৰা, সৰু সৰু পৃথক ৰাজ্য বিলাকৰ জাতি, ধৰ্ম্ম, ভাষা আদিৰ যেনে পাৰ্থক্য, ভাৰতৰ প্ৰদেশ বিলাকৰ ভিতৰত তেনে বা তাতকৈ বেছি পাৰ্থক্য দেখিবলৈ পোৱা যায়। সেই বিলাক দেই হ'ক লাগে মুঠতে ভাৰতবৰ্ষক এখন দেশ বুলিয়েই ধৰা হৈছে।

ভাৰতৰ একতা।

এই গোটেই দেশখন একেটা শাসনৰ তলত ৰাখিবলৈ যত্ন কৰাও নতুন নহয়। বুৰঞ্জীয়ে ভালকৈ কব পৰা ছোৱাত অশোক, চন্দ্ৰগুপ্ত, আকবৰ আদিৰ এই চেষ্টা প্ৰায় কাৰ্য্য কৰি হৈ উঠিছিল যদিও সম্পূৰ্ণ হোৱা নাছিল। এইদৰে, ভাৰতৰ ৰাজ নৈতিক একতাৰ নিমিত্তে চেষ্টা কৰা সকলৰ চেষ্টা প্ৰায় কৃতকাৰ্য্য হৈছিল যদিও, সি একেবাৰে অনেক দিনীয়া নাছিল। ভাৰতত ইংৰাজ ৰাজ্য স্থাপন হোৱাত এই চেষ্টা সম্পূৰ্ণ হৈ উঠিছে বুলি কব পাৰি। বেলেগ বেলেগ শাসন পদ্ধতিৰ কৰদ-মিত্ৰ ৰাজ্য বিলাক আছে যদিও, মূলতে সকলো ইংৰাজ চৰ্কাৰৰ তলত, এইদৰে একে শাসনাধীন হোৱাত, ইংৰাজী ভাষাও ৰাজভাষা হিচাপে, বিভিন্ন ভাষা ভাষী, বিভিন্ন জাতি-ধৰ্ম্মৰ মানুহৰ ভিতৰত প্ৰচলিত হোৱাত, গোটেই ভাৰততে ক্ৰমে এটা একতাৰ ভাব আহি পৰিছেহি। মুছলমান ৰাজত্বত সৰৱৰহী ভাষা হিচাপে উৰ্দ্দু ভাষা গ্ৰহণ কৰিছিল যদিও, উৰ্দ্দুৱে বৰ্ত্তমান ইংৰাজী ভাষাই কৰা কাম, অন্ততঃ মুছলমান সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হোৱা প্ৰদেশ বিলাকতো কৰিব পৰা নাছিল। তাৰাৰ উপৰিও যি বিশাল ভাৰতবৰ্ষত ইমূৰৰ পৰা সিমূৰলৈ, ইখন প্ৰদেশৰ পৰা সিখন প্ৰদেশলৈ, দুৰ্লঙ্ঘ্য পৰ্ব্বত, পাহাৰ, নদ, নদী, হাবি-বন আদি অতিক্ৰম কৰি অহা যোৱা

কৰা দুৰুহ আছিল, বাতবিৰে আদান-প্ৰদান কষ্ট সাধ্য আছিল; সেই ভাৰতবৰ্ষতে বৰ্ত্তমান বিজ্ঞানৰ অনুগ্ৰহত ৰেল, জাহাজ, বিমান, ডাক, বিজুলী ডাক আদিৰ প্ৰচলনত অতি ওঁচৰৰ ঠাই নিচেই ওচৰ হৈ পৰিছে; অতি দূৰৰ বাতৰি ক্ষন্তেকতে পাব পৰা হৈছে। এই বিলাকৰ দ্বাৰা প্ৰদেশ বিলাকৰ ভিতৰত একতা-ভাব বৃদ্ধি হৈছে, এইদৰে বৰ্ত্তমান অনেক জাতিৰ সমন্বয়ত ভাৰতীয় জাতি বুলি পৰিগণিত হোৱা, একে শাসন, একে আশা আকাঙ্ক্ষা আৰু একে অভাৱ অভিযোগৰ তলৰ ভাৰতবৰ্ষই, ইংৰাজৰ আগমনৰ পৰা কেনে শাসন তন্ত্ৰৰ তলত আছে, এই শাসন কেনেদৰে চলিছে, ইয়াৰ উন্নতি ক্ৰমে কেনেদৰে সাধিত হৈ বৰ্ত্তমানৰ অৱস্থা প্ৰাপ্ত হৈছে, তাক চোৱাই আমাৰ বৰ্ত্তমান উদ্দেশ্য।

একতাৰ অনুকুল বৰ্ত্তমান সভ্যতা।

মোগল সম্ৰাট আউৰংজেবৰ মৃত্যুৰ পাচৰ পৰাই, মোগল সাম্ৰাজ্য ভাগিবলৈ আৰম্ভ কৰে। মোগল সম্ৰাজ্যৰ ঠাইত অনেক সৰু সৰু মুছলমান, ৰাজপুত, শিখ, মহাৰাষ্ট্ৰী আদিৰ ৰাজ্য স্থাপন হয়, মোগল সম্ৰাজ্য ধ্বংশৰ পাচতে ভাৰতত মহাৰাষ্ট্ৰী জাতিয়েই নতুন সম্ৰাজ্য গঠন কৰাৰ আশা দেখা গৈছিল, কিন্তু শেষত সি হৈ নুঠিল। মোগল সম্ৰাট সকলৰ দিনৰ পৰাই কেবাটাও ইউৰোপীয় জাতিয়ে যুটীয়া বাণিজ্য প্ৰতিষ্ঠান গঠন কৰি ভাৰতৰ লগত বেপাৰ বাণিজ্য কৰিবলৈ আৰম্ভ কৰে। এই জাতি বিলাকৰ ভিতৰত শেহত ফৰাচী আৰু ইংৰাজেই বিশেষ প্ৰতিষ্ঠা লাভ কৰি, অনায়াসে ভাৰতৰ ৰাজনৈতিক চক্ৰত সোমাই পৰে। সৰ্ব্বশেষত ইংৰাজে ফৰাচীকো পাচ পেলাই থৈ ক্ৰমে বেপাৰৰ পৰিবৰ্ত্তে ৰাজ্য শাসন, যুদ্ধ-বিগ্ৰহ আদিত জড়িত হৈ গোটেই ভাৰত নিজ শাসনৰ তলতীয়া কৰে।

ভাৰতীয় শক্তিৰ পতন আৰু ইংৰাজৰ অভ্যুথান।

---

# প্ৰথম আধ্যায়

## বুৰঞ্জী মূলক ইতিবৃত্ত

**বিভিন্ন যুগ।** আগতে কোৱা হৈছে ইংৰাজ ভাৰতলৈ অহাৰ প্ৰথম আৰু প্ৰধান উদ্দেশ্য বাণিজ্য কৰা। ৰাজ্য স্থাপন কৰা সমূলি উদ্দেশ্য নহয়। ঘটনাৰ পাক চক্ৰত হে ব্যৱসায়ৰ কাৰণে অহা ইংৰাজে ভাৰতত ৰাজ্য স্থাপন কৰি বহিল। ১৬০০ খৃষ্টাব্দত ইষ্ট ইণ্ডিয়া কোম্পানী ভাৰতলৈ অহা দিনৰে পৰা বৰ্ত্তমান কাললৈকে, বাণিজ্য বিস্তাৰ আৰু ৰাজ্য বিস্তাৰ কৰা যুগটোকে, শাসন তন্ত্ৰৰো ক্ৰম বিকাশ অনুসৰি পণ্ডিত সকলে কেবাটাও ভাগত ভগাইছে। ভাৰতৰ শাসনৰ বিষয়ে লিখোতা পণ্ডিত চি, পি, ইলবাৰ্টে এই ক্ৰম বিকাশৰ যুগটোক তিনি ভাগত ভগাইছে। আন আন কোনো কোনো পণ্ডিতে এই কাল ছোৱাক চাৰি ভাগ কৰিলেহে সুবিধা বুলি কয়, আমিও কালছোৱা চাৰি ভাগত ভগাই লবলৈ চেষ্টা কৰিম।

১৬০০ খৃষ্টাব্দৰ পৰা ১৭৬৫ খৃষ্টাব্দলৈকে কোম্পানীৰ বাণিজ্য বিস্তাৰ যুগ। এই যুগত কোম্পানীয়ে ইংলণ্ডৰ ৰজাৰ পৰা অনুমতি পত্ৰ বা চনদ লৈ ভাৰতত বাণিজ্য বিস্তাৰ কৰিছিল।

১৭৬৫ খৃষ্টাব্দৰ পৰা ১৮৫৮ খৃষ্টাব্দলৈকে দ্বিতীয় যুগ। এই যুগত কোম্পানীৰ কতৃত্ব ক্ৰমে কমি আহে আৰু ইংলণ্ডৰ পাৰ্লিয়ামেণ্টে আৱশ্যক অনুসৰি মাজে মাজে এক্ট বা আইন প্ৰণয়ন কৰি ভাৰতত শাসন আৰু বেপাৰ বাণিজ্য আদি চলোৱাৰ নিৰ্দ্দেশ দিয়ে।

১৮৫৮ খৃষ্টাব্দৰ চিপাহী বিদ্ৰোহৰ পাচৰ পৰাই ভাৰতত কোম্পানীৰ ৰাজত্বৰ অন্ত পৰে। তেতিয়াৰ পৰাই তৃতীয় যুগ আৰম্ভ হয়। কোম্পানীৰ

ৰাজত্ব শেষ হলত ইংলণ্ডৰ অধিপতি ভাৰতৰো অধিপতি হয় আৰু পাৰ্লিয়ামেণ্টে পোন-পটীয়াকৈ ভাৰত শাসন কৰিবলৈ লয়। তেতিয়াৰ পৰাই ক্ৰমে ভাৰতীয় লোকৰ সহায়ত আৰু পৰামৰ্শত ভাৰত শাসন কৰাৰ নীতি অনুসৰণ কৰা হয়। ১৯১৯ চনত এই যুগৰ অন্ত পৰে।

শাসন তন্ত্ৰৰ ক্ৰম বিকাশৰ ভাগ।

১৯১৯ চনৰ আইনে, ভাৰতৰ শাসন কাৰ্য্য আংশিক ভাবে ভাৰতীয় লোকৰ হাতত দিবলৈ থিৰ কৰি ক্ৰমে এই ক্ষমতা বেছিকৈ ভাৰতৰ মানুহৰ হাতত দিয়াৰ নীতি অনুসৰণ কৰে। এই যুগতে ভাৰতক বৃটিছ সম্ৰাজ্যৰ ভিতৰক ৰাখি ক্ৰমে ক্ৰমে আন উপনিবেশ বিলাকৰ দৰে সম্পূৰ্ণ স্বায়ত্ব শাসন দিয়াৰ ইচ্ছাও জনোৱা হয়। ১৯৩৫ চনত স্বায়ত্ব শাসন দিয়াৰ উদ্দেশ্য সিদ্ধিৰ নিমিত্তে মহা-মন্ত্ৰিকৈ ভাৰত শাসনৰ এক নতুন আইন প্ৰৱৰ্ত্তিত হয়।

## ভাৰতৰ লগত পাশ্চাত্য জাতিৰ বেহা-বেপাৰ।

অতি প্ৰাচীন কালৰ পৰাই ইউৰোপ, আফ্ৰিকা আৰু এচিয়াৰ আন দেশ বিলাকৰ লগত ভাৰতৰ বেহা-বেপাৰ চলি আছিল। বিশেষকৈ আৰব সদাগৰ সকলেই অনেক দিনলৈকে ভাৰত আৰু ইউৰোপৰ পণ্য আদান প্ৰদান কৰিছিল। অনেক কালৰ পাচত হে ইউৰোপৰ মানুহে নিজে পোণ পটীয়াকৈ বেপাৰ কৰিবলৈ ধৰিছিল। আৰব বিলাকে ভাৰতৰ পৰা অতি সস্তাত বস্তু কিনি নি ইউৰোপত অনেক গুণ বেছি দৰত বেছাৰ নিমিত্তেই, ইউৰোপৰ বেপাৰী বিলাকে নিজে ভাৰতৰ লৈতে বাণিজ্য কৰিবলৈ মন কৰিলে। *

* 'ইষ্ট ইণ্ডিয়া কোম্পানী'ৰ গঠন হোৱাৰ ঠিক আগতে ভাৰতৰ পৰা আমদানি কৰা জলকীয়াৰ দাম বঢ় চৰিছিল। যথাৰ্থ আৰব সদাগৰ বিলাকে অতিশয় লাভৰ কাৰণে এনে কৰিছিল বুলি ভাবি ইংৰাজ বেপাৰী বিলাকৰ চিন্তা চেষ্টা লাগি ভাৰতৰ লগত পোনে পোনে বেপাৰ কৰিবৰ কাৰণে কোম্পানী খুলিবলৈ থিৰ কৰিলে।

আগেয়ে ইউৰোপ আৰু এচিয়াৰ বেপাৰ-বাণিজ্য স্থল পথে দিনিয়েই চলিছিল, কিন্তু পূৰ্ব্ব ৰোমান সম্ৰাজ্য পতনৰ পাচৰ পৰাই টুৰ্কী বিলাক প্ৰতাপী হৈ উঠিল আৰু পূৰ্ব্বতে যি বিলাক দেশৰ মাজেদি বেহা-বেপাৰ চলাচল কৰিছিল, সেই বিলাকৰ অনেক অংশ টুৰ্কীৰ দখললৈ আহিল। * বেপাৰী বিলাকৰ ওপৰত টুৰ্কী বিলাকে চাৰকৈ কৰ কাটিল লগোৱাত বা অন্য অসুবিধাত ইউৰোপৰ মানুহে, বেপাৰ বাণিজ্যৰ সুবিধাৰ নিমিত্তে ভাৰতলৈ সুবিধাজনক জলপথ আৱিষ্কাৰ কৰিবলৈ উঠি-পৰি লাগিল। এনে আশা আকাঙ্খাৰ বশৱৰ্ত্তী হৈয়ে, ইউৰোপৰ কেবাটাও জাতিৰ সাহসী নাৱিক সকলে, প্ৰাণৰ মায়া তুচ্ছজ্ঞান কৰি, এনে আৱিষ্কাৰত লাগি গ'ল। এইদৰে ১৪ শতিকাৰ পৰা ১৬ শতিকালৈকে ইউৰোপত নতুনকৈ উন্নতিৰ যুগে দেখা দিলে। ইয়াৰ ফলতেই আমেৰিকা আদি দেশ আৱিষ্কৃত হল। ১৪৯৯ চনত পৰ্তুগীজ নাৱিক ভাস্কদাগামাই আফ্ৰিকাৰ দাতিয়ে দিনি ঘূৰি, উত্তমাশা অন্তৰীপ হৈ আহি দক্ষিণ ভাৰতৰ কালিকট পায়হি। তেতিয়াৰ পৰাই সেই বাটে দিনিয়েই ভাৰত আৰু পশ্চিম ইউৰোপৰ ভিতৰত বেহা বেপাৰ চলে। এই সময়ত পৰ্তুগীজ শক্তি ভালকৈ বিস্তাৰ হয়। এই শক্তি অলপ দিনৰ ভিতৰতে স্পেনে গ্ৰাস কৰিলে। স্পেনৰ বাঢ়ি অহা শক্তিৰ লগত ইংলণ্ড আৰু হলেণ্ডে যেৰ মাৰিলে। এইদৰে জাতি বিলাকৰ ভিতৰত শত্ৰুতালি প্ৰায় মুগুচা হল। প্ৰবল প্ৰতাপী স্পেন আৰু পৰ্তুগীজ পূৰ্ব্ব সাগৰত অবাধ বাণিজ্য কৰাৰ অন্তৰায় মিলিল। এনে

ইউৰোপ আদিৰ লগত ভাৰতৰ পৌৰাণিক বাণিজ্য।

ইউৰোপীয় নাবিকৰ জল পথ আৱিষ্কাৰ

* ১৪৫৩ চনত তুৰ্কী বিলাকে কনষ্টাণ্টিনোপল আৰু তাৰ চৌপাশে থকা ৰাজ্য দখল কৰে।

অৱস্থাত ইউৰোপৰ সদাগৰ বিলাকে ব্যক্তিগত ভাৱে বেপাৰ চলাবলৈ টান হল। বেপাৰী বিলাকে বেপাৰ চলোৱা অন্যান্য জাতি বিলাকৰ লগতো যে সদায় শান্তিত চলিব পাৰিছিল এনে নহয়। এই বিলাক কাৰণতে বেপাৰী বিলাক সঙ্ঘ-বদ্ধ হবলৈ বাধ্য হল আৰু ৰাজ শক্তিৰো পৃষ্ঠ পোষকতাৰ আৱশ্যক হল। সেই নিমিত্তেই নিজ দেশৰ ৰজাৰ অনুমতি-পত্ৰ বা চনদ লব লগাত পৰিছিল। এনে চনদত বান্ধি দিয়া নিয়মৰ তলত থাকি সঙ্ঘ বিলাকে বেপাৰ চলাইছিল।

সঙ্ঘ-বদ্ধ ইউৰোপীয় বেপাৰী

১৪ শতিকাৰ মাজৰপৰা ১৬ শতিকালৈকে ইউৰোপত যি বিলাক বাণিজ্য প্ৰতিষ্ঠান গঠিত হৈছিল, তাৰ ভিতৰত পৰ্তুগীজ বেপাৰীৰ দ্বাৰাই গঠিত হোৱা বাণিজ্য সঙ্ঘই প্ৰথম; তাৰ পাচত ক্ৰমে ডেনমাৰ্ক, ইংলণ্ড আৰু ফৰাচী দেশৰ বেপাৰী বিলাকে এনে প্ৰতিষ্ঠান গঠন কৰে।

**ইংৰাজ সদাগৰী সঙ্ঘ গঠন—বাণিজ্য যুগ ঃ—** ১৫৯৯ চনত ইংলণ্ডৰ ভালেখিনি লোক গোট খাই ভৰতবৰ্ষৰ লৈতে বাণিজ্য চলাবলৈ এটা সদাগৰী সঙ্ঘ গঠন কৰি "লণ্ডন ইষ্ট ইণ্ডিয়া কোম্পানী" নাম দিয়ে আৰু তেতিয়াৰ ইংলণ্ডেশ্বৰী ৰাণী এলিজাবেথৰ অনুমতি পত্ৰ বিচাৰে, * সেই সময়ত স্পেন বৰ ক্ষমতাশালী আছিল। এনে ৰাজ অনুমতি প্ৰাপ্ত ইংৰাজ সদাগৰী সঙ্ঘই পূৰ্ব্ব সাগৰত বেপাৰ চলাই স্পেনৰ বেপাৰত প্ৰতিদ্বন্দিতা কৰিলে যুদ্ধ বিগ্ৰহ হোৱাৰ ভয়ত প্ৰথমতে ৰাণীয়ে এনে অনুমতি নিদিছিল যদিও পোন্ধৰ মাহৰ পাচত অনুমতি পত্ৰ দিবলগীয়া হল। ইয়াৰ পাচৰ পৰাই

লণ্ডন ইষ্ট ইণ্ডিয়া কোম্পানী

* কোম্পানীৰ সভ্য সংখ্যা কোনো কোনোৰ মতে ২১৭ আৰু কোনো কোনোৰ মতে ২২০ বুলি লিখিছে।

এই কোম্পানীয়ে ভাৰতবৰ্ষৰ লগত বাণিজ্য চলাবলৈ ধৰে। বাণীৰ চনদ অনুসৰি কোম্পানীয়ে ১৫ বছৰৰ নিমিত্তে বেপাৰ কৰাৰ, কোম্পানী চলিবৰ নিমিত্তে নিয়ম গঠন কৰাৰ আৰু আৱশ্যক অনুসৰি কৰ্ম্মচাৰী নিযুক্ত কৰা বা গুচোৱাৰ ক্ষমতা পালে। ১৫ বছৰলৈ এই চনদ বাহাল থাকি ১৫ বছৰৰ মূৰত ইয়াৰ পুনৰ বিবেচনা কৰাৰ কথা আৰু ইয়াৰ ভিতৰতে কোম্পানীৰ কাম বিশেষ বেয়া দেখিলে দুবছৰৰ আগতে জাননী দি চনদ প্ৰত্যাহাৰ কৰাৰ কথাও থাকিল। ১৬০৯ চনত ৰজা প্ৰথম জেমচে, তিনি বছৰৰ আগতে ৰজাই জাননী দি চনদ উঠায় লব পৰাৰ চৰ্ত্তত কোম্পানীৰ চনদ স্থায়ী কৰি দিলে। এইদৰে সময়ে সময়ে কোম্পানীয়ে চনদ পাই আছিল আৰু তাৰ লগে লগে কম বেছ ক্ষমতাও পাইছিল। ১৬৬৯ চনৰ ৰজা দ্বিতীয় চাৰ্লচৰ চনদ অনুসৰি কোম্পানীয়ে নিজে সৈন্য সংগ্ৰহ কৰি সম্পত্তি ৰখা, নিজৰ টকা পইচা মাৰি লোৱা, দুৰ্গ সজা, ৰাজ্য দখল কৰা আৰু নিজৰ অধিকাৰভুক্ত ঠাইত বিচাৰ কৰা ক্ষমতা পায়।

বাণী এলিজাবেথৰ চনদ বা অনুমতি পত্ৰ।

সম্ৰাট জাহাঙ্গিৰে ১৬১৩ চনত ইংৰাজক চুৰাটত বেপাৰৰ কুঠি সাজিবলৈ আদেশ দিয়ে। ঠিক এই সময়তে বিখ্যাত ইংৰাজ দূত চাৰ টমাচ ৰোৰ চেষ্টাত ইংৰাজে ভাৰতৰ অনেক ঠাইত বেপাৰ কৰিবলৈ সুবিধা পায়। ১৬১৬ চনত মচলিপট্টমত বেপাৰৰ কুঠি পতা হয়; ১৬৩৩ চনত ভাৰত সম্ৰাট চাজাহানে উৰিষ্যাৰ পিপলা বন্দৰৰ ভিতৰেদি ইংৰাজক বঙ্গদেশৰ সৈতে বেপাৰ কৰিবলৈ অনুমতি দিয়ে। ১৬৪০ চনত কোম্পানীয়ে কৰমণ্ডল উপকূলৰ চন্দ্ৰগিৰি ৰাজ্যৰ ৰজাৰপৰা, মাদ্ৰাজ নামৰ এখন সাগৰৰ পাৰৰ মাছমৰীয়া মানুহৰ গাঁৱ কিনি তাত 'চেণ্ট জৰ্জ্জ' নামৰ এটা দুৰ্গ সাজে। ব্ৰাইটন নামৰ এজন ইংৰাজ বেজৰ অনুৰোধ মতে ১৬৫০ চনত সম্ৰাট চাজাহানে বঙ্গদেশৰ হুগলিত বেপাৰৰ কোঠ পাতিবলৈ অনুমতি দিয়ে।

ভাৰতত ইংৰাজৰ বেপাৰৰ কোঠ নিৰ্ম্মাণ।

ইংলণ্ডৰ ৰজা দ্বিতীয় চাৰ্লচে ১৬৬১ চনত পৰ্তুগালৰ ৰাজ কন্যাক বিয়া কৰায়। আগেয়ে পৰ্তুগীজৰ অধিকাৰত থকা বোম্বাই দ্বীপ যৌতুক স্বৰূপে পায়। ৰজা চাৰ্লচে এই বোম্বাই নিজে নাৰাখি বছৰে এটা নিৰ্দ্দিষ্ট খাজনাত কোম্পানীক দিয়ে। ইয়াতো ইংৰাজৰ এটা বাণিজ্য কেন্দ্ৰ হয়। ১৬৭৬ চনত দ্বিতীয় চাৰ্লচে অনুমতি দি বোম্বাইত এটা টাকশাল পতাই টকা পইচা ইত্যাদি কৰাৰ দিহা কৰে। ১৬৯০ চনত সম্ৰাট আউৰেংজেবৰ পৰা অনুমতি লৈ ইংৰাজে কলিকতাত * কেন্দ্ৰ কৰি বাণিজ্য চলাবলৈ ধৰে আৰু তাত 'ফোৰ্ট উইলিয়ম' নামে এটা দুৰ্গ সাজে। ওপৰত উল্লেখ কৰা কোঠ আৰু দুৰ্গ বিলাকৰ উপৰিও ক্ৰমে কলিকতা মাদ্ৰাজ আৰু বোম্বাইক কেন্দ্ৰ কৰি বহুত সৰু সৰু বেপাৰৰ কোঠ স্থাপিত হয়। ১৬৯৩ চনত কোম্পানীৰ আৰু এখন ৰাজকীয় চনদৰ মতে চনদ বিলাক আকৌ কুৰি বছৰীয়া ম্যাদত পোৱাৰ নিয়ম হয়। সেই একে চনদৰ মতেই পালিয়ামেণ্ট সভাই বিৰোধ নকৰিলে ভাৰতবৰ্ষ বা পৃথিবীৰ যেই সেই ঠাইতে ইংৰাজে বেপাৰ বাণিজ্য চলোৱাৰ ক্ষমতা পায়।

১৬৯৮ চনত তৃতীয় উইলিয়মৰ ৰাজত্ব কালত "ইংলিচ ইষ্ট ইণ্ডিয়া" নামেৰে আৰু এটা কোম্পানী গঠিত হয়। এই নতুনকৈ হোৱা কোম্পানীৰ লগত পুৰণি কোম্পানীৰ প্ৰতিদ্বন্দিতা আৰু মনোমালিন্য চলে। দুয়োটা ইংৰাজৰ কোম্পানীয়ে প্ৰতিদ্বন্দিতা কৰি বাণিজ্য নষ্ট কৰিবলৈ যোৱা দেখি ইংলণ্ডৰ শুভাকাঙ্খী লোক সকলৰ মন বিচলিত হল। এনে লোক সকলৰ চেষ্টাত ১৭০৮ চনত দুয়োটা কোম্পানী গোটখাই 'ইউনাইটেড ইষ্ট ইণ্ডিয়া কোম্পানী' বা সম্মিলিত পূৰ্ব্ব ভাৰতীয় বাণিজ্য সঙ্ঘ স্থাপিত হল।

ইউনাইটেড ইষ্ট ইণ্ডিয়া কোম্পানী।

---

* বেপাৰী সকলৰ অধ্যক্ষ জব চাৰ্ণকে, চুতানুটি, গোবিন্দপুৰ আৰু কালিকট নামৰ তিনিখন গাঁৱৰ জমিদাৰী বছৰি ১২০০ টকা মহেৰেকীয়া খাজনাত কিনি তাৰ ওপৰত কলিকতা নগৰ পাতে।

আগেয়ে সম্ভৱ অংশীদাৰ বৰ বেছি নাথাকোতে, সকলো অংশীদাৰ মাজে মাজে গোটখাই কাম চলাব পাৰিছিল। এইদৰে গোটখোৱা অংশীদাৰৰ সম্মিলনক "হাউচ অৱ প্ৰপাইটাৰ্চ" বা মালিক সকলৰ সমষ্টি বুলিছিল। ক্ৰমে সম্ভৱ অংশীদাৰ বেছি হৈ যোৱাত এইদৰে মাজে মাজে সকলো গোটখাই কাম চলোৱা অসম্ভৱ হৈ উঠিল। সেই দেখি বছেৰেকৰ কাৰ্য্য চলাবৰ নিমিত্তে এজন গৱৰ্ণৰ বা অধ্যক্ষৰে সৈতে ২৪ জন সভ্যৰ এখন সভা গঠিত কৰা হল, অংশীদাৰ সকলে বছৰে বছৰে তেওঁবিলাকৰ ভিতৰৰ পৰা এই সভ্য সকল নিৰ্ব্বাচন কৰিদিয়ে, এই কাৰ্য্যকৰী সভাখনৰ নাম "কৰ্ট অৱ ডিৰেক্টাৰ্চ" অৰ্থাৎ নিৰ্দ্দেশ দাতা সকলৰ সমিতি আছিল।

আগতে কৈ অহা হৈছে পূৰ্ব্ব সাগৰত বেপাৰ কৰিবলৈ অহা জাতি বিলাকৰ ভিতৰত ভয়ঙ্কৰ প্ৰতিদ্বন্দিতা চলিছিল। ১৮ শতিকাত ডচ্ বিলকে * অধিকাৰ কৰা লঙ্কা দ্বীপ ইংৰাজে অধিকাৰ কৰে আৰু ডচ্ বিলাকৰ বেপাৰ বাণিজ্য পূৰ্ব্ব ভাৰতীয় দ্বীপ বিলাকত বিশেষকৈ আৱদ্ধ হয়। ক্ৰমে পৰ্ত্তুগীজ বিলাকৰো গোটাচেৰেক বেপাৰৰ কোঠৰ বাহিৰে ভাৰতত একো প্ৰতিপত্তি নাথাকিল। ডেনচ্ বিলাকে আকৌ ভাৰতলৈ অহা চিন স্বৰূপে ভাৰতত মাটি এচমকাও ৰাখিব নোৱাৰিলে। শেহত ইংৰাজ আৰু ফৰাচীৰ ভিতৰত বিশেষ ভাবে প্ৰতিদ্বন্দিতা চলিবলৈ ধৰিলে। সম্ৰাট আউৰেংজেৱৰ মৃত্যুৰ পাচত ভাৰতৰ ৰাজনৈতিক অৱস্থা শোচনীয় হৈ পৰে। সম্ৰাজ্যৰ বিভিন্ন ঠাইৰ শাসন কৰ্ত্তা আৰু ছুৱলীয়া ৰজা সকলে স্বাধীন ভাবে ৰাজ্য বিস্তাৰ কাৰ্য্যত লাগি গল। বিদেশী বেপাৰী বিলাকে ভাৰত সম্ৰাটৰ পৰা দেশত বাণিজ্য কৰিবলৈ যি ক্ষমতা পাইছিল, সেই ক্ষমতা নতুনকৈ হোৱা বিভিন্ন ঠাইৰ বিভিন্ন অধিপতিৰ পৰা পোৱা নোপোৱা একো ঠিক নাইকিয়া হল। এনেয়ে

* ইউৰোপৰ হলেণ্ড দেশৰ মানুহক 'ডচ্' বোলে। 'ডেনমাৰ্ক' দেশৰ মানুহক 'ডেনচ্' বোলে।

প্ৰতিদ্বন্দ্বিতা আৰু বিবাদ থকা ফৰাচী আৰু ইংৰাজৰ ভিতৰত ইউৰোপত ১৭৪৪ চনত যুদ্ধ লগাত ভাৰততো দুয়োটা জাতিৰ ভিতৰত প্ৰবল শত্ৰুতাই দেখা দিলে। এই বিলাক কাৰণতে নিজ নিজ বেপাৰ বাণিজ্য ৰক্ষা কৰিবলৈ, দুয়োটা জাতি ভাৰতৰ ৰাজনীতি ক্ষেত্ৰত ভালকৈ সোমাই পৰিল আৰু নিজ নিজ সৈন্য দল গঠন কৰাত লাগি গল।

ভাৰতত বেপাৰ কৰা অন্যান্য জাতিৰ পৰিণাম।

সেই সময়ত ফৰাচী সদাগৰী সঙ্ঘৰ অধ্যক্ষ স্বৰূপে ডুপ্লে নামৰ এজন চতুৰ আৰু বিচক্ষণ লোক আছিল। তেওঁ ভাৰতৰ ৰাজনৈতিক অৱস্থালৈ মন কৰি অন্ততঃ দক্ষিণ ভাৰততে এখন ফৰাচী ৰাজ্য স্থাপন কৰা আশাৰে কামত লাগি গৈছিল। কিন্তু ফ্ৰান্সৰ ৰজা ঘৰৰ পৰা উপযুক্ত, সহায় সহানুভূতি নোপোৱাত আৰু ইংৰাজ চৰ্কাৰৰ পৰা যথেষ্ট সহায় পাই ইংৰাজ কোম্পানীৰ ক্ষণ জন্মা পুৰুষ ক্লাইবে গা দিয়াত তেওঁৰ আশা পূৰণ নহল। ডুপ্লেই দক্ষিণাত্যত ৰাজ ক্ষমতাৰ কাৰণে যুদ্ধ বিগ্ৰহত লিপ্ত থকা দেশীয় ৰজা সকলৰ কোনো দলত যোগ দি উদ্দেশ্য সাধন কৰিবলৈ চেষ্টা কৰিছিল আৰু ইউৰোপত হোৱা ইংৰাজ-ফৰাচীৰ যুদ্ধকে চেলু লৈ ইংৰাজক ভাৰতৰ পৰা আঁতৰাবলৈ যত্ন কৰিছিল। প্ৰথম আৰু দ্বিতীয় কৰ্ণাটৰ যুদ্ধত ফৰাচীৰ শক্তি বিশেষ ৰূপে বৃদ্ধি পাইছিল কিন্তু কৰ্ণাটৰ তৃতীয় যুদ্ধত পৰাজিত হোৱাৰ দিন ধৰি ফৰাচীৰ শক্তি ক্ৰমে পৰি আহিবলৈ আৰু ইংৰাজৰ শক্তি ক্ৰমে চৰি আহিবলৈ ধৰে। শেহত খনচেৰেক ভাৰতীয় নগৰৰ বাহিৰে ফৰাচীৰ একো নাথাকিল। *

ডুপ্লে আৰু ক্লাইব।

* তৃতীয় কৰ্ণাটৰ যুদ্ধত ১৭৬০ চনত বান্দাবাছ ক্ষেত্ৰত ইংৰাজৰ হাতত ফৰাচী সৈন্য বিবয়ৰূপে খাটে। ইয়াৰ পাচৰ পৰা ফৰাচীয়ে ভাৰতত খুব দাঙিব নোৱাৰিলে। অতদিন ফৰাচীৰ শক্তিক প্ৰবল বুলি ভাবি ফৰাচীৰ ফলীয়া হৈ থকা নিজাম আদি ইংৰাজৰ ফলীয়া হয়।

## ৰাজ্য বিস্তাৰ আৰু বঙ্গদেশত কোম্পানীঃ—

১৬৩৩ চনৰ পৰা উৰিষ্যাৰ মাজেদি ইংৰাজে বঙ্গদেশৰ লগত বেহা বেপাৰ চলায়। তেওঁবিলাকে ১৬৫০ চনত হুগলিত কুঠি পাতে আৰু ১৬৯০ চনত কলিকতাতো কোঠ পাতি "ফোৰ্ট উইলিয়ম" দুৰ্গ সাজে। বোম্বাই আৰু মাদ্ৰাজৰ দৰে কলিকতাকে কেন্দ্ৰ কৰি কাছিম বজাৰ, পাটনা আদি ঠাইত শাখা কেন্দ্ৰ আৰু কোঠ পাতি বেপাৰ বহলায়।

বঙ্গদেশৰ সমসাময়িক বুৰঞ্জী।

সেই সময়ত ভাৰতবৰ্ষৰ সকলো প্ৰদেশৰ ভিতৰত বঙ্গদেশৰ অৱস্থা সকলোতকৈ ভাল আছিল। এই বঙ্গদেশ প্ৰথমতে দখল কৰি লব পৰা কাৰণেই ইংৰাজে ভাৰতত ৰাজ্য বিস্তাৰ কৰিবলৈ সুবিধা পালে। ভাগ ভাগ হোৱা মোগল সাম্ৰাজ্যৰ, বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ নবাব আছিল আলি বৰ্দ্দি খাঁ। তেওঁৰ মৃত্যুৰ পাচত ১৭৫৬ খৃষ্টাব্দত, তেওঁৰ জীয়েকৰ নাতিনিয়েক ডেকা চিৰাজউদ্দৌলা নৱাব হয়। এওঁ বঙ্গদেশত ইংৰাজৰ প্ৰতিপত্তি বাঢ়ি অহা ভাল নাপাইছিল আৰু সেই কাৰণে ইংৰাজৰ শত্ৰু হৈ পৰিছিল। সেই সময়ত ইংৰাজে কলিকতাৰ 'ফোৰ্ট উইলিয়ম' দুৰ্গ মেৰামতি কৰায়। এইদৰে দুৰ্গ সুৰক্ষিত কৰি ইংৰাজে ভৱিষ্যতে গোটেই বঙ্গদেশো জয় কৰি লব পাৰে বুলি বিবেচনা কৰি নৱাবে ইংৰাজক দুৰ্গ সংস্কাৰ কৰিবলৈ বাধা দিলে। ইংৰাজে নৱাবৰ আদেশ অগ্ৰাহ্য কৰাৰ শেষ ফল স্বৰূপে ১৭৫৭ খৃষ্টাব্দত পলাছিৰ যুদ্ধ হয়। সেই সময়ত চিৰাজউদ্দৌলাক

পলাছিৰ যুদ্ধ

নৱাব ভাঙিবলৈ বঙ্গদেশত এটা ষড়যন্ত্ৰ চলিছিল। সেই দল টোৰো সহায় পাই ইংৰাজে নৱাবক হৰুৱায়। যুদ্ধ ক্ষেত্ৰৰ পৰা আঁতৰি নিৰাপদ স্থানলৈ যাওতে বাটত শত্ৰুৱে বন্দী কৰি চিৰাজউদ্দৌলাক বধ কৰে। ইয়াৰ পাচত যুদ্ধৰ সময়ত নৱাবৰ লগ এৰা দিয়া বিশ্বাসঘাতক সেনাপতি মিৰজাফৰ বঙ্গদেশৰ নৱাব হয়। মিৰজাফৰে নৱাব হবলৈ পোৱাৰ পুৰস্কাৰ স্বৰূপে ইংৰাজক বহুত টকা আৰু ২৪ পৰগনা

জিলাৰ জমিদাৰী স্বত্ব দিলে। অকৰ্ম্মণ্য মিৰ্জাফৰে শাসন কাৰ্য্যত অনুপযুক্ততা দেখুৱাৰ নিমিত্তে ইংৰাজে তেওঁক নৱাব ভাঙি তেওঁৰ জোঁৱায়েক মিৰকাচিমক নৱাব পাতে। মিৰ কাচিম নৱাব হোৱাৰ বাবে ইংৰাজক চট্টগ্ৰাম, বৰ্দ্ধমান আৰু মেদিনীপুৰ জিলা কিখনৰ সৈতে অনেক টকা দান কৰে। এইদৰে নৱাব ভঙা পতাৰ পৰাই দেখাগল, পলাছি যুদ্ধৰ পাচৰ পৰা নৱাব নাম মাত্ৰ শাসক হল আৰু আচলতে ইংৰাজ ৰজা হল। মিৰ কাচিমে এই কথা বুজিব পাৰি ইংৰাজৰ হাতৰ পৰা নিজক স্বাধীন কৰিবলৈ চেষ্টা কৰিলে। এই চেষ্টাৰ শেষ ফল স্বৰূপে মিৰকাচিমৰ লগত ইংৰাজক কেবাখনো যুদ্ধ লাগে সেই যুদ্ধত ঘাটি তেওঁ বঙ্গদেশ এৰি যায়। মিৰ কাচিম বঙ্গদেশ এৰি গৈ অযোধ্যাৰ নৱাবৰ সৈতে লগ লাগি আকৌ ইংৰাজৰ বিপক্ষে যুদ্ধ যাত্ৰা কৰে। ইংৰাজে এই সম্মিলিত দল ১৭৬৪ চনত বক্সাৰ নামে ঠাইত আগভেটি ধৰি পৰাস্ত কৰে। এই যুদ্ধত হাৰি মিৰকাচিম পলাই গৈ অজ্ঞাত হয়। অযোধ্যাৰ নৱাবে ইংৰাজৰ লগত সন্ধি কৰি ইংৰাজক ধন দিয়াৰ উপৰিও কোৰা আৰু এলাহাবাদ জিলা দুখন দিয়ে।

বঙ্গদেশত ইংৰাজৰ জমিদাৰী লাভ।

বক্সাৰৰ যুদ্ধ

মিৰকাচিমৰ পাচত আকৌ বুঢ়া মিৰ্জাফৰক ইংৰাজে নৱাব পাতে; অলপ দিনৰ পাচত তেওঁ মৰিলত তেওঁৰ অকৰ্ম্মণ্য পুতেক এজনক নবাবৰ গাদিত বহুৱায়। এইদৰে ঘনে ঘনে নৱাবৰ সাল সলনি হৈ থকাৰ নিমিত্তে সু-সাসনৰ অভাৱত বঙ্গদেশৰ অৱস্থা শোচনীয় হৈ উঠে।

ইতিমধ্যে ১৭৬০ চনত ক্লাইৱ ইংলণ্ডলৈ গৈছিল, তেওঁ ভাৰতত কৰা প্ৰশংসনীয় কামৰ বাবে ইংৰাজ ৰজাই তেওঁক লৰ্ড উপাধি দিছিল

* কটোৱা, ঘেৰিয়া আৰু উদয়নালাত মিৰকাচিমৰ লগত ইংৰাজৰ তিনিখন যুদ্ধ হয়।

আৰু আন পুৰস্কাৰো দিছিল। তেওঁ নথকাত বঙ্গদেশত ঘটা নানা বেমেজালিৰ কথা কোম্পানীৰ অধিয়াল সকলে শুনি, তেওঁক ১৭৬৫ চনত আকৌ ভাৰতলৈ পঠাই দিলে।

আমি বৰ্ণনা কৰা সময়ত যদিও আগৰ মোগল সম্ৰাজ্যৰ অন্তৰ্গত থকা প্ৰায় প্ৰদেশ বিলাকেই স্বাধীন হৈছিল তথাপি নিয়ম মতে আৰু নামত সকলো প্ৰদেশই মোগল সম্ৰাটৰ তলতীয়া। আগেয়ে সম্ৰাট প্ৰদেশ শাসন কৰিবৰ নিমিত্তে এজন চুবাদাৰ আৰু এজন দেৱান নিযুক্ত কৰাৰ নিয়ম আছিল। নিজ প্ৰদেশত দুয়োজনেই সমান বিষয়া আছিল। চুবাদাৰে আইন আৰু শৃঙ্খলা ৰক্ষা আদি সকলো ৰকমৰ কৌজদাৰি কাৰ্য্য চলায় আৰু দেৱানে খাজনা-পাতি আদায় কৰা, খৰছ বৰছ কৰা আদি যাবতীয় দেৱানি কাম চলায়। ক্লাইবে বঙ্গদেশত শৃঙ্খলা লগাবৰ কাৰণে বঙ্গদেশৰ দেৱানি বাবটো ইংৰাজৰ হাতলৈ আনিবলৈ থিৰ কৰিলে। তেওঁ জানিছিল, ইংৰাজৰ যিমানেই শক্তি থাওক তথাপি মোগল সম্ৰাটে ইংৰাজৰ ক্ষমতা নিদিলে প্ৰজা সাধাৰণে ইংৰাজক মানিবলৈ ভাল নেপায়। সেই দেখি তেওঁ সেই সময়ৰ অতি দুৰ্ব্বল, নাম মাত্ৰ মোগল সম্ৰাট চা আলামক, অযোধ্যাৰ নৱাবৰ পৰা পোৱা কোৰা আৰু এলাহাবাদ জিলা দুখন উপহাৰ দি আৰু প্ৰতি বছৰে ২৬ লাখ টকা কৰ দিবলৈ প্ৰতিশ্ৰুতি দি 'ইষ্ট ইণ্ডিয়া কোম্পানী'ৰ নিমিত্তে বঙ্গ বিহাৰ আৰু উড়িষ্যাৰ দেৱানি ললে। লগতে আগেয়ে পোৱা উত্তৰ চৰকাৰ আদি প্ৰদেশতো কোম্পানীৰ কৰ্ত্তৃত্ব সম্ৰাটৰ হতুৱাই স্বীকাৰ কৰাই ললে। এইদৰে শক্তিৰ দ্বাৰা লাভ কৰা ক্ষমতা আইনমতে সম্ৰাটৰ দ্বাৰা গ্ৰাহ্য কৰাই লোৱাৰ পৰাই ইংৰাজ বঙ্গ বিহাৰ আৰু উৰিষ্যাৰ আচল অধিপতি হল। ১৭৭২ খৃষ্টাব্দত নবাবৰ উত্তৰাধিকাৰী সকলক বৃত্তি দি ৰাজকাৰ্য্যৰ পৰা অৱসৰ দিয়া দিন ধৰি ইংৰাজেই কামত আৰু নামতো বঙ্গদেশৰ সৰ্ব্বময় কৰ্ত্তা হৈ উঠিল।

বঙ্গ বিহাৰ আৰু উড়িষ্যাৰ দেৱানি লাভ।

**"ৰেগুলেটিং এক্ট"**—মোগল সম্রাটৰ পৰা দেৱানি লৈ ইংৰাজে নিজে বঙ্গ বিহাৰ উৰিষ্যা আদিৰ ধনৰ গিৰিহঁত হোৱা স্বত্বেও কোম্পানীৰ আৰ্থিক অৱস্থা শোচনীয় হৈ উঠিল। ইহাতে কোম্পানীৰ যিবিলাক বিষয়া বিলাতলৈ উভতি যায়, তেওঁবিলাকৰ আৰ্থিক অৱস্থা অতি উন্নত আৰু চলন ফিৰণ বজা মহাৰাজাৰ নিচিনা। সুটীয়া হিচাপে কোম্পানীৰ শোচনীয় আৰ্থিক অৱস্থা আৰু ব্যক্তিগত হিচাপে কোম্পানীৰ বিষয়া সকলৰ উন্নত আৰ্থিক অৱস্থাৰ তুলনা নাই। এই বিলাক দেখি শুনি ইংলণ্ডৰ লোক সকলৰ মনত কোম্পানীৰ কাৰ্য্যত কিবা ব্যতিক্ৰম ঘটিছে যেন অনুমান হল। ইফালে বঙ্গদেশৰ শোচনীয় অৱস্থাৰ কথা শুনিও ইংলণ্ডৰ ৰাজনীতিবিদ্ লোক সকলৰ মনত দ্বিধা ভাব উপজিল।

পাৰ্লিয়ামেণ্টৰ ভাৰতৰ বিষয়ত প্ৰথম আইন প্ৰণয়ন।

ইংৰাজ চৰ্কাৰে কোম্পানীক আগতে যি বিলাক চনদ পত্ৰ দি আছিল সেই বিলাকৰ ধাৰাবিলাকে কোম্পানীৰ ৰাজ্য শাসন আৰু ইয়াৰ বাণিজ্য সংক্ৰান্ত উন্নতিত বিশেষ সহায় কৰিব নোৱাৰা যেন ভাবি ১৭৭৩ চনত পাৰ্লিয়ামেণ্ট সভা সভাই ভাৰতৰ নিমিত্তে প্ৰথম আইন প্ৰণয়ন কৰাৰ দায়িত্ব গ্ৰহণ কৰে। এই আইনৰ নামেই ১৭৭৩ চনৰ ৰেগুলেটিং এক্ট। তেতিয়াৰ মন্ত্ৰী লৰ্ড নৰ্থে এই বিল (১) পাৰ্লিয়ামেণ্ট মহাসভাত পাছ কৰাই ৰজা ৩য় জৰ্জ্জৰ অনুমোদন মতে আইনত পৰিণত কৰায়। এই আইন বিধিবদ্ধ হোৱাৰ পৰাই পাৰ্লিয়ামেণ্ট মহাসভাত বৃটিছ ভাৰতৰ অস্তিত্ব স্বীকৃত হয় আৰু কোম্পানীও ভাৰতৰ বিষয়ত পাৰ্লিয়ামেণ্টৰ ওচৰত দায়ী হয়। ইয়াৰ আগতে কোম্পানীয়ে নিজ ইচ্ছামতে শাসন কাৰ্য্য চলাইছিল।

---

(১) আইন থল যেতিয়ালৈকে পাৰ্লিয়ামেণ্টত পাচ হৈ ৰজাৰ দ্বাৰা অনুমোদিত নহয় তেতিয়ালৈকে ইয়াক "বিল" বোলা হয়। আইনৰ আচলি থল বিল, নিয়মমতে সমৰ্থিত হলেহে আইন।

এই আইন চলোৱাৰ আগতে বোম্বাই, মাদ্ৰাজ আৰু কলিকতাত বেলেগ বেলেগ শাসন সভা আছিল আৰু এই সভা বিলাকৰ একোজন সভাপতি বা প্ৰেচিডেণ্ট আছিল (১) তিনিও ঠাইৰ প্ৰাদেশিক শাসন স্বাধীনভাবে চলিছিল, কোনো কাৰো তলতীয়া নাছিল। প্ৰত্যেকেই বিলাতৰ "বৰ্ড অৱ ডিৰেক্টৰ"ৰ অধীনত সকলো কাম চলাইছিল।

এই আইন অনুসৰি বঙ্গদেশৰ গৱৰ্ণৰক, গৱৰ্ণৰ জেনেৰেল পতা হয় আৰু এওঁৰ লগত চাৰি জন সভ্য নিযুক্ত কৰি শাসন পৰিষদ্ গঠন কৰা হয়। বোম্বাই আৰু মাদ্ৰাজক যুদ্ধ-বিগ্ৰহ সন্ধি আদি গুৰুত্বপূৰ্ণ বিষয়ত বঙ্গ প্ৰেসিডেন্সিৰ তলতীয়া কৰা হয়, কিন্তু এনে বিষয়তো বিলাতৰ পৰা ডিৰেক্টৰ বৰ্ডৰ অনুমতি পালে গৱৰ্ণৰ জেনেৰেলৰ অনুমতি নোলোৱাকৈয়ে কাৰ্য্য কৰিব পাৰে। এই আইনে ৱাৰেণ হেষ্টিংচক প্ৰথম গৱৰ্ণৰ জেনেৰেল স্বৰূপে আৰু আন চাৰিজনক সভ্য স্বৰূপে নিযুক্ত কৰি দিয়ে। এওঁবিলাকৰ কাৰ্য্যকাল পাঁচ বছৰ থিৰ হয়। সেই দৰেই আজি কোপতি চলি আহিছে। ইয়াৰ পাচৰ পৰাই ডিৰেক্টৰ সকলৰ সভাক, তেওঁবিলাকক নিযুক্ত কৰিব পৰা ক্ষমতা দিয়া হয়। ডিৰেক্টৰ সকলৰ কাৰ্য্য কাল এবছৰৰ ঠাইত চাৰি বছৰ কৰা হয়, অৱশ্যে দেখাত সকলো কাম কোম্পানীৰ ডিৰেক্টৰ সভাই কৰিলেও আচলতে বৃটিছ গৱৰ্ণমেণ্টৰ কৰ্তৃত্বতহে কোম্পানীৰ সকলো কাম চলা থিৰ হল। ডিৰেক্টৰ সভাই ভাৰতৰ কৰ-কাটল সম্পৰ্কীয় সকলো কথা ইংলণ্ডৰ অৰ্থ সচিবক আৰু আন চৰ্কাৰী বিষয়ৰ সকলো বোৰ কথা উপনিবেশ সচিবক জনাই থাকিব লাগিছিল। এইদৰে কোম্পানীৰ সকলো কামৰ বাবে পাৰ্লিয়ামেণ্টৰ কৈফিয়ৎ লব পৰা ক্ষমতা হল। আইন প্ৰৱৰ্ত্তন কৰা আদেশ দিয়া আদি কাম গৱৰ্ণৰ জেনেৰেল আৰু পৰিষদৰ ওপৰত দিয়া হয়, কিন্তু

---

(১) প্ৰেচিডেণ্টৰ কৰ্তৃত্বত থকাৰ নিমিত্তেই বঙ্গদেশ, বোম্বাই আৰু মাদ্ৰাজক প্ৰেচিডেন্সি বোলে।

এনে আইন প্ৰধান আদালতৰ অনুমোদন নহলে কাৰ্য্যকৰী হব নোৱাৰে। এই আইন মতে এনে এটা প্ৰধান আদালত বা 'চুপ্ৰিম কৰ্ট' কলিকতাত স্থাপিত হয়। এই আদালতত ৰজাৰ দ্বাৰা মনোনীত এজন (১) প্ৰধান বিচাৰপতি আৰু তিনি জনৰ পৰা পাচ জনলৈকে দ্বুৱলীয়া বিচাৰপতি ইংলণ্ডৰ পৰা নিযুক্ত কৰি পঠোৱা নিয়ম হয়। এই আদালতে দেৱানি, ফৌজদাৰি আৰু খৃষ্টান ধৰ্ম্ম সম্বন্ধে বিচাৰ কৰিব পাৰে। এই আদালতে, সাধাৰণভাবে গৱৰ্ণৰ আৰু তেওঁৰ পৰিষদৰ সভ্য কিজনৰ বিৰুদ্ধে অনা মকৰ্দ্দমাৰ বাহিৰে আন সকলো বিষয়াৰ বিৰুদ্ধে অনা মকৰ্দ্দমা শুনিবৰ ক্ষমতা পায়। গৱৰ্ণৰ আৰু তেওঁৰ পৰিষদৰ কোনো সভ্যৰ ওপৰত কাৰ্য্যকালৰ ভিতৰত মকৰ্দ্দমা কৰিব খুজিলে তেনে মকৰ্দ্দমা ইংলণ্ডতে হব পাৰে।

**ৰেগুলেটিং এক্টৰ আলোচনা**—কোম্পানীৰ হাতৰ পৰা, ভাৰতত কৰা কোম্পানীৰ কাৰ্য্যবিলাক পাৰ্লিয়ামেণ্টৰ কতৃত্বলৈ অনাৰ প্ৰথম চেষ্টা হয় এই ৰেগুলেটিং এক্টৰ দ্বাৰাই। বিশেষ দায়িত্ব নথকা কোম্পানী এটাৰ সৰ্ব্বময় কতৃত্বৰ পৰা পালিয়ামেণ্টৰ বিধি-বিধানৰ তললৈ অহাত ইংৰাজ অধিকৃত ভাৰতৰ ভালেই হৈছিল, কিন্তু 'ৰেগুলেটিং এক্টৰ' ধাৰা বিলাক খটোৱাত অলপ অসুবিধাই দেখা দিলে। এই আইনে কাৰো ক্ষমতাৰ স্বৰূপ বৰ্ণনা কৰা নাই। গৱৰ্ণৰ জেনেৰেল আৰু তেওঁৰ পৰিষদে তলতীয়া প্ৰদেশৰ ওপৰত কতদূৰ ক্ষমতা চলাব পাৰে, প্ৰধান আদালতৰেই বা ক্ষমতাৰ সীমা কিমান, সপৰিষদ গৱৰ্ণৰ জেনেৰেলৰ লৈতে প্ৰধান আদালতৰ কি সম্বন্ধ, এই বিলাকৰ কোনো ধৰাবন্ধা বিধি নথকাত পদে পদে বেমেজালিৰ সৃষ্টি হোৱাৰ

(১) এলিজাএফি প্ৰথম প্ৰধান বিচাৰপতি হয়। এওঁ বাবেন হেষ্টিংচৰ বন্ধু আছিল, হেষ্টিংচৰ পৰিষদৰ সভ্য সকলৰ ভিতৰত সৰহ ভাগেই তেওঁৰ বিপক্ষ আছিল। প্ৰধান বিচাৰপতি জন মিত্ৰৰ ফলীয়া থকা কাৰণেই তেওঁ অলপ সুবিধা পাইছিল।

সম্ভাৱনা আছিল। ইহাতে গৱৰ্ণৰ জেনেৰেলৰ ওপৰত সম্পূৰ্ণ দায়িত্ব থাকিব, কিন্তু তেওঁ পৰিষদৰ সৰহীয়া মতৰ বিৰুদ্ধে যাব নোৱাৰে। সেই সময়ত ভাৰতত ইংৰাজ যেনে বেমেজালিৰ ভিতৰত সোমাই পৰিছিল (১) তাতৈ চাই সম্পূৰ্ণ দায়িত্ব থকা মানুহ জনে আৱশ্যক অনুসৰি পৰিষদৰ মতৰ বিপক্ষেও কাম কৰিব পৰা ক্ষমতা পাব লাগিছিল। ইহাতে আইনত কোম্পানীৰ বিষয়াৰ আৰু বৃটিছ প্ৰজাৰ নাম কৰা আছে; কিন্তু কোম্পানীৰ বিষয়া কোনবোৰ আৰু বৃটিছ প্ৰজামানে ইংলণ্ডৰ প্ৰজাই নে ভাৰতৰ প্ৰজা তাৰ কোনো ব্যাখ্যা নাই। এই বিলাক অসুবিধা বুজিব পাৰি, ১৭৮১ চনত আৰু এখন আইন বিধিবদ্ধ হয়। এই আইনে অৱশ্যে ভালে খিনি অসুবিধা আঁতৰালে।

১৭৮১ চনৰ আইন

[ বিতং শাসনৰ নিমিত্তে ৱাৰেন হেষ্টিংচেও ভালে খিনি সংস্কাৰ কৰে। তেওঁ দেৱানি আৰু ফৌজদাৰি বিচাৰৰ নিমিত্তে কলিকতা চৰ্কাৰৰ অধীনস্থ সকলো জিলাতে দুখনকৈ আদালত পাতে। এখন ফৌজদাৰি আৰু এখন দেৱানি বিচাৰৰ নিমিত্তে, জিলাই পতি এজোকন ওখ খাপৰ ইংৰাজ বিষয়া নিয়োগ কৰে; এই বিষয়াই দেৱানি আদালতৰ গুৰি ধৰে আৰু ৰাজহ আদি তোলা কাম কৰে। ফৌজদাৰি আদালতত দেশীয় লোকক বিচাৰক নিয়োগ কৰা হৈছিল। এই জিলা আদালত বিলাকৰ ওপৰত, তাৰপৰা অহা আপিল আদি শুনিবলৈ কলিকতাত গৱৰ্ণৰৰ অধ্যক্ষতাত 'সদৰ দেৱানি আদালত' আৰু এজন মুছলমান বিচাৰ পতিৰ তলত 'সদৰ নিজামত আদালত' স্থাপন কৰে। ৰাজহ তোলা কাম পাঁচ বছৰৰ কাৰণে ডাক কৰি দিয় হৈছিল।

ৱাৰেন হেষ্টিংচৰ সংস্কাৰ

(১) আচহুৱা দেশত খলুৱা ৰাজশক্তিক ওফৰাই ৰাজ্য বিস্তাৰ কৰা এনেয়ে ডাঙৰ কাম, তাতে ভাৰতৰ ডাঙৰ শক্তি মহাৰাট্টা, মহীশুৰ, নিজাম আদিৰ লগত কেইবাৰা, চাৰিও পিনে যুদ্ধ বিগ্ৰহ কৰা আদিয়েই ভয়ানক বেমেজালি।

যেয়ে আটাইতকৈ বেচি মূল্য দিবলৈ গাত লয় তেওঁকে খাজনা তুলিবলৈ দিয়া হয়।]

১৭৮২ চনত ভাৰতত ইংৰাজ সবাতোতকৈ শক্তিশালী ৰাজক্ষমতা হৈ পৰে, সেইদেখি ইংৰাজ চৰ্কাৰে ভাৰতৰ শাসনৰ ওপৰত পাৰ্লিয়ামেণ্টৰ ক্ষমতা আৰু বৃদ্ধি কৰিবলৈ থিৰ কৰি ভাৰতৰ সকলো কথা চাই-চিতি জনাবৰ নিমিত্তে এখন 'কমিটি' নিয়োগ কৰি ভাৰতলৈ পঠায়। কমিটিয়ে পোনেই হেষ্টিংচক ভাৰতৰ পৰা আঁতৰাবলৈ মত দিয়ে, কিন্তু ডিৰেক্টৰ সভাই এই বিষয়ত পাৰ্লিয়ামেণ্টৰ আদেশ নেমানি ৱাৰেন হেষ্টিংচক কামত বাহাল ৰাখিলে।

'ফক্স ইণ্ডিয়া বিল'

এনে বেমেজালিৰ কাৰণেই ১৭৮৩ চনত বৃটিছ মন্ত্ৰী সভাৰ হৈ মিষ্টাৰ্ ফক্সে পাৰ্লিয়ামেণ্টৰ আগত এখন ভাৰত সম্বন্ধীয় বিল দাঙি ধৰিলে। এই বিল গৃহীত নহল আৰু মন্ত্ৰী সভাৰ পতন হলৰ (১) ইয়াৰ পাচত চাৰ উইলিয়ম পিট্ ইংলণ্ডৰ প্ৰধান মন্ত্ৰী হৈ ১৭৮৪ চনৰ "পিটচ্ ইণ্ডিয়া এক্ট" বা পিটৰ ভাৰত সম্বন্ধীয় আইন ৰচনা কৰি পাৰ্লিয়ামেণ্টৰ দ্বাৰা গৃহীত কৰায়।

**পিট্চ্ ইণ্ডিয়া এক্ট** ঃ—এই আইন মতে ভাৰতৰ সকলো কাৰ্য্য পৰিচালনা আৰু পৰ্য্যবেক্ষণ কৰিবৰ নিমিত্তে বৃটিছ চৰকাৰৰ ছজন বিশেষ দায়িত্বশীল সভ্য লৈ এখন সভা গঠিত হয়। এই সভাৰ নাম "কমিচনাৰচ্ ফৰ ডি এফেয়াৰচ্ অৱ ইণ্ডিয়া" কিন্তু সাধাৰণতে ইয়াক "বৰ্ড অৱ কণ্ট্ৰল" নামেই জনা যায়। (২) ইংলণ্ডৰ চৰকাৰী বিষয়া কিজনে দায়িত্বপূৰ্ণ কাম কৰি ভাৰতৰ কাম কৰিবলৈ যথেষ্ট সময় আৰু নেপায়, সেই কাৰণে

(১) ভাৰতৰ বিষয়ত বৃটিছ মন্ত্ৰীসভাৰ পতন এয়ে প্ৰথম আৰু এয়ে শেষ, কোম্পানীৰ স্বাৰ্থত, বৰঞ্চ অৰ্দ্ধেক লৰ্ড সভাৰ অবিশ্বতে নিজৰ প্ৰতিপত্তি খটোৱাই এই আইন গৃহীত নোহোৱাৰ কাৰণ বুলি কয়।

(২) Commissioners for the affairs to India Board of control.

এই সভ্য কিজনৰ ভিতৰৰ, বিশেষ উপকৰ্ত্তা দায়িত্ব নথকা এজনক এই সভাৰ সভাপতি পতা হল। তেওঁ সভ্য হিচাপে দিবপৰা ভোটটোৰ উপৰিও এটা ভোট বেছিকৈ দিব পাৰে। (১) এইদৰে কাৰ্য্য ক্ষেত্ৰত এই সভাপতি জনেই, এই সভা খনৰ ক্ষমতাৰ অধিকাৰী বুলি কব পৰা হল। কোম্পানীৰ ডিৰেক্টৰ সকলে, সকলো কাৰ্য্য বিবৰণী আৰু

*বৰ্ড অৱ কণ্ট্ৰল আৰু ডিৰেক্টৰ বৰ্ডৰ সম্বন্ধ*

অন্যান্য কাগজ পত্ৰ 'বৰ্ড অৱ কণ্ট্ৰলক' দিবলৈ বাধ্য থাকিল। 'বৰ্ড অৱ কণ্ট্ৰলে' ইচ্ছা কৰিলে ডিৰেক্টৰ সকলৰ আদেশ ৰদ বা সাল সলনি কৰিব পাৰে; আৰু ডিৰেক্টৰ সকলে কামত অৱহে কৰিলে 'বৰ্ড অৱ কণ্ট্ৰলে' নিজেই আদেশ দি কাম কৰাব পাৰে।

ডিৰেক্টৰ সকলৰ ভিতৰৰ পৰা তিনি জন সভ্য লৈ এখন 'কমিটি অৱ চিক্ৰেচি' বা গোপন সমিতি গঠন কৰা হল। (এই সমিতিয়েই সময়ত 'ইণ্ডিয়া কাউন্সিল'ত পৰিণত হয়।) বৰ্ড অৱ কণ্ট্ৰলে কোনো আদেশ

*'কমিটি অৱ চিক্ৰেচি'*

গোপন ভাৱে দিবলৈ হলে তিনিজনীয়া গোপন সমিতিক দিব আৰু এই সমিতিয়ে কোনো খবৰ বা আদেশ গোপনে ৰখা নৰখা থিৰ কৰিব। সাধাৰণতে ভাৰতৰ সপৰিষদ গৱৰ্ণৰ জেনেৰেলে এই সমিতিৰ অনুমতি নোহোৱাকৈ ভাৰতৰ কাৰো লগত যুদ্ধ ঘোষণা কৰা, শত্ৰুতা কৰা, সন্ধি কৰা, আনক ৰাজ্য দখল

(১) এনেকৈ দিয়া উপৰুৱা ভোটক 'কাষ্টিং ভোট casting vote বোলে। বিশেষ দায়িত্ব পূৰ্ণ সমিতি বিলাকত সভাপতিয়ে সেই সেই কথাত দুই ফালে সমান ভোট হলে, তেওঁৰ বিবেচনা অনুযায়ী এনে এটা উপৰুৱা ভোট দিয়ে। বৰ্ড অৱ কণ্ট্ৰলৰ সভাপতিৰ নাম হেনেৰি ডণ্ডাচ Henry Dundas তেৱেঁই প্ৰথম সভাপতি। এওঁৰ ক্ষমতা আজিকালি ভাৰতমন্ত্ৰীৰ ক্ষমতা অনুৰূপ।

দিয়া আদি কাৰ্য্য কৰিব নোৱাৰিব। অৱশ্যে কোনো শক্তিয়ে আগতে বৃটিছৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰিলে তেতিয়া এই সমিতিৰ আদেশলৈ বাট চাব নালাগে। মুঠতে এই আইনে সপৰিষদ গৱৰ্ণৰ জেনেৰেলক বিলাতৰ কৰ্তৃপক্ষৰ বিনা অনুমতিত কোনো ৰাজনৈতিক কাৰ্য্যতে হাত দিয়া বন্ধ কৰিলে। গোপন সমিতিৰ জৰিয়তে এইদৰে ৰাজনৈতিক আৰু সামৰিক বিষয়ত ডিৰেক্টৰ সকলৰ ক্ষমতা বৃদ্ধি কৰা হয়।

এই আইনে বঙ্গদেশৰ শাসন পৰিষদৰ সভ্য চাৰি জনৰ ঠাইত তিনি জন কৰিলে আৰু এই তিনি জনৰ এজন প্ৰধান সৈন্যাধ্যক্ষ হোৱা থিৰ হল। মৰ্য্যাদা অনুসৰি তেওঁৰ ঠাই গৱৰ্ণৰ জেনেৰেলৰ পিচতেই। আন দুখন প্ৰেচিডেন্সিতো সেইদৰে তিনিজন সভ্যৰ শাসন পৰিষদ থাকিব আৰু তিনটা সভ্য পদৰ ভিতৰৰ এটা পদ স্থানীয় সৈন্যাধ্যক্ষই পাব। সপৰিষদ গৱৰ্ণৰ জেনেৰেলৰ আন প্ৰেচেডেন্সিৰ ওপৰত থকা ক্ষমতা আৰু বঢাই দিয়া হল আৰু চুপ্ৰিম কৰ্টৰ ক্ষমতাও নিৰ্দ্দিষ্ট কৰি দিয়া হল। কোম্পানীৰ বিষয়া বিলাকে আগৰ দৰে ভাৰতলৈ আহি যাতে অন্যায় উপায়েৰে ধন সম্পত্তি ঘটিব নোৱাৰে তাৰ নিমিত্তে উপযুক্ত উপায় অৱলম্বন কৰা হল।

শাসন পৰিষদৰ সাল সলনি

ইয়াৰ পাচত ১৭৮৬ চনৰ আইন অনুসৰি গৱৰ্ণৰ জেনেৰেলে আৱশ্যক বুজিলে তেওঁৰ শাসন পৰিষদৰ মতৰ বিৰুদ্ধেও কাম কৰিব পৰা ক্ষমতা পালে। মাজে মাজে আৱশ্যক অনুসৰি অলপ সাল সলনি কৰি এই 'পিট্‌চ ইণ্ডিয়া এক্ট'ৰেই ১৮৫৮ চনৰ চিপাহী বিদ্ৰোহলৈকে ভাৰত শাসন কৰা হৈছিল।

**১৭৯৩ চনৰ চনদঃ—**ইষ্ট ইণ্ডিয়া কোম্পানী আৰম্ভ হোৱাৰ দিন ধৰি কুৰি বছৰৰ মূৰে মূৰেই কোম্পানীয়ে ইংৰাজ শক্তিৰ পৰা, বেপাৰ

বাণিজ্য কৰিবলৈ অনুমতি পত্ৰ লৈ আহিছে। বিশেষ চুক্তিৰে সৈতে চিৰ কলীয়া অনুমতি পত্ৰ দিয়াৰ প্ৰস্তাৱ হৈছিল যদিও সি কাৰ্য্যত পৰিণত নহল। কুৰি বছৰৰ মূৰে মূৰে দিয়া চনদ পত্ৰ বিলাকত কেতিয়াবা নতুন ক্ষমতাও দিয়া হৈছিল আৰু শাসন তন্ত্ৰৰো কিছু সাল সলনি কৰা হৈছিল। এই চনদ বিলাকৰ ভিতৰৰ বিশেষ আৱশ্যকীয় চনদ কিথনেই হে আমাৰ আলোচ্য বিষয়। ১৮৫৩ চনৰ চনদেই কোম্পানীয়ে পোৱা শেষ চনদ। ইয়াৰ আগতে যি কিথন চনদৰ দ্বাৰা শাসন পদ্ধতিৰ উন্নতি চেষ্টা কৰা হৈছিল তাৰ ভিতৰত ১৭৯৩ চনৰ চনদেই প্ৰথম। আগৰ চনদৰ ম্যাদ পুৰ হলত ১৭৯৩ চনত কোম্পানীয়ে নতুন চনদ পায়। এই চনদে কোম্পানীক পূৱ দেশত ৰাজত্ব কৰিবলৈ আৰু বেপাৰ কৰিবলৈ আকৌ কুৰি বছৰলৈ এক চেটিয়া ক্ষমতা দিয়ে। এই চনদে 'বৰ্ড অৱ কণ্ট্ৰল' সংস্কাৰ কৰে আৰু ডিৰেক্টৰ বৰ্ডক গোপনীয় সমিতি পাতি তাৰ জৰিয়তে ভাৰতৰ গৱৰ্ণৰ সকলৈল যুদ্ধ-বিগ্ৰহ, সন্ধি আদি বিষয়ৰ আদেশ দিয়াৰ ক্ষমতা দিয়ে; তিনিওখন প্ৰেচিডেন্সিৰ শাসন পৰিষদ বিলাক সংস্কাৰ কৰে আৰু ভাৰতৰ গৱৰ্ণৰ সকল, সৈন্যাধ্যক্ষ সকল নিযুক্ত কৰাৰ ক্ষমতা ৰজাৰ সমৰ্থন কৰা চৰ্ত্তত ডিৰেক্টৰ বৰ্ডক দিয়ে; এই বিষয়া সকল ভঙা ক্ষমতাও ডিৰেক্টৰ বৰ্ডকে দিয়ে। এই চনদ পত্ৰ মতে গৱৰ্ণৰ জেনেৰেল বিশেষ আৱশ্যকীয় অৱস্থাত, ৰাজহুৱা শান্তি, প্ৰজাৰ হিতসাধন, বৃটিছ অধিকৃত ভাৰতত শান্তি আৰু শৃঙ্খলা ৰক্ষাৰ নিমিত্তে নিজ পৰিষদৰ সভ্য সকলৰ মত নেপালেও কাৰ্য্য কৰিবলৈ ক্ষমতা পায়। এনে ক্ষমতা; নিজ নিজ এলাকাত প্ৰয়োগ কৰিবৰ নিমিত্তে, বোম্বাই আৰু মাদ্ৰাজৰ গৱৰ্ণৰকো দিয়া হয়। দুৰণীয়া প্ৰেচিডেন্সি কিথনৰ যুদ্ধ বিগ্ৰহ আৰু সন্ধি বিষয়ত কাৰ্য্য পৰ্য্যবেক্ষণ কৰিবলৈ গৱৰ্ণৰ জেনেৰেলে ক্ষমতা পায়। গৱৰ্ণৰ জেনেৰেলে দিয়া আদেশ সকলো বিলাক সপৰিষদ গৱৰ্ণৰ জেনেৰেলৰ নামত দিবলৈ থিৰ কৰা হয়।

১৭৯৩ চনৰ সংস্কাৰ বিলাক

মুঠতে এই চনদ পিট্‌চ্ ইণ্ডিয়া এক্টৰ প্ৰায় পুনৰুক্তি। ইয়াৰ তিনি বছৰৰ পাচত, ১৮০০ চনত এখন আইনৰ দ্বাৰা মাদ্ৰাজৰ সপৰিষদ গৱৰ্ণৰক, নিজৰ এলেকাৰ নিমিত্তে আইন প্ৰৱৰ্ত্তন কৰাৰ ক্ষমতা দিয়া হয় আৰু বজাই নিযুক্ত কৰি দিয়া বিচাৰকেৰে সৈতে মাদ্ৰাজত এখন খাই আদালত পতা হয়। ১৮০৭ চনত বোম্বাৰেও তেনে ক্ষমতা আৰু আদালত পায়।

মাদ্ৰাজ আৰু বোম্বাইত আইন প্ৰবৰ্ত্তন কৰা ক্ষমতা আৰু আদালত স্থাপন

**১৮১৩ চনৰ চনদ**:—প্ৰতি অনুমতি পত্ৰৰ কুৰি বছৰ শেষ হোৱাৰ আগতেই পাৰ্লিয়ামেণ্টে সাধাৰণতে এখন সমিতিৰ দ্বাৰা কোম্পানীৰ সকলো কাৰ্য্যৰ তদন্ত লয়। এইদৰে নিয়োজিত সমিতি এখন ১৮১২ চনত কোম্পানীৰ সকলো কাৰ্য্য চাই চিতি এখন বিৱৰণী-পত্ৰ দাখিল কৰে। এই বিবৃতি খনৰ নামেই পঞ্চম বিবৃতি বা 'ফিফ্‌থ ৰিপোৰ্ট'। কোম্পানীৰ মোগল সম্ৰাটৰপৰা দেৱানি হিচাপে পোৱা, বিশেষ ভাৱে সীমা আদি নিৰ্দ্ধাৰিত নপকা ৰাজ্যবিলাকৰ ওপৰত ক্ষমতা পাৰ্লিয়ামেণ্টৰ পৰাও কাৰ্য্যতঃ স্বীকৃত হোৱাত, ১৮১৩ চনৰ চনদে এই ৰাজ্য বিলাকৰ ওপৰত কোম্পানীৰ আচল ক্ষমতা স্বীকাৰ কৰিও, মূলতে এই বিলাকৰ ওপৰত ইংলণ্ডৰ ৰজাৰ প্ৰভুত্ব থকা কথা ঘোষণা কৰে। এই চনদে কোম্পানীৰ চিন দেশৰ লগত থকা একচেটিয়া বাণিজ্য ক্ষমতা আৰু কুৰি বছৰলৈ স্বীকাৰ কৰে, কিন্তু ভাৰতবৰ্ষত চাহ বেপাৰৰ বাহিৰে আন বেপাৰত কোম্পানীৰ একচেটিয়া আধিপত্য উঠাই দি সকলো বৃটিছ প্ৰজাকে ভাৰতত ব্যৱসায় কৰিবৰ ক্ষমতা দিয়ে। (১)

'ফিফ্‌থ ৰিপৰ্ট'

(১) সেই সময়ত নেপলিয়নৰ প্ৰাদুৰ্ভাৱত ইংৰাজ বেপাৰী বিলাকে কোনো ইউৰোপৰ কোনো বন্দৰত বেপাৰ কৰিব নোৱাৰিছিল। গতিকে ভাৰতৰ বেপাৰ অকল ইষ্ট ইণ্ডিয়া কোম্পানীলৈকে খোলা নাৰাখি সকলোলৈকে খুলি দিবৰ নিমিত্তে বেপাৰী মহলত খুব

এই চনদে 'বিচফ' উপাধি ধাৰী এজন খৃষ্টান ধৰ্ম্ম-যাজকক ভাৰতত নিযুক্ত কৰে আৰু প্ৰতি প্ৰেচিডেন্সিত তেওঁতকৈ তলৰ থাপৰ একোজন ধৰ্ম্ম যাজক নিযুক্ত কৰে। এই চনদে কোম্পানীক ভাৰতৰ শিক্ষা প্ৰৱৰ্ত্তনৰ নিমিত্তে বছৰে এক লাখ টকা খৰচ কৰিবলৈ নিৰ্দ্দেশ দিয়ে। ১৮১৩ চনৰ চনদৰ পৰাই কোম্পানীয়ে ৰাজ্য শাসনত বিশেষ ভাবে মনযোগ দিবলগীয়া হয় আৰু সেই কাৰণেই তেওঁবিলাকৰ বাণিজ্যৰ একচেটিয়া অধিকাৰ বন্ধ হয়।

কোম্পানীৰ একচেটিয়া বেপাৰৰ অৱসান।

**১৮৩৩ চনৰ চনদ** ঃ—১৮৩৩ চনত আকৌ কোম্পানীৰ অনুমতি পত্ৰ ভালেখিনি সাল সলনিৰে সৈতে নতুন কৰা হয়। এই চনদে নিৰ্দ্দেশ দিয়ে যে আৰু কুৰি বছৰৰ কাৰণে কোম্পানীয়ে ভাৰতৰ ৰাজ্য ইংলণ্ডৰ ৰজাৰ হৈ প্ৰজাৰ আৰু ভাৰতৰ চৰ্কাৰৰ হিতৰ কাৰণে নিজৰ হাতত ৰাখিব আৰু তেওঁ বিলাকৰ চিনৰ লগত থকা একচেটিয়া বেহা বেপাৰ উঠি যাব। এই আইনৰ দ্বাৰাই 'বৰ্ড অৱ কণ্ট্ৰলৰ' নিমিত্তে একজনমাত্ৰ সভ্য নিযুক্ত কৰাৰ প্ৰথা হয় আৰু ১৮৪১ চনৰপৰা এই নিয়ম কাৰ্য্যত পৰিণত হয়। ইয়াৰ পাচৰ পৰাই কোম্পানী, বেপাৰী সঙ্ঘ গুচি শাসক সঙ্ঘ হৈ পাৰ্লিয়ামেণ্টৰ অধীনত থাকি ভাৰত শাসন কৰিব লগীয়া হল। এই চনৰ মতে—'বৰ্ড অৱ কণ্ট্ৰলৰ' সমৰ্থন নোপোৱাকৈ ডিৰেক্টৰ সকলে ভাৰতলৈ কোনো চৰ্কাৰী আদেশ পঠাব নোৱাৰে। বঙ্গদেশৰ গৱৰ্ণৰ জেনেৰেলে ভাৰতবৰ্ষৰ গৱৰ্ণৰৰ জেনেৰেল খিতাপ পালে। তেওঁৰ শাসন

কোম্পানীৰ বেপাৰী সঙ্ঘৰ পৰা শাসক সঙ্ঘলৈ পৰিবৰ্ত্তন।

আন্দোলন চলিছিল। ইহাতে ভাৰতত্তো সেই সময়ত লৰ্ড বেলেচ্লিৰ চেষ্টাত ইংৰাজ ৰাজ্য দিনক দিনে বাঢ়িবলৈ ধৰিছিল। এনে অৱস্থাত কোম্পানীৰ হাতত ৰাজ্য শাসনৰ লগতে একচেটিয়া বেপাৰ থাকিলে। স্বাৰ্থৰ নিমিত্তে ভাৰতীয় প্ৰজাৰ ওপৰত অত্যাচাৰো চলিব পাৰে। এইবিলাক কাৰণতে, অনেক আপত্তি স্বত্বেও কোম্পানীৰ সুবিধাবিলাক গুচাব লগীয়া হল।

পৰিষদত আৰু চতুৰ্থ এজন সভ্য লোৱা হল, কিন্তু আইন-কানুন কৰা কাৰ্য্যৰ বাহিৰে আন কামৰ নিমিত্তে শাসন পৰিষদত তেওঁৰ ঠাই নাই। তেওঁক ৰজাৰ সমৰ্থন সাপেক্ষে ডিৰেক্টৰ সকলে নিযুক্ত কৰিব কিন্তু কোম্পানীৰ বিষয়াই এই পদ পাব নোৱাৰিব। টমাচ বেবিংটন মেকলেক প্ৰথমতে এই পদ দিয়া হয়। সপৰিষদ গৱৰ্ণৰ জেনেৰেলে গোটেই ভাৰতৰ হৈ আইন কানুন প্ৰৱৰ্ত্তন কৰিব, বোম্বাই আৰু মাদ্ৰাজৰ এই ক্ষমতা নাথাকিব। ভাৰতৰ নিমিত্তে আইন কৰিবলৈ এটা 'ল কমিচন' আইন সমিতি-গঠন কৰা হয়। ভাৰতৰ কাৰণে নতুনকৈ কৰা আইন আৰু এই সমিতিয়ে আইনৰ বিষয়ে দিয়া বিবৃতি পাৰ্লিয়ামেণ্ট মহাসভাৰ আগত দাখিল ধৰিব লাগিব। আগ্ৰাকে কেন্দ্ৰ কৰি নতুন প্ৰেচিডেন্সি এখন গঠন কৰা হৈছিল, কিন্তু দুবছৰৰ পাচত, নতুন আইন এখনৰ দ্বাৰা সেই আদেশ উঠাই লেফ্‌টেনাণ্ট গৱৰ্ণৰ উপাধিৰ শাসনকৰ্ত্তা এজনৰ তলত উত্তৰ পশ্চিম প্ৰদেশ নামৰ এখন প্ৰদেশ গঠন কৰা হল। বঙ্গদেশৰ দুৰলীয়া লাট হিচাপে এজন বিষয়া নিযুক্ত কৰিবলৈও গৱৰ্ণৰ জেনেৰেলক ক্ষমতা দিয়ে। বোম্বাই আৰু মাদ্ৰাজতো বেলেগ 'বিচফ' নামৰ দুজন ওখ থাপৰ ধৰ্ম্ম যাজক নিয়োগ কৰে। প্ৰথম বাৰৰ কাৰণে, জাতি, ধৰ্ম্ম, বৰ্ণ ওপক্ষা ঠাই নিৰ্ব্বিশেষে সকলো ভাৰতবাসীয়েই আন ৰকমে উপযুক্ত হলে, চৰ্কাৰৰ বিষয় পাব পাৰিব বুলি ঘোষণা কৰে। প্ৰথম আইন সচিব আৰু শিক্ষাবোৰ্ডৰ সভাপতি মেকলেনৰ চেষ্টাত ভাৰতত ইংৰাজী শিক্ষায় বিস্তাৰ হোৱাত তেতিয়াৰ পৰাই অনেক ভাৰতীয় লোকে চৰ্কাৰী বিষয় পাবলৈ আৰম্ভ কৰ। এই চনদৰ অনুসৰি নিয়োগ কৰা আইন সচিব জন আজিকালিৰ

টমাচ বেবিংটন মেকলে প্ৰথম আইন সচিব আৰু শিক্ষাবৰ্ডৰ সভাপতি।

উত্তৰ পশ্চিম প্ৰদেশ গঠন।

বঙ্গদেশৰ দুৰলীয়া লাটৰ বিষয় সৃষ্টি।

ইংৰাজী শিক্ষাৰ বিস্তাৰ আৰু চৰাৰী চাৰবীত ভাৰতীয় নিয়োগ

আইন সচিবৰ অনুৰূপ আৰু তেওঁৰ নিয়োগৰ পৰাই ভাৰতত ব্যৱস্থাপক সভাৰ গুটি সিচা হল বুলি কয়। মাদ্ৰাজ আৰু বোম্বায়ে আইন কৰাৰ ক্ষমতা হেৰুৱাৰ উপৰিও অনেক বিষয়তে ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ তলতীয়া হল, আৰু লগে লগে বৰ্ত্তমান ভাৰতৰ কেন্দ্ৰীয় শাসনৰ আৰম্ভ হল।

ব্যৱস্থাপক সভাৰ গীম আৰু কেন্দ্ৰীয় শাসনৰ আৰম্ভ।

**১৮৫৩ চনৰ চনদ** ঃ—১৮৫৩ চনৰ চনদেই কোম্পানীৰ শেষ অনুমতি পত্ৰ। এই চনদে কোম্পানীৰ বিষয়া নিয়োগ কৰা ক্ষমতা ডিৰেক্টৰ সকলৰ হাতৰ পৰা নি বৰ্ড অব্ কণ্ট্ৰলক দিয়ে। এই বছৰৰ পৰা ডিৰেক্টৰ বৰ্ডৰ ১৮ জন সভ্যৰ ভিতৰৰ ছজন বজাই মনোনীত কৰা নিয়ম হল। গৱৰ্ণৰ জেনেৰেল, প্ৰধান সেনাপতি; বঙ্গদেশৰ ঘাই আদালতৰ প্ৰধান বিচাৰক আৰু এজন চুবলীয়া বিচাৰক, গৱৰ্ণৰ জেনেৰেলৰ সভাৰ সভ্য চাৰিজন, বঙ্গদেশ, বোম্বাই, মাদ্ৰাজ আৰু উত্তৰ পশ্চিম প্ৰদেশৰ শাসন কৰ্ত্তাই চৰ্কাৰী বিষয়া সকলৰপৰা বাচি দিয়া চাৰি জন সভ্যৰ দ্বাৰা গঠিত, মুঠ ১২ জন সভ্যৰে এখন আইন সভা পতা হয়। এই আইনৰ পৰাই কাৰ্য্য নিৰ্ব্বাহক বিভাগ আৰু ব্যৱস্থাপক বিভাগ বেলেগ হয়। ভাৰতৰ মহাৰাণীৰ সেনাদলৰ প্ৰধান সেনাপতি কোম্পানীৰ সেনাদলৰো প্ৰধান সেনাপতি হয়, আৰু বঙ্গদেশ এজন লেফ্‌টেনাণ্ট গভৰ্ণৰৰ শাসিত প্ৰদেশ হয়। সকলো প্ৰদেশৰ ওপৰতে গৱৰ্ণৰ জেনেৰেলৰ সাধাৰণ প্ৰভুত্ব স্থাপিত হয়। আগেয়ে ভাৰতৰ 'চিভিল চাৰ্ভিচ' বা ওপৰ থাপৰ ৰাজ বিষয়া সকল মনোনীত কৰি নিয়োগ কৰা হৈছিল, এতিয়া এনে ধৰণৰ ওথ থাপৰ দায়িত্বশীল বিষয়া প্ৰতিযোগিতামূলক পৰীক্ষাৰে নিয়োগ কৰা থিৰ হল। ভাৰতীয় আইন সমিতিয়ে কৰা আইন আলোচনা কৰি চাবৰ নিমিত্তে ইংলণ্ডত এটা 'ল কমিচন' বা আইন সমিতি পতা হল।

গৱৰ্ণৰ জেনেৰেলৰ আইন সভা।

প্ৰতিযোগিতামূলক 'চিভিল চাৰ্ভিচ' আৰু 'ল কমিচন'।

চনদ পত্ৰৰ ম্যাদ, আগৰ দৰে কুৰি বছৰৰ কথা উল্লেখ নকৰি পাৰ্লিয়ামেণ্টে সলনি নকৰে মানে বুলি দিয়া হল। এই চনদৰ পৰাই বৰ্ড অৱ কণ্ট্ৰলৰ সভাপতিয়েই বৰ্ডৰ একমাত্ৰ সভ্য হল। এইদৰে একজনেই সৰ্ব্বময় কৰ্ত্তা হল যদিও ডিৰেক্টৰ সকলৰ সুচনী মতেহে তেওঁ কাম কৰিব পাৰিছিল কাৰণ ভাৰতৰ বিষয় ডিৰেক্টৰ সকলহে সকলো কথা ভালকৈ জানিছিল।

**ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ তলত ভাৰত**ঃ—১৮৫৩ চনৰ শেষ চনদ পোৱাৰ পাচতেই ১৮৫৭ চনত ভাৰতত চিপাহী বিদ্ৰোহ ঘটে। বিদ্ৰোহ দমোৱাৰ লগে লগে ভাৰতবৰ্ষত কোম্পানীৰ আধিপত্য একেবাৰে লোপ হয়। বিদ্ৰোহত লিপ্ত থকা বুলি, নামমাত্ৰ মোগল সম্ৰাট, মহা-

চিপাহী বিদ্ৰোহ আৰু মোগল সাম্ৰাজ্যৰ অন্ত।

পৰাক্ৰমী মোগল সম্ৰাট সকলৰ বংশধৰ জনক সিংহাসন চ্যুত কৰি, ইংৰাজে মোগল সাম্ৰাজ্য আৰু মোগল সম্ৰাটৰ নাম পৰ্য্যন্ত লোপ কৰিলে। ইয়াৰ লগে লগে ভাৰত সাম্ৰাজ্য ইংলণ্ডৰ ৰজাৰ পোনপটীয়া শাসনৰ অধীন হৈ গল, আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰো ৰাজ্যশাসন একেবাৰে অন্ত হল। অৱস্থা অনুযায়ী ব্যৱস্থা কৰিবৰ নিমিত্তে ১৮৫৮ খৃষ্টাব্দত ভাৰত শাসন আইন প্ৰৱৰ্ত্তিত হয়।

এই আইনে কোম্পানীৰ সকলো ৰাজ্য আৰু ক্ষমতা ইংৰাজ কোম্পানীৰ হাতৰ পৰা ৰজাৰ হাতলৈ নি, তেতিয়াৰ পৰা ভাৰতবৰ্ষ, ৰজাৰ হৈ, ৰজাৰ নিজা বিষয়াই শাসন কৰিব বুলি ঘোষনা

ভাৰত মন্ত্ৰীৰ বিষয় আৰু ইণ্ডিয়া কাউন্সিল।

কৰিলে। আগৰ কোম্পানীৰ ডিৰেক্টৰ সকলে বা 'বৰ্ড অৱ কণ্ট্ৰলে' চলোৱা সকলো ভাৰতৰ কাম ইংলণ্ডত চলাবৰ নিমিত্তে (১) ভাৰত মন্ত্ৰীৰ বিষয় সৃষ্টি

(১) চেক্ৰেটাৰী অৱ ষ্টেচ্‌ ফৰ ইণ্ডিয়া—Secretary of states for India.

কৰিলে। ভাৰত মন্ত্ৰীক ভাৰতৰ বিষয় আৱশ্যকীয় পৰামৰ্শ আদি দি সহায় কৰিবৰ নিমিত্তে ১৫ জন সভ্যৰে এখন 'ভাৰত শাসন সমিতি' বা 'কাউন্সিল অৱ ইণ্ডিয়া' স্থাপন কৰিলে। এই সমিতিৰ ৯ জন সভ্য ভাৰতবৰ্ষত অলপতে দীঘলীয়াকৈ থাকি অহা বা বিষয়-বাব খাই অহা বিধৰ হব লাগে।

প্ৰথম ৰাজ প্ৰতিনিধি লৰ্ড কেনিঙ্

কোম্পানীৰ গৱৰ্ণৰ জেনেৰল 'ভাইচ্‌ৰয়' বা ৰাজপ্ৰতিনিধি হল আৰু তেতিয়াৰ গৱৰ্ণৰ জেনেৰল লৰ্ড কেনিঙে এই পদ পালে। ১৮৫৮ চনৰ পৰা ১৯৩৭ চনলৈকে ভাৰত মন্ত্ৰীৰ জৰিয়তে বজাই বা পাৰ্লিয়ামেণ্টে ভাৰত-শাসন কৰি আহিছে। এই ভাৰত-মন্ত্ৰী জন বৃটিছ-মন্ত্ৰী পৰিষদৰ সভ্য আৰু পাৰ্লিয়ামেণ্টৰো সভ্য। ভাৰত-শাসনৰ নিমিত্তে এওঁ পাৰ্লিয়ামেণ্টৰ ওচৰত দায়ী। দুই চাৰিটা বিষয়ৰ বাহিৰে, আন প্ৰায় সকলো বিষয়তে, তেওঁ ইণ্ডিয়া কাউন্সিলৰ সৰহীয়া মতৰ বিপক্ষেও কাম কৰিব পাৰে। ভাৰতৰ সপৰিষদ গৱৰ্ণৰ জেনেৰেল, সপৰিষদ ভাৰত-মন্ত্ৰীৰ সকলো আদেশ মানি কাৰ্য্য কৰিব লাগে।

এইদৰে ভাৰত শাসন পাৰ্লিয়ামেণ্টৰ তল হলেও কাৰ্য্যতঃ ১৭৮৩ চনৰ পৰাই (ফক্স ইণ্ডিয়া বিলত মন্ত্ৰী সভা পতন হোৱাৰ পৰা) ভাৰত শাসন বিষয় বৃটিছ ৰাজনীতিৰ বাহিৰতে আছে বুলি কব পাৰি।

১৮৫৮ চনৰ পৰা ১৯১৯ চনলৈকে ভাৰত শাসনত পাৰ্লিয়ামেণ্ট।

১৮৫৮ চনৰ পৰা ১৯১৯ চনলৈকে ভাৰতৰ বিষয় পাৰ্লিয়ামেণ্টে বিশেষ খবৰ নাপায় বুলিলেও মিছা কোৱা নহয়। প্ৰায় সকলো বিষয়তে ভাৰত সচিবে পাৰ্লিয়ামেণ্টৰ নামত ভাৰত শাসন কৰি আহিছে। ১৯১৯ চনলৈকে ইংলণ্ডত থকা এই ভাৰত-শাসন যন্ত্ৰৰ, মাজে মাজে সভ্য সংখ্যা সলনি হোৱাৰ বাহিৰে বিশেষ একো সলনি হোৱা নাই। ১৯১৯ চনৰ আইন মতে ভাৰতৰ বিষয় পাৰ্লিয়ামেণ্টৰ বিশেষ মনোযোগ আকৰ্ষণ কৰিবৰ নিমিত্তে ভাৰত সচিবৰ দৰ্মহা আৰু তেওঁৰ কাৰ্য্যালয়ৰ ভালে খিনি

থৰচ পত্ৰ ইংলণ্ডৰ ৰাজ ভৰালৰ পৰা দিয়া নিয়ম কৰিলে আৰু ভাৰতৰ বেপাৰ-বাণিজ্য আদি বিষয়ত প্ৰতিনিধিত্ব কৰিবৰ নিমিত্তে 'হাই কমিচনাৰ' নামৰ এজন বিষয়া নিয়োগ কৰাৰ নিয়ম হল।

**১৮৬১ চনৰ প্ৰথম কাউন্সিল এক্ট**—সেই সময়ৰ ৰাজ প্ৰতিনিধি মহাশয় লৰ্ড কেনিঙৰ প্ৰস্তাৱ অনুসৰি ভাৰত মন্ত্ৰী চাৰ চাৰ্লচ উডে, ১৮৬১ চনৰ 'প্ৰথম ইণ্ডিয়া কাউন্সিল এক্ট' পাৰ্লিয়ামেণ্ট সভাৰ দ্বাৰা মঞ্জুৰ কৰায়। ১৮৫৩ চনৰ আইন মতে, আইন সভাত যদিও প্ৰত্যেক প্ৰদেশৰ প্ৰতিনিধি আছিল তথাপি তাৰ ভিতৰত ভাৰতবাসী নাছিল। ভাৰতবাসী নথকাৰ কাৰণে ভাৰতৰ অভাৱ অভিযোগৰ কথা জনা টান যেন ভাবি ব্যৱস্থা পৰিষদত ভাৰতবাসী লোৱা থিৰ হয়। আগৰ আইন অনুসৰি কলিকতাৰ উচ্চ আদালতৰ বিচাৰক দুজন, প্ৰাদেশিক গৱৰ্ণমেণ্টৰ মনোনীত প্ৰতিনিধি কিজন, নতুন আইন মতে বৰলাটৰ পৰিষদৰ সভ্য হব নোৱাৰা হল। এতিয়াৰ পৰা গোটেই বৃটিছ ভাৰতৰ আইন কৰিবৰ নিমিত্তে; বৰলাটে তেওঁৰ পৰিষদৰ লগতে অতিৰিক্ত সভ্য মনোনীত কৰি লব পাৰিব। এনে সভ্য সংখ্যা ছজনৰ কম আৰু বাৰ জনৰ বেছি হব নোৱাৰিব। এওঁবিলাকৰ আধা বেচৰ্কাৰী হব লাগিব আৰু প্ৰত্যেকৰ কাৰ্য্যকাল দুবছৰলৈ থাকিব। বে-চৰ্কাৰী সভ্যৰ ভিতৰত সৰহ ভাগেই ভাৰতবাসী মনোনীত হল। এই অতিৰিক্ত সভ্য কিজনে অকল আইন প্ৰণয়ন কাৰ্য্যত হে যোগ দিব, আন বিষয়ৰ কথাত এওঁ বিলাকৰ মাত নাথাকিব। আইন প্ৰণয়ন কাৰ্য্যতো আৱশ্যক হলে গুৰুতৰ বিষয়ৰ কাৰণে, পৰিষদৰ মত নোলোৱাকৈয়ে, গৱৰ্ণৰ জেনেৰেলে ছমাহৰ নিমিত্তে আইন কৰি চলাব পাৰিব। এনে আইনক সাধাৰণতে 'জৰুৰী-আইন' বা 'অৰ্ডিনেন্স' বোলে। বৰলাটৰ এই ক্ষমতা এতিয়াও আছে। ১৮৩৩ চনৰ আইনে তুলি

ব্যৱস্থাপক সভাত প্ৰথম ভাৰতীয় নিয়োগ।

'অৰ্ডিনেন্স"

দিয়া আইন কৰা ক্ষমতা; প্ৰাদেশিক গৱৰ্ণমেণ্টক, ১৮৬১ চনৰ আইনে, আকৌ দিলে। (১) বৰলাটৰ সভাৰ দৰেই প্ৰাদেশিক শাসন কৰ্ত্তাৰ শাসন সভাত অতিৰিক্ত সভ্যলৈ আইন প্ৰণয়ন কৰা থিৰ হয়। কোন কোন বিষয়ত প্ৰাদেশিক ব্যৱস্থাপক সভাই আইন প্ৰণয়ন কৰিব পাৰিব, এই নিৰ্দ্দেশ ১৮৬১ চনৰ আইনে দিয়া নাছিল, কিন্তু প্ৰাদেশিক শাসন কৰ্ত্তাই আইন কৰাৰ আগতে বৰলাটৰ অনুমতি লোৱা নিয়ম আছিল।

**১৮৯২ চনৰ কাউন্সিল এক্ট**ঃ—ভাৰতবৰ্ষত ইংৰাজী শিক্ষাৰ প্ৰৱৰ্ত্তন হোৱাৰ দিন ধৰি, ভাৰতবাসী পাশ্চাত্য ভাৱাপন্ন হৈ, পাশ্চাত্য জাতিৰ দৰে শাসনৰ ক্ষমতা পাবৰ ইচ্ছা কৰে। এই উদ্দেশ্যেই ১৮৮৫ চনত ভাৰতৰ জাতীয় মহাসভা বা কংগ্ৰেছ স্থাপিত হয়। (২) এই অনুষ্ঠানৰ আন্দোলন, আৰু ইংৰাজী শিক্ষা আদি প্ৰৱৰ্ত্তনৰ ফলত ভাৰতীয়

ভাৰত জাতীয় মহাসভাৰ আৰম্ভ।

---

(১) এনে সভা ১৮৬১ চনত বোম্বাই আৰু মাদ্ৰাজত; ১৮৬২ চনত বঙ্গদেশত; ১৮৮৬ চনত উত্তৰ পশ্চিম প্ৰদেশত (যুক্তপ্ৰদেশত) ১৮৯৭ চনত পঞ্জাবত আৰু বৰ্ত্তমানৰ অসম হিচাপে ১৯১১ চনৰ পৰাই অসমত স্থাপিত হয়। গৱৰ্ণমেণ্টৰ বিশেষ আইনজ্ঞ জনৰ বাহিৰে প্ৰাদেশিক সভাত চাৰি জনৰ পৰা আঠ জনলৈকে সভ্য মনোনীত কৰা নিয়ম হল। তবে [illegible]। টেক্স, মুদ্ৰা, ডাকঘৰ, দণ্ডবিধি আইন, পেটেণ্ট আৰু কপি ৰাইটৰ আইন কৰিবৰ ক্ষমতা নাই। আন কোনো বিষয়ত প্ৰাদেশিক আইন কাৰ্য্যত পৰিণত কৰিবলৈও বৰলাটৰ অনুমতিৰ আৱশ্যক।

(২) প্ৰতি বছৰে ভাৰতৰ কোনো এঠাইত জাতীয় মহাসভা বহে। এই মহাসভাৰ কাৰ্য্য নিৰ্ব্বাহক সভাই গোটেই বছৰৰ কাম চলায়। প্ৰথম অৱস্থাত জাতীয় মহাসভাৰ কৰ্ণধাৰ সকলৰ ভিতৰত, হিউম, হেন্ৰি কটন, উমেশ বানাৰ্জ্জি, দাদাভাই নৌৰজী, ফিৰুজ চা মেহটা, সুৰেন্দ্ৰ বানাৰ্জ্জি, বেদাৰ বৰ্ণ, ক্ৰেব, ইউল, আনন্দ চাৰ্লু, ৰমেশ দত্ত, চণ্ড ভাৰকাৰ, চাদানি, শঙ্কৰণ নায়াৰ আদি প্ৰধান। প্ৰথম অৱস্থাত, ভাৰতবাসীৰ ৰাজনৈতিক উন্নতিৰ নিমিত্তে চেষ্টা কৰা উদাৰ ইংৰাজ লোক সকলৰ নাম মন কৰিব লগীয়া।

লোকে ব্যৱস্থাপক সভা বিলাকলৈ নিজে বাচি সভ্য পঠাব পৰা ক্ষমতা বিচাৰে। এইবিলাক কাৰণতে ১৮৯২ চনত ভাৰত মন্ত্ৰী লৰ্ড ক্ৰচে পাৰ্লিয়ামেণ্ট মহাসভাৰ দ্বাৰা এখন আইন গৃহীত কৰায়। এই আইনে ভাৰতীয় লোকৰ দাবী অনুসৰি, ব্যৱস্থাপক সভালৈ কনচেবেক সভ্য, ভাৰতীয় লোকে নিৰ্ব্বাচিত কৰি পঠিয়াব পৰা কৰে, এনেকৈ নিৰ্ব্বাচিত হোৱা সভ্য বৰলাট বা আন শাসন কৰ্ত্তা সকলৰ মনপিটে খোৱা নহল তেওঁ বিলাকে নিৰ্ব্বাচন নাকচ কৰি আন লোকক নিৰ্ব্বাচিত কৰাব পাৰে। কিন্তু, আইন হোৱাৰ পৰাই কোনো শাসন কৰ্ত্তাই এই ক্ষমতা প্ৰয়োগ কৰা নাই, গতিকে তেতিয়াৰ পৰাই ভাৰতত সভ্য নিৰ্ব্বাচন কৰা প্ৰথা আৰম্ভ হৈছে বুলি কব পাৰি। এই আইন মতে ব্যৱস্থাপক সভাৰ সভ্য সংখ্যা বৃদ্ধি হয়। এই সংখ্যা ক্ৰমে বৃদ্ধি হৈয়ে আছিল। সভ্য সকলৰ ক্ষমতাও আগতকৈ বাঢ়ে। তেওঁবিলাকৰ, আগেয়ে সভাত বহি থকাৰ বাহিৰে বিশেষ একো ক্ষমতা নাছিল বুলি কলেও মিছা কোৱা নহয়। এই আইনমতে সভ্য সকলে, আগতে জাননী দি শাসন কাৰ্য্যৰ বিষয়ে প্ৰশ্ন আদি সোধা, চৰকাৰৰ খৰচ বৰচৰ ওপৰত নিজৰ মত প্ৰকাশ কৰা, সাধাৰণ ভাবে প্ৰতিবাদ আৰু অনুসন্ধান আদি কৰাৰ ক্ষমতা পায়। বে চৰকাৰী সভ্য সকলে ব্যৱস্থাপক সভা বিলাকত শাসন কাৰ্য্যৰ সমালোচনা কৰিবৰ নিমিত্তে, এনে ক্ষমতা পোৱাৰ কাৰণে ইংৰাজ চৰ্কাৰে ভাৰতত শাসনত ভাৰতীয় সকলৰ স্বাৰ্থ ৰক্ষাৰ নিমিত্তে বেছিকৈ মন দিব লগীয়া হল। এই আইনৰ দ্বাৰা, প্ৰদেশ বিলাকত চলা, বৰলাটৰ ব্যৱস্থাপক সভাৰ আইন বিলাক, বৰলাটৰ মত লৈ, প্ৰাদেশিক ব্যৱস্থাপক সভাই আৱশ্যক বুজিলে সলনি কৰিবৰ ক্ষমতা পায়।

ব্যৱস্থাপক সভাত নিৰ্ব্বাচিত ভাৰতীয় সভ্য।

নিৰ্ব্বাচিত ভাৰতীয় সভ্য লোকৰ ফলাফল।

**১৯০৯ চনৰ ভাৰত কাউন্সিল এক্ট,—মৰ্লি মিণ্টো শাসন সংস্কাৰঃ**—একেবাৰেই বিদেশী জাতি এটাৰ হাতত ভাৰতৰ শাসন ভাৰ পৰাত, পাশ্চাত্য ভাবাপন্ন হোৱাৰ উপৰিও ইংৰাজী ভাষাৰ জৰিয়তে প্ৰদেশ বিলাকৰ ভিতৰত আদান প্ৰদান বৃদ্ধি হোৱাত আৰু প্ৰদেশ বিলাকৰ ভিতৰত অহা যোৱা কৰাৰ অসুবিধা দূৰ হোৱাত সমগ্ৰ ভাৰতৰ জাতীয় একতা বোধ বৃদ্ধি পায়। এইদৰে জাতীয় ভাবাপন্ন হৈ, জাতীয় মহাসভাৰ জৰিয়তে, পাশ্চাত্য ধৰণে শাসন কাৰ্য্যত আৰু ভাগ পাবলৈ কৰা আনন্দোলনৰ ফলত আৰু সেই সময়ৰ ভাৰতৰ ৰাজ-প্ৰতিনিধি লৰ্ড মিণ্টো আৰু লৰ্ড মৰ্লিৰ চেষ্টাত পালিয়ামেণ্ট ১৯০৯ চনত এখন আইন বিধি বদ্ধ কৰে। এই আইনৰ দ্বাৰা বৰলাটৰ কেন্দ্ৰীয় ব্যৱস্থাপক সভাত ৬০ জন সভ্য হয় তাৰে ২৭ জন নিৰ্ব্বাচিত আৰু বাকী কিজন মনোনীত। বৰলাটৰ ব্যৱস্থাপক সভাত এই ৬০ জন সভ্যৰ উপৰি ছজন কাৰ্য্য নিৰ্ব্বাহক সভাৰ (১) সভ্য, প্ৰধান সেনাপতি আৰু যি প্ৰদেশত কেন্দ্ৰীয় সভা বহে, সেই প্ৰদেশৰ শাসন কৰ্ত্তাক লৈ ৮ জন বিষয়-ববীয়া সভ্য যোগ হৈ ব্যৱস্থাপক সভাৰ সভ্য সংখ্যা ৬৮ জন হয়। বোম্বাই, মাদ্ৰাজ আৰু বঙ্গদেশৰ ব্যৱস্থাপক সভাত কাৰ্য্য নিৰ্ব্বাহক সভাৰ চাৰি জনকৈ বিষয়-ববীয়া সভ্যৰ উপৰি ৫০ জন নিৰ্ব্বাচিত আৰু মনোনীত সভ্য লোৱা থিৰ হয়। বিহাৰ-উৰিষ্যা আৰু যুক্ত প্ৰদেশত মুঠ সভ্য সংখ্যা ৫০ জনকৈ; পঞ্জাব, অসম আৰু ব্ৰহ্মদেশত ৩০ জনকৈ সভ্য লৈ ব্যৱস্থাপক সভা পতাৰ দিহা হল। এই আইন মতে তিনিবিধ সভ্য লৈ ব্যৱস্থাপক সভা বিলাক গঠিত হল। প্ৰথমতে বিষয়-ববীয়া

ভাৰতৰ জাতীয় একতা বোধৰ বৃদ্ধি।

ব্যৱস্থাপক পৰিষদ বিলাকৰ পৰিসৰ বৃদ্ধি

(১) এক্সিকিউটিভ কাউন্সিল।

চৰ্কাৰী সভ্য, দ্বিতীয়তে মনোনীত চৰ্কাৰী বিষয়-বাব নথকা সভ্য, তৃতীয়তে বাইজৰ নিৰ্ব্বাচিত প্ৰতিনিধি সভ্য। বিষয়-ববীয়া হওকেই বা নহওকেই প্ৰথম আৰু দ্বিতীয় দল চৰ্কাৰৰ ফলীয়া সভ্য তৃতীয় দলহে বাইজৰ নিজা সভ্য বুলিব পাৰি। কেন্দ্ৰীয় ব্যৱস্থাপক সভাত চৰ্কাৰী বিষয়-ববীয়া সভ্য বেছি থকাৰ আৰু প্ৰাদেশিক সভা বিলাকত নিৰ্ব্বাচিত আৰু মনোনীত সভ্য বেছি থকাৰ নিয়ম হয়। নিৰ্ব্বাচিত সভ্যৰ সৰহভাগ অকল, বঙ্গদেশতহে আছিল। এই আইনে এইদৰে সভ্য সংখ্যা বৃদ্ধি কৰাতকৈ নতুন ধৰণে নিৰ্ব্বাচন ৰীতি প্ৰবৰ্ত্তন কৰা কথাহে বিশেষ মন কৰিব লগীয়া। মুছলমান আৰু অমুছলমান প্ৰতিনিধি বেলেগ নিৰ্ব্বাচন কৰাৰ নিয়ম এই আইনেই কৰে (১)। এই ব্যৱস্থাৰ দ্বাৰা মুছলমান প্ৰতিনিধি নিৰ্ব্বাচনৰ ভাৰ গোটাচেৰেক মুছলমান প্ৰতিষ্ঠানৰ ওপৰত দিয়া হল আৰু সাধাৰণ প্ৰতিনিধি নিৰ্ব্বাচনৰ ভাৰ লোকেল বোৰ্ড, মিউনিচিপেলিটি আদিৰ ওপৰত থাকিল। ইউৰোপীয় লোকসকল, বিশ্ববিদ্যালয়, বেপাৰী সঙ্ঘ, চাহ ব্যৱসায়ী সঙ্ঘ জমিদাৰী সঙ্ঘ আদিৰ পৰাও বেলেগ সভ্য, প্ৰতিনিধি হিচাপে পঠোৱা থিৰ হল। এই আইনে, সাম্প্ৰদায়িক নিৰ্ব্বাচনৰ ব্যৱস্থা কৰি ভাৰতৰ হিন্দু মুছলমান আদি জাতিৰ ভিতৰত ঐক্য প্ৰতিষ্ঠাত বাধা জন্মালে বুলি অনেকে মত প্ৰকাশ কৰে। ব্যৱস্থাপক সভা বিলাকৰ সভ্য তিনি বছৰৰ নিমিত্তে লোৱাৰ থিৰ হয়।

সাম্প্ৰদায়িক নিৰ্ব্বাচন

১৮৯২ চনৰ আইন মতে সভ্য সকলে শাসন কাৰ্য্য সম্বন্ধে গৱৰ্ণমেণ্টক প্ৰশ্ন কৰিব আৰু খৰচ বৰচৰ বিষয়ে মন্তব্য প্ৰকাশ কৰিব পাৰিছিল।

---

(১) ১৯০৬ চনত ভাৰতৰ মুছলমান নেতা সকলে হিজ হাইনেছ আগাখাঁৰ নেতৃত্বত গৱৰ্ণৰ জেনেৰেলৰ ওচৰত উপস্থিত হৈ সাম্প্ৰদায়িক পৃথক নিৰ্ব্বাচন বিচাৰে, ভাৰতমন্ত্ৰী মৰ্লিয়েপ্ৰথমতে এই প্ৰস্তাৱত মত নিদিছিল যদিও পাচত এই অনুৰোধ মতেই সাম্প্ৰাদায়িক ব্যৱস্থা কৰিলে।

ব্যৱস্থাপক সভাৰ সভ্যৰ ক্ষমতা বৃদ্ধি।

এই আইনে সভ্য সকলক, প্ৰস্তাৱ দাঙি ধৰি, প্ৰস্তাৱৰ বিষয়ে মতামত নিৰ্দ্ধাৰিত কৰিবৰ নিমিত্তে ভোটৰ দ্বাৰা মীমাংসা কৰাৰ ক্ষমতাও দিলে। অৱশ্যে এনে প্ৰস্তাৱ ভোটৰ দ্বাৰা গৃহীত হলেও গৱৰ্ণমেণ্টে গ্ৰহণ নকৰিবও পাৰে। সভ্য সকলে সভাপতিৰ আদেশ সাপেক্ষে অতিৰিক্ত প্ৰশ্ন কৰাৰো ক্ষমতা পায়। অতদিনে বোম্বাই আৰু মাদ্ৰাজৰ বাহিৰে অন্য ঠাইত কাৰ্য্যকৰী সভা বা 'এক্সিকিউটিভ' কাউন্সিলৰ ব্যৱস্থা নাছিল। এই আইনে ১৯০০ চনত বঙ্গদেশত এনে কাউন্সিল প্ৰতিষ্ঠা কৰে আৰু আন প্ৰদেশতো পাৰ্লিয়ামেণ্টৰ অনুমতি সাপেক্ষে কাৰ্য্যকৰী সভা গঠন কৰিব পৰা ক্ষমতা দিয়ে। বহুত দিনৰ পৰা কাৰ্য্যনিৰ্ব্বাহক সভাত ভাৰতীয় লোক নিয়োগ কৰিব লাগে বুলি আন্দোলন চলোৱাৰ ফলত লৰ্ড মৰ্লিয়ে তেওঁৰ নিজৰ পৰামৰ্শ সভাত, ১৯০৭ চনত দুজন ভাৰতবাসী নিয়োগ কৰিছিল। এইদৰে

বঙ্গদেশ আদিত কাৰ্য্যকৰী সভা গঠন আৰু তাত ভাৰতীয় নিয়োগ

বিলাতৰ ভাৰত সচিবৰ সভাত নিয়োগ হোৱাদৰে ভাৰতৰ কেন্দ্ৰীয় আৰু প্ৰাদেশিক শাসন পৰিষদতো একোজন ভাৰতবাসী নিয়োগ কৰিব পৰা ক্ষমতা ১৯০৯ চনৰ আইনে দিয়ে। (১)

মৰ্লিমিণ্টো শাসন সংস্কাৰ দেখাত দায়িত্বশীল শাসন যেন দেখিলেও, আচলতে এই আইনে ভাৰতক দায়িত্বশীল শাসন দিয়া নাছিল। আইন কৰোঁতা মৰ্লি আৰু মিণ্টোই এই সংস্কাৰক পাশ্চাত্য দেশৰ নিয়ম অনুসৰি প্ৰতিনিধি মূলক শাসন তন্ত্ৰও বোলা নাছিল। লৰ্ড মৰ্লিয়ে নিজেই

(১) ভাৰতমন্ত্ৰীৰ পৰিষদৰ প্ৰথম ভাৰতীয় সভ্য, কৃষ্ণ গোবিন্দ গুপ্ত আৰু চৈয়দ হুচেইন বিলগ্ৰামী। ভাৰতৰ কেন্দ্ৰীয় শাসন পৰিষদৰ প্ৰথম ভাৰতীয় সভ্য সত্যেন্দ্ৰ প্ৰসন্ন সিংহ।

কৈছিল,—"যদি এই আইনৰ দ্বাৰা কোনোৱে ভাৰতক, পোনে পোনে বা আওপাকে কোনো ৰকমৰ দায়িত্বশীল শাসন দিয়া হৈছে বুলি কব পাৰে তেন্তে মই নিজেই এই সংস্কাৰৰ লগত সংস্রব নাৰাখো"। ব্যৱস্থাপক সভা যেনেকৈয়ে গঠিত হওক লাগে, সপৰিষদ গৱর্ণৰ জেনেৰেলে বুটিছ মন্ত্ৰী সভাৰ সন্তোষ বিধান কৰিহে সকলো কাম কৰে। ব্যৱস্থাপক সভাৰ মতেই তেওঁ সদায় সকলো কাম কৰিব নোৱাৰে। ভাৰত শাসনৰ বাবে তেওঁ বৃটিছ পালিয়ামেণ্টৰ ওচৰত হে দায়ী, ভাৰতৰ ব্যৱস্থাপক সভাৰ ওচৰত দায়ী নহয়।

মৰ্লিমিণ্ট সংস্কাৰৰ আলোচনা।

এই আইনৰ দ্বাৰা মনোনীত প্ৰতিনিধিয়ে ব্যৱস্থাপক সভাত ঠাই পালে সচাঁ, কিন্তু "লোকেল বৰ্ড" মিউনিচিপেলিটি আদিৰ জড়িয়তে আওপকীয়া নিৰ্ব্বাচন প্ৰথা প্ৰৱৰ্ত্তিত হোৱাত ৰাইজে পোনে পোনে প্ৰতিনিধি বাচি পঠোৱা স্বত্ব নাপালে। সাম্প্ৰদায়িক প্ৰতিনিধিৰ ব্যৱস্থাত অসন্তোষ পোৱাদৰে এই আওপকীয়া নিৰ্ব্বাচনতো অনেকে বেয়া পাইছিল।

আওপকীয়া ভাবে সভ্য নিৰ্ব্বাচন

কাৰ্য্যকৰী শাসন সভা বিলাকত ভাৰতীয় লোৱা নিয়ম হল যদিও, তেনে ভাৰতীয় সভ্যই আন কাৰ্য্যনিৰ্ব্বাহক সভাৰ সভ্যৰ দৰে, গৱৰ্ণমেণ্টৰ কৰ্ম্মচাৰী হোৱাত পালিয়ামেণ্টৰ ইচ্ছা অনুসৰিহে কাম কৰিব পাৰে। কোনো প্ৰাদেশিক আইন সভাত নিৰ্ব্বাচিত সভ্য সংখ্যা অধিক হলেও, কেন্দ্ৰীয় আইন সভাত চৰকাৰী সভ্য বেছি থকাত তেনে প্ৰাদেশিক সভাই নিৰ্ব্বাচিত সভ্যৰ মত অনুসৰি কোনো কাৰ্য্য কৰিবলৈ থিৰ কৰিলেও কেন্দ্ৰীয় পৰিষদে তাক নাকচ কৰি দিব পাৰিছিল। এইদৰে দেশৰ শাসন কাৰ্য্য ভাৰতীয় লোকৰ হাতলৈ অলপ আহিছিল যদিও, মৰ্লিমিণ্টো সংস্কাৰে ভাৰতৰ স্বায়ত্ব শাসনৰ আশা পূৰণ কৰিব নোৱাৰিলে।

১৮৬১ চনৰ পৰা ১৯০৯ চনৰ সংস্কাৰ পৰ্য্যন্ত যি বিলাক সংস্কাৰ কৰা হল, এই বিলাক মাত্ৰ ভাৰতবাসীৰ ৰাজনৈতিক দাবী পূৰণৰ নিমিত্তে কৰা

হৈছিল। এই সময়ৰ ব্যৱস্থাপক সভা বিলাক আইন কৰা সভাৰ বাহিৰে একো নাছিল বুলি কব পাৰি। ভাৰতত পাৰ্লিয়ামেণ্ট ব্যৱস্থাৰে শাসন প্ৰৱৰ্ত্তন কৰাৰ ইচ্ছা এই বোৰৰ ক'তো ফুটি নোলাইছিল। অৱশ্যে ১৮৬১ চনৰ আইনৰ পৰা ভাৰত যে দায়িত্ব পূৰ্ণ শাসনৰ ফালে আগ বাঢ়িল, ই সঁচা।

**১৯১৭ চনৰ ২০ আগষ্টৰ ঘোষণা** ঃ—মৰ্লি-মিণ্ট সংস্কাৰে ভাৰতৰ ৰাজনৈতিক দাবী পূৰণৰ বিশেষ কাম কৰিব নোৱাৰিলে, সেই দেখি ভাৰতবাসীয়ে শাসনৰ আৰু বেছি দায়িত্ব পাবৰ নিমিত্তে আন্দোলন চলাই থাকে। ১৯১৪ চনৰ পৰা ১৯১৮ চনলৈ হোৱা মহাসমৰৰ সময়ত ভাৰতীয় লোকে যুদ্ধত ধনে-জনে প্ৰাণপণে সহায় কৰে। এই সময়ত ভাৰত-বাসীৰ ৰাজনৈতিক চেতনাই বৰ বেছিকৈ দেখা দিয়ে।

মহাসমৰৰ লগত ভাৰতৰ ৰাজনৈতিক চেতনাৰ সম্বন্ধ।

যুদ্ধ নোহোৱা হলে মৰ্লি-মিণ্টৰ সংস্কাৰ মতেই ভাৰতৰ চৰ্কাৰ আৰু বহুত দিন চলি থাকিল হেতেন। যুদ্ধ হোৱাৰ নিমিত্তেহে শাসনৰ পৰিৱৰ্ত্তন সোনকালে কৰিব লগীয়া হল। ইংৰাজে সৰু সৰু ৰাজ্য বিলাকৰ স্বাধীনতা আৰু ন্যায্য অধিকাৰ ৰক্ষা কৰাৰ নিমিত্তে আৰু সকলো জাতিৰে স্বাধীন ভাৱে থাকিবৰ ক্ষমতা থকা প্ৰমাণ কৰিবৰ নিমিত্তে যুদ্ধত যোগ দিছিল বুলি ঘোষণা কৰিছিল। এই কথাৰ সাৰ্থকতা দেখুৱাবৰ নিমিত্তে আৰু ভাৰতীয় প্ৰজাই যুদ্ধৰ সময়ত শান্তিৰে থাকি সম্ৰাটক বিশেষ ভাৱে সহায় কৰাৰ নিমিত্তে যুদ্ধৰ সময়তে, ইংৰাজ চৰ্কাৰে ভাৰতক স্বায়ত্ব শাসন দিয়া হব বুলি প্ৰতিশ্ৰুতি দিছিল। ১৯১৭ চনৰ এপ্ৰিল মাহত ভাৰতে পোন প্ৰথমে যুদ্ধৰ বিষয়ে বহা সম্ৰাজ্য মন্ত্ৰণা সভাত "ইম্পিৰিয়েল ৱাৰ কনফাৰেন্সত"—ঠাই পাই।

স্বায়ত্ব শাসনৰ প্ৰতিশ্ৰুতি।

এনে বিপদৰ সময়ত এইদৰে ভাৰতক সন্তোষিত কৰি ৰখাও বৰ আৱশ্যক হৈছিল।

ইয়াৰ পাচতে ১৯১৭ চনৰ ২০ আগষ্টৰ ঘোষণা। এই ঘোষণা ভাৰতৰ এক স্মৰণীয় ঘটনা। তেতিয়াৰ ভাৰত মন্ত্ৰী মিষ্টাৰ এড্‌উইন মণ্টেগুৱে ভাৰতৰ এই শাসন সম্বন্ধীয় বিবৰণ পাৰ্লিয়ামেণ্টৰ কমন্স সভাত পঢ়ি শুনায়। এই ঘোষণাত তেওঁ কয় যে ভাৰতবৰ্ষক বৃটিছ সম্ৰাজ্যৰ এক বিশিষ্ট অংশ স্বৰূপে ৰাখি, শাসনৰ প্ৰত্যেক শাখাত বেছিকৈ ভাৰতবাসী নিয়োগ কৰি, ভাৰতবৰ্ষই ক্ৰমে দায়িত্বপূৰ্ণ স্বায়ত্ব শাসন পাবৰ উপযোগী কৰি স্বায়ত্ব শাসন মূলক প্ৰতিষ্ঠান বিলাক ক্ৰমশঃ উন্নত কৰাই বৃটিছ গৱৰ্ণমেণ্টৰ নীতি আৰু এই নীতিৰ লগত ভাৰত গৱৰ্ণমেণ্টো একমত। এই ঘোষণাৰ দ্বাৰা কোৱা হল ;—ভাৰতবৰ্ষ বৃটিছ সম্ৰাজ্যৰ এক অংশ হৈ থাকিব ; ভাৰতবাসীক চৰ্কাৰৰ দায়িত্বপূৰ্ণ বিষয়ত বেছিকৈ নিয়োগ কৰা হব ; ক্ৰমে দায়িত্বপূৰ্ণ স্বায়ত্ব শাসন লাভ কৰাটোকে লক্ষ্য ৰাখি স্বায়ত্ব শাসন সম্বন্ধীয় প্ৰতিষ্ঠান বিলাক লাহে লাহে উন্নত কৰা হব, এই বিলাকৰ দ্বাৰাই ক্ৰমে স্বায়ত্ব শাসন পাবলৈ ভাৰতবাসীক উপযুক্ত কৰা হব। এই খিনিতে আৰু কয় যে এই নীতি অনুসৰি যি উন্নতি ক্ৰমশঃ হব ; ভাৰতৰ প্ৰজাৰ মঙ্গলবিধানৰ দায়িত্ব থকা বৃটিছ গৱৰ্ণমেণ্ট আৰু ভাৰতগৱৰ্ণমেণ্টে ভালকৈ চিন্তি, আৱশ্যক বুজি সময় আৰু যোগ্যতা অনুসৰি শাসন সংস্কাৰত আগ বাঢ়িব। এনে কৰোঁতে তেওঁবিলাকে নতুনকৈ দায়িত্ব পোৱা লোকৰ সহায় সহানুভূতি গ্ৰহণ কৰিব আৰু এনে লোকৰ দায়িত্বৰ মূল্যও ভাবি চাব।

এই ঘোষণা কাৰ্য্যত পৰিণত কৰিবৰ নিমিত্তে সকলো চাই চিতি ইংলণ্ডৰ গৱৰ্ণমেণ্টক এখন বিবৃতি দিবৰ কাৰণে বিলাতৰ পৰা মণ্টেগুক ভাৰতলৈ পঠোৱা থিৰ কৰিলে। ঘোষণাৰ অলপ দিনৰ পাচতে সম্ৰাটৰ অনুমোদন আৰু ভাৰতৰ বৰলাট লৰ্ড চেমচফৰ্ডৰ নিমন্ত্ৰণ মতে তেওঁ ভাৰতলৈ আহে। ভাৰতলৈ আহি মণ্টেগুৱে প্ৰদেশে প্ৰদেশে ফুৰি ভাৰতীয় নেতা সকলৰ লগত আৱশ্যকীয় সভ্যৰ প্ৰতিনিধিৰ লগত আলোচনা কৰি আৰু পৰিষদ বিলাকৰ মতামত বুজি, বৰলাট লৰ্ড চেমচ্‌ফৰ্ডৰ লৈতে গোটথাই এখন বিৱৰণী

লিখি প্ৰকাশ কৰে। এই বিবৃতিৰ নামেই, প্ৰণয়ন কৰোতা সকলৰ নাম অনুসৰি—"মণ্টেগুচেমচফৰ্ড ৰিপোৰ্ট"। এই বিবৰণৰ পৰাই ইংৰাজ চৰ্কাৰে এখন বিল পাৰ্লিয়ামেণ্টৰ আগত দাঙি ধৰে, এই বিল সমৰ্থিত হোৱাৰ আগতে পাৰ্লিয়ামেণ্টৰ লৰ্ড আৰু কমন্স সভাৰ এখন যুটীয়া সমিতিত ইয়াক দাখিল কৰা হয়। সমিতিয়ে চৰকাৰী, বে-চৰকাৰী, ভাৰতীয় আৰু ইংৰাজ লোকৰ সাথীলৈ বিলৰ ভালখিনি দাস সলনি কৰে। এই সংশোধিত বিলেই ১৯১৯ চনৰ ডিচেম্বৰ মাহত গৃহীত হৈ—১৯১৯ চনৰ ভাৰতৰ শাসন সম্বন্ধীয় আইন বা "গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া এক্ট" নাম পায়।"

**স্বায়ত্ত শাসনমুখী ভাৰত ; ১৯১৯ চনৰ গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া এক্টঃ**—১৯১৭ চনৰ ২০ আগষ্টৰ ঘোষণা অনুসৰি ১৯১৯ চনৰ 'গৱৰ্ণমেণ্ট অৱ ইণ্ডিয়া এক্ট' সম্ৰাটৰ দ্বাৰা ঘোষিত হয়। ১৯২০ চনত নতুন শাসন আইন মতে নিৰ্ব্বাচন আদি কৰি ১৯২১ চনত সম্ৰাট পঞ্চম জৰ্জৰ দদায়েক 'ডিউক অৱ কনাট' বঙাৰ প্ৰতিনিধি হিচাপে ভাৰতলৈ আহি এই শাসন উদ্বোধন কৰে আৰু বৃটিছ সম্ৰাজ্যত ভাৰতক প্ৰথম স্বৰাজৰ সুবিধা দি ইয়াৰ দ্বাৰাই উপনিবেশৰ দৰে স্বায়ত্ত শাসন পোৱাৰ বাট মুকলি কৰি দিয়া হল বুলি ৰাজমত ঘোষণা কৰে। উপনিবেশৰ দৰে স্বৰাজ পোৱাই যে ১৯১৭ চনৰ ঘোষণা আৰু ১৯১৯ চনৰ আইনৰ উদ্দেশ্য, এই কথা পাচত ১৯২৯ চনত ৰাজপ্ৰতিনিধি লৰ্ড আৰউইনে বৃটিছ চৰকাৰৰ হৈ স্পষ্টকৈ ঘোষণা কৰি দিয়ে।

নতুন শাসনৰ উদ্বোধন।

উপনিবেশিক স্বৰাজৰ ঘোষণা।

সপৰিষদ ভাৰত মন্ত্ৰীয়ে ভাৰতৰ শাসন সম্পৰ্কীয় সকলো কাম আগৰ দৰেই পাৰ্লিয়ামেণ্ট আৰু ৰজাৰ পক্ষৰ পৰা কৰিব। এহাতে যেও

ভাৰত শাসনৰ বাবে যেনেকৈ পাৰ্লিয়ামেণ্টৰ ওচৰত দায়ী আছিল, তেওঁৰ ওচৰতো সপৰিষদ বৰলাট দায়ী আছিল। এই আইন মতে ভাৰত সচিবৰ সভাৰ সভ্য সংখ্যা কমাই আঠৰ পৰা বাৰৰ ভিতৰত ৰখা হল। ভাৰত শাসন বিষয়তো স-পৰিষদ ভাৰত মন্ত্ৰীৰ ক্ষমতাৰ অলপ লৰচৰ হল। ভাৰতৰ বিষয়ে কৰিব লগীয়া কিছুমান কাম ভাৰত মন্ত্ৰীৰ হাতৰ পৰা নি এজন নতুন বিষয়াৰ হাতত দিয়া হয়। এই নতুন বিষয়া জনৰ নাম ভাৰতৰ 'হাই কমিছনাৰ'। ভাৰতৰ, ইংলণ্ডত পঢ়িবলৈ যোৱা ছাত্ৰ সকলৰ তত্বাৱধান কৰা, ভাৰত গৱৰ্ণমেণ্টৰ আৱশ্যকীয় মাল-বস্তু ইংলণ্ডত কিনা, যি বিলাক ভাৰতীয় বিষয়া ছুটী লৈ বা অৱসৰ লৈ ইংলণ্ডত থাকে তেওঁবিলাকৰ দৰ্মহা আৰু পেন্সন আদি দিয়া কাম হাই কমিছনাৰে কৰে। (১) ভাৰত মন্ত্ৰীৰ দৰ্মহা আদি ইংলণ্ডৰ ৰাজহৰ পৰা আৰু হাই কমিছনাৰৰ দৰ্মহা আদি ভাৰতৰ ৰাজহৰ পৰা দিয়া নিয়ম হয়।

ভাৰত মন্ত্ৰীৰ সভাৰ সংস্কাৰ আৰু হাই কমিচনাৰ নিয়োগ।

হাই কমিছনাৰৰ কৰ্ত্তব্য।

**কেন্দ্ৰীয় শাসন** ঃ—ভাৰতৰ কেন্দ্ৰীয় শাসন কাৰ্য্য বৰলাটৰ প্ৰধান সেনাপতিকে আদি কৰি কেইজনমান সভ্যৰে গঠিত এখন পৰিষদৰ তলত ৰখা হয়। এনে পৰিষদ বৰলাট আৰু প্ৰধান সেনাপতিৰে সৈতে আঠ জনৰ দ্বাৰা গঠিত হল। সভ্য সকলে কেন্দ্ৰীয় চৰকাৰৰ বিভিন্ন বিভাগ নিজৰ ভিতৰত ভগাই লৈ শাসন কৰিব। বৰলাটৰ ভাগত পৰিল পৰৰাষ্ট্ৰ বিভাগ, সেনাপতিৰ ভাগত সৈন্য বিভাগ আৰু বাকী

(১) এতিয়ালৈকে চাৰ অতুল চাটাৰ্জ্জী, চাৰ ভূপেন্দ্ৰ মিত্ৰ, আৰু চাৰ ফিৰোজ খাঁ নুণ ক্ৰমে হাই কমিছনাৰ নিযুক্ত হৈছে।

ৰাজস্ব-আয়ব্যয় বিভাগ, বাণিজ্য ৰেলৱে বিভাগ, আইন বিভাগ, শিক্ষা, স্বাস্থ্য-ভূমি সম্পৰ্কীয় বিভাগ, শিল্প-শ্ৰম বিভাগ আন কি জন সভ্যৰ ভাগত পৰিল। নিজৰ ভাগত পৰা বিষয় অনুসৰি সভ্য সকলক ল-মেম্বৰ বা আইন সচিব, ফাইনেন্স্ মেম্বৰ বা অৰ্থ সচিব, আদি নামেৰে জনা হয়। এই সভ্য সকলক সম্ৰাটে পাচ বছৰৰ কাৰণে নিযুক্ত কৰে আৰু ইয়াৰ ভিতৰৰ অন্ততঃ তিনি জন ভাৰতীয় হোৱা নিয়ম হয়। এওঁবিলাক সকলোৱেই গৱৰ্ণৰ জেনেৰেল আৰু ভাৰত মন্ত্ৰীৰ ওচৰত নিজৰ কাৰ্য্যৰ বাবে দায়ী থাকে। ভাৰত শাসনৰ কুকুৰি চাৰিটা বিষয় কেন্দ্ৰীয় চৰকাৰৰ তলত থাকে; তাৰ ভিতৰত ৰেল, মুদ্ৰা, দেশ ৰক্ষা, বিদেশৰ লগত সম্বন্ধ, দেৱানি আইন, ফৌজদাৰী আইন ডাক আৰু টেলিগ্ৰাফ, আয়কৰ, বাণিজ্য কৰ, আদি প্ৰধান। এই বিলাকৰ পৰা কেন্দ্ৰীয় চৰকাৰৰ প্ৰায় ১২৫ কোটি টকা আয় হয় আৰু ইয়াৰ পৰাই কেন্দ্ৰীয় চৰকাৰৰ খৰচ চলে।

বৰলাটৰ শাসন পৰিষদ।

কেন্দ্ৰীয় শাসন বিভাগ।

কেন্দ্ৰীয় আইন সভাও দুখন হয়। এখনৰ নাম 'লেজিচ্‌লেটিভ এচেম্‌ব্লি' ই নিম্ন ব্যৱস্থাপক সভা—ইংলণ্ডৰ 'হাউচ্ অৱ কমন্স'ৰ অনুৰূপ। ইখন উচ্চ পৰিষদ, ৰাষ্ট্ৰীয় পৰিষদ বা 'কাউন্সিল অৱ ষ্টেট'। ই ইংলণ্ডৰ লৰ্ড সভাৰ অনুৰূপ। কেন্দ্ৰীয় শাসন পৰিষদে যেনেকৈ বৰলাটৰ ইচ্ছাৰ বিৰুদ্ধে কোনো কাম কৰিব নোৱাৰে সেইদৰে এই দুখন সভায়ো তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে কোনো কাম কৰিব নোৱাৰে। ব্যৱস্থাপক সভাৰ সভ্য সংখ্যা ১৪৪ লৈকে হয় গৈ, তাৰ ভিতৰত ১০৩ জন নিৰ্ব্বাচিত আৰু বাকী ২৬ জন মনোনীত বিষয়ববীয়া আৰু ১৪ জন চৰকাৰৰ বিষয় বাব নথকা মনোনীত সভ্য। ৰাষ্ট্ৰ সভাত মুঠ সভ্য ৬০ তাৰে ৩৩ নিৰ্ব্বাচিত আৰু ২৭ মনোনীত। দুই খন সভালৈকে

কেন্দ্ৰীয় ব্যৱস্থাপক নিম্ন আৰু উচ্চ পৰিষদ।

সম্প্ৰদায় হিচাপে সভ্য নিৰ্ব্বাচন কৰা হয়। মণ্টেগু-চেমচ্ফোৰ্ড সংস্কাৰৰ এই সাম্প্ৰদায়িক নিৰ্ব্বাচন এটা বিশেষ কথা। এই আইন অনুসৰি বৃটিচ ভাৰতত হিন্দু, মুছলমান, শিখ, ইউৰোপীয় আদিৰ ভোটৰ তালিকা প্ৰস্তুত কৰি ভোট লোৱা হল। আইনৰ নিৰ্দ্দিষ্ট মতে যি অলপ বেছিকৈ আয়কৰ, মাটিৰ খাজনা আদি দিয়ে তেওঁলোকেই কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিৰ্ব্বাচনত ভোট দিব পাৰে। নিম্ন পৰিষদৰ সভ্য নিৰ্ব্বাচনত ভোট দিবলৈ যি নিৰিখে আয়কৰ, খাজনা আদি দিব লাগে উচ্চ পৰিষদৰ নিৰ্ব্বাচনত ভোট দিবলৈ সেই নিৰিখ অনেক বেছি হব লাগে। লোক সংখ্যা অনুপাতে চাৰি পাঁচ খন জিলা গোটখাই একোটা নিৰ্ব্বাচক সমষ্টি হয়। (১) এনে একোটা সমষ্টিৰ পৰা নিৰ্ব্বাচিত হৈ সভ্য সকল কেন্দ্ৰীয় ব্যৱস্থাপক সভালৈ যাব পাৰে। ৰাষ্ট্ৰ পৰিষদৰ কাৰ্য্যকাল পাঁচ বছৰ আৰু ব্যৱস্থাপক সভাৰ কাৰ্য্যকাল তিনি বছৰ। গৱৰ্ণৰ জেনেৰেলে ইচ্ছা কৰিলে প্ৰয়োজন অনুসৰি সময় বঢ়াবও পাৰে। ৰাষ্ট্ৰ সভাৰ সভাপতি বৰলাটে মনোনীত কৰে আৰু ব্যৱস্থাপক সভাৰ সভাপতি সভ্যসকলে নিৰ্ব্বাচন কৰে। ব্যৱস্থাপক সভাৰ সভ্যৰ বয়স ২৫ বছৰৰ আৰু ৰাষ্ট্ৰ পৰিষদৰ সভ্যৰ বয়স ৩০ বছৰৰ কম হব নোৱাৰিব।

প্ৰায় আইনৰ প্ৰস্তাৱ দুই সভাতেই দাঙি ধৰিব পাৰে। কিন্তু অৰ্থনৈতিক আৰু দুই চাৰি বিশেষ বিষয়ৰ আইন কৰিবলৈ হলে তাৰ

---

(১) যিমান খিনি জিলাৰ মুছলমান ভোটাৰ গোটখালে এজন মুছলমান সভ্য পঠাব পাৰে, সিমানখিনি জিলাৰে এক মুছলমান সমষ্টি গঠিত হয়। সেইদৰে সাধাৰণ সমষ্টি আৰু অন্যান্য সমষ্টিবোৰ থাকে। যি সম্প্ৰদায়ৰ মানুহ যিমান কম সেই সম্প্ৰদায়ৰ নিৰ্ব্বাচন সমষ্টি সিমান বহল। ৰাষ্ট্ৰীয় সভাৰ সভ্য হবলৈ হলে বিশেষ সম্পত্তি বা অৰ্থৰ অধিকাৰী হব লাগে সেই কাৰণে তাৰ নিৰ্ব্বাচক সমষ্টিৰ সীমা বৰ বহল।

প্ৰস্তাৱ প্ৰথমতে নিম্নকেন্দ্ৰীয় পৰিষদতহে দাঙি ধৰা নিয়ম। চৰকাৰৰ আয়-ব্যয়ৰ তালিকা বা 'বজেট' দুই সভাতে দাঙি ধৰিব পাৰে। কোনো এখন আইন এখন সভাত গৃহীত হৈ আন সভাত গৃহীত নহ'লে বৰলাটে

*ব্যবস্থাপক সভাত প্ৰস্তাৱ গ্ৰহণ কৰা বিধি।*

দুইখন সভা গোটাই একেলগে মত লব পাৰে। আইন কৰাৰ উপৰিও সভ্য সকলে চৰকাৰক শাসন বিষয়ত নানা প্ৰশ্ন সুধিব পাৰে আৰু কোনো কোনো বিষয়ত প্ৰস্তাৱ দাঙি ধৰি পৰিষদৰ মতামত থিৰ কৰিবৰ নিমিত্তে সভ্য সকলৰ ভোট লব পাৰে। কোনো কোনো সময়ত হঠাৎ কোনো বিশেষ ঘটনা ঘটিলে তাৰ বিষয় আলোচনা কৰিবৰ নিমিত্তে, নিৰ্দ্দিষ্টকৈ

*'এডজৰ্ণমেণ্ট' মচন বা মুলতুবী প্ৰস্তাৱ।*

কৰিব লগীয়া কাম পাচ পেলাই থৈ সেই আলোচনা লবৰ নিমিত্তে সভাত প্ৰস্তাৱ দাঙি ধৰিব পাৰে, এনে প্ৰস্তাৱক 'এডজোৰন্‌মেণ্ট মচন' বা মুলতুবী প্ৰস্তাৱ বোলে। এনে প্ৰস্তাৱ গৃহীত হ'লে ঘটনাৰ বিষয় আলোচনা কৰি ভোট লব পাৰে। কাৰ্য্য নিৰ্ব্বাহক সভাৰ মতৰ দৰে আইন সভাৰ মতো, ইচ্ছা কৰিলে বা প্ৰয়োজন বোধ কৰিলে বৰলাটে গ্ৰহণ নকৰিবও পাৰে। বৰলাটৰ কামো সেইদৰে ভাৰত সচিবে গৃহীত নকৰিব পাৰে। পৰিষদে মত নিদিলেও আৱশ্যকমতে, স্থায়ী আইন প্ৰণয়ন কৰাৰ দৰে, বৰলাটৰ নিজ ইচ্ছামতে, বিশেষ কাৰণত, ছমাহৰ কাৰণে 'অৰ্ডিনেন্স' বা অস্থায়ী আইন প্ৰণয়ন কৰিব পৰা ক্ষমতাও

*'অৰ্ডিনান্স' বা জৰুৰী আইন।*

থাকিল। ছমাহৰ পাচত আকৌ ছমাহৰ কাৰণে, আৱশ্যক থাকিলে এই আইন ৰাখিব পাৰে। চৰকাৰে অনেক কথাত আইন সভাত গৃহীত হোৱা প্ৰস্তাৱ অগ্ৰাহ্য কৰিলেও, সভাৰ ভোটৰ দ্বাৰা সৰ্ব্বসাধাৰণৰ মত কেনে তাক বুজিব পাৰে আৰু তাৰ কাৰণে সাৱধান হব পাৰে।

**প্ৰাদেশিক শাসন**:—নতুন আইন মতে ন খন প্ৰদেশ গৱৰ্ণৰৰ দ্বাৰা শাসনৰ ব্যৱস্থা হ'ল; আগেয়ে মাত্ৰ তিনিখন প্ৰদেশহে গৱৰ্ণৰে শাসন

কৰিছিল। বছৰচেৰেকৰ পাচত উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশো গৱৰ্ণৰে শাসন কৰা প্ৰদেশত পৰিণত হয়। (১) এই প্ৰদেশ বিলাকক যি শাসন ভাৰ দিয়া হল, সি দুই ভাগে বিভক্ত। এবিধৰ নাম 'ট্ৰেন্সফাৰ্ড' বা হস্তান্তৰিত বিভাগ, আন বিধৰ নাম 'ৰিজাৰ্ভড্' বা সংৰক্ষিত বিভাগ। হস্তান্তৰিত বিভাগ বিলাকৰ ভাৰ দিয়া হ'ল গৱৰ্ণৰ আৰু মন্ত্ৰীসকলৰ ওপৰত; সংৰক্ষিত বিভাগ বিলাকৰ কাৰ্য্যভাৰ দিয়া হল গৱৰ্ণৰ আৰু তেওঁৰ কাৰ্য্যকৰী সভা বা 'এক্সিকিউটিভ কাউন্সিলৰ' ওপৰত। কাৰ্য্যকৰী সভাৰ সভ্য নিযুক্ত কৰোতা ভাৰত মন্ত্ৰী। তেওঁবিলাকৰ কাৰ্য্যকাল গৱৰ্ণৰৰ দৰে পাচ বছৰ। এওঁবিলাকক ব্যৱস্থাপক সভাই পদচ্যুত কৰিব নোৱাৰে; এওঁবিলাকৰ কামৰ বাবে গৱৰ্ণৰ, গৱৰ্ণৰ জেনেৰেল আৰু ভাৰত মন্ত্ৰীৰ ওচৰতহে দায়ী। ব্যৱস্থাপক সভাই এওঁবিলাকৰ কৈফিয়ৎ বিচাৰিব নোৱাৰে। ইয়াৰ পৰাই বুজিব পাৰি যে যিবিলাক বিষয় এওঁবিলাকৰ দ্বাৰা পৰিচালিত সেইবিলাকৰ ওপৰত ব্যৱস্থাপক সভাৰ বিশেষ হাত নাই। কাৰ্য্যকৰী সভাৰ সভ্য সংখ্যা প্ৰদেশানুযায়ী দুইৰ পৰা চাৰিজনলৈকে হব পাৰে। সাধাৰণতঃ ইয়াৰ আধা চৰকাৰৰ চিভিল চাৰ্ভিচৰ বিষয়া (২) আৰু বাকী ভাৰতীয় নেতৃস্থানীয় লোক নিযুক্ত হয়।

হস্তান্তৰিত আৰু সংৰক্ষিত বিভাগ।

গৱৰ্ণৰৰ কাৰ্য্যকৰী সভা।

---

(১) ১৯৩৫ চনৰ আইনৰ আগতে ব্ৰহ্মদেশ, অসম, বঙ্গদেশ, বিহাৰ উৰিষ্যা, সংযুক্ত প্ৰদেশ, মধ্যপ্ৰদেশ পঞ্জাব, বোম্বাই, মাদ্ৰাজ আৰু উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ গৱৰ্ণৰ শাসিত প্ৰদেশ আছিল।

(২) গোটেই ভাৰতত ঠায়ে ঠায়ে থাকি শাসন কাৰ্য্য চলাবৰ নিমিত্তে যি সকল বিষয়াক ভাৰত সচিবে নিযুক্ত কৰে তেওঁবিলাকৰ বিষয়ক চিভিল চাৰ্ভিচ বোলে। এওঁবিলাক প্ৰাদেশিক গৱৰ্ণমেণ্টৰ বা ব্যৱস্থাপক সভা ওচৰত বিশেষ দায়ী নহয়।

প্ৰদেশৰ আয়তন আৰু কামৰ অনুপাতে সাধাৰণতে মন্ত্ৰীৰ সংখ্যা দুইৰপৰা চাৰিলৈকে হব পাৰে। গৱৰ্ণৰে ব্যৱস্থাপক সভাৰ সভ্যৰ ভিতৰৰ পৰা মন্ত্ৰী নিয়োগ কৰে আৰু তেওঁ ইচ্ছা কৰিলে মন্ত্ৰীক পদচ্যুত কৰিব পাৰে। ব্যৱস্থাপক সভাৰ সভ্য নোহোৱা কাৰবাক মন্ত্ৰী নিয়োগ কৰিলে তেওঁ ছমাহৰ ভিতৰত ব্যৱস্থাপক সভাৰ সভ্য নিৰ্ব্বাচিত হব লাগিব, সেয়ে নহলে তেওঁ মন্ত্ৰী থাকিব নোৱাৰে। সাধাৰণতে ব্যৱস্থাপক সভাৰ মত অনুসৰিয়েই মন্ত্ৰীসকলে আইনমতে, তেওঁবিলাকৰ ভাগত পৰা বিভাগ পৰিচালনা কৰে। তেওঁবিলাক ব্যৱস্থাপক সভাৰ বিপক্ষে যাব নোৱাৰে। ব্যৱস্থাপক সভাৰ সৰহ ভাগ সভ্য মন্ত্ৰীসকলৰ বিৰোধী হলে বা সৰহ ভাগে তেওঁবিলাকৰ কাৰ্য্যত অনাস্থা প্ৰকাশ কৰিলে তেওঁবিলাকে পদত্যাগ কৰিব লাগে।

প্ৰাদেশিক মন্ত্ৰী।

স্থানীয় স্বায়ত্ত শাসন, স্বাস্থ্য, শিক্ষা, কৃষি, শিল্প আদি বিভাগ ব্যৱস্থাপক সভাৰ ওচৰত দায়ী মন্ত্ৰীয়ে চলায়। এইদৰে আগৰ চৰকাৰে নিজ হাতৰপৰা এৰি দি ব্যৱস্থাপক সভাৰ প্ৰজাসাধাৰণৰ নিৰ্ব্বাচিত সভ্যসকলৰ মত অনুসৰি চলাবলৈ দিয়া বাবে এই বিভাগ বিলাকক হস্তান্তৰিত বিভাগ বোলে। ৰাজস্ব, পুলিচ, জেল, বিচাৰ, খৃষ্টানধৰ্ম্ম সম্বন্ধীয় বিভাগ গৱৰ্ণৰ, বৰলাট বা ভাৰত সচিবৰ ওচৰত দায়ী কাৰ্য্য নিৰ্ব্বাহক সভাৰ সভ্য সকলে চলায়। ব্যৱস্থাপক সভাৰ হাতলৈ একেবাৰে এৰি নিদি চৰ্কাৰে নিজে নিয়োগ কৰা বিষয়াৰ দ্বাৰা নিজক দায়িত্বত চলোৱাৰ নিমিত্তে এই বিভাগ বিলাকক সংৰক্ষিত বিভাগ বোলে। কেন্দ্ৰীয় চৰ্কাৰে প্ৰদেশত কৰিবলগীয়া কাম প্ৰাদেশিক কাৰ্য্য নিৰ্ব্বাহক সভাই কেন্দ্ৰীয় চৰ্কাৰৰ প্ৰতিনিধি স্বৰূপে চলায়। এনেকৈ দুই ৰকমে শাসন চলাৰ নিমিত্তে এনে এনে শাসনক

হস্তান্তৰিত আৰু সংৰক্ষিত বিষয়াৰ ভাগ।

দ্বৈত শাসন বা ইংৰাজীত ‘ডায়াৰ্কি’ (১) বোলে। এই দুই বিভাগৰ ওপৰত

দ্বৈত শাসন বা ‘ডায়াৰ্কি।

গৱৰ্ণৰৰ কর্তৃত্ব থাকিলেও ৰাজ্য ৰক্ষাৰ কাৰণে হস্তক্ষেপ কৰিবলগীয়া নহলে, গৱৰ্ণৰে হস্তান্তৰিত বিভাগত হস্তক্ষেপ কৰা নিয়ম নাছিল। এই মণ্টেগু চেমচ্‌ফৰ্ড সংস্কাৰমতে ভাৰতত প্ৰথমতে, ওপৰত কোৱা দৰে নখন প্ৰদেশত আৰু পাচত সীমান্ত প্ৰদেশতো গৱৰ্ণৰৰ শাসন প্ৰবৰ্ত্তিত হোৱাত দ্বৈত শাসন তন্ত্ৰ প্ৰবৰ্ত্তিত দহখন প্ৰদেশ হয়; এই দহখনৰ বাহিৰে বাকী সৰু সৰু প্ৰদেশ বিলাক বৰলাটৰ অধীনে ‘চিফ কমিচনা’ৰেই শাসন কৰি থাকে।

মণ্টফৰ্ড সংস্কাৰ মতে প্ৰাদেশিক ব্যৱস্থাপক সভা বিলাকৰ সভ্য সংখ্যা বেছি কৰা হয়। প্ৰাদেশিক, নিম্ন আৰু উচ্চ পৰিষদ এই আইনে প্ৰবৰ্ত্তিত কৰা নাছিল। সাম্প্ৰদায়িক ভাবে আৰু বিশেষ নিৰ্ব্বাচক মণ্ডলিৰ দ্বাৰা নিৰ্ব্বাচন কৰা প্ৰথা আগৰ দৰেই থাকিল। মাটিৰ খাজনা,

প্ৰাদেশিক ব্যৱস্থাপক সভা।

আয়কৰ আদি দিয়াৰ পৰিমাণ অনুসৰি বয়স আৰু অন্যান্য যোগ্যতা চাই ভোট দিয়াৰ ক্ষমতা দিয়া হয়; ভোটাৰৰ সংখ্যা অনুপাতে জিলা মহকুমা বেলেগে বেলেগে বা গোটাই একোটা সমষ্টি কৰা হয়। [ভোটাৰৰ হিচাপে শিৱসাগৰ জিলাৰ তিনিখন মহকুমাৰ পৰা তিনটা সমষ্টিয়ে তিনিজন অমুছলমান মেম্বৰ বাছি পঠাব পাৰে; কিন্তু শিৱসাগৰ আৰু লখীমপুৰ দুইখন জিলাৰ মুছলমান ভোটাৰ গোটখাই হে এজন মুছলমান সভ্য পঠাব পাৰে।] কেন্দ্ৰীয় সভাৰ নিমিত্তে নিৰ্ব্বাচন কৰিবলৈ যি যোগ্যতা লাগে প্ৰাদেশিক সভাৰ সভ্য নিৰ্ব্বাচনত ভোট দিবলৈ তাতকৈ ভালেখিনি কম যোগ্যতা হলেও হয়, সেই কাৰণে প্ৰাদেশিক ব্যৱস্থাপক সভাৰ নিৰ্ব্বাচক মণ্ডলি সৰহ আৰু সমষ্টি ঠেক; নিৰ্ব্বাচক মণ্ডলি গঠিত কৰি দিবৰ নিমিত্তে, এই আইন

(১) Diarchy

কাৰ্য্যকৰী কৰাৰ আগতে 'ফ্ৰেন্সাইজ কমিটি' (১) বা নিৰ্ব্বাচক মণ্ডলি নিৰ্দ্ধাৰক সমিতি বহি এই বিষয় থিৰ কৰে। এই সমিতিৰ সভাপতি আছিল লৰ্ড চাউথবৰো। ১৯১৯ চনৰ সংস্কাৰ আইন অনুসৰি, এই সমিতিৰ মতে গোটেই ভাৰতবৰ্ষত ৬০ লাখ মানুহে ভোট দিবৰ ক্ষমতা পায়। ব্যৱস্থাপক সভা বিলাকলৈ শতকৰা ৭০ জন নিৰ্ব্বাচিত সভ্য যোৱা থিৰ হয় আৰু শতকৰা ২০ জনতকৈ বেছি চৰ্কাৰী বিষয়া যাব নোৱাৰাৰ নিয়ম হয়। এই সভ্য সকল তিনি বছৰৰ কাৰণে নিৰ্ব্বাচিত বা মনোনীত হয়। ব্যৱস্থাপক সভা বিলাকৰ সভাপতি আগেয়ে প্ৰাদেশিক শাসনকৰ্ত্তা জনেই হোৱাৰ নিয়ম আছিল, কিন্তু এই নতুন আইন হোৱাৰ পৰা গৱৰ্ণৰে চাৰি বছৰৰ কাৰণে ব্যৱস্থাপক সভাৰ সভ্যৰ ভিতৰৰ পৰা এজনক সভাপতি মনোনীত কৰি দিয়া থিৰ হল।

ফ্ৰেন্সাইজ কমিটি বা নিৰ্ব্বাচক মণ্ডলি নিৰ্দ্ধাৰক সমিতি।

এই আইন কাৰ্য্যকৰী কৰোতে প্ৰদেশ বিলাকত তলত দিয়া দৰে সভ্য সংখ্যা নিৰ্দ্ধাৰিত হয়। প্ৰহ্মদেশ—১০৩; অসম—৫৩; বঙ্গদেশ—১৪০; বিহাৰ উৰিষ্যা—১০০; যুক্ত প্ৰদেশ—১২৩; মধ্যপ্ৰদেশ—৭৩; পঞ্জাব—৯৪; বোম্বাই—১১৪; মাদ্ৰাজ—১৩২। ১৯৩২ চনত উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ গৱৰ্ণৰ শাসনাধীন হয় আৰু তেতিয়া তাত ৪১ জন সভ্যৰে ব্যৱস্থাপক সভা গঠিত হয়। অসমৰ ৫৩ জনৰ ভিতৰত ৩৯ জন নিৰ্ব্বাচিত আৰু বাকী বোৰ মনোনীত চৰ্কাৰী আৰু বে চৰ্কাৰী সভ্য। এই শাসন প্ৰৱৰ্ত্তিত হোৱাৰ দিন ধৰি বৰ্ত্তমান সংস্কাৰ আৰম্ভ হোৱাৰ আগলৈকে অসমত দুজনকৈ মন্ত্ৰী নিযুক্ত হৈ আহিছে (২)।

প্ৰাদেশিক ব্যৱস্থাপক সভাৰ গঠন।

(১) **Franchise Committee**

(২) অসমীয়াৰ প্ৰথম মন্ত্ৰী প্ৰবীন দেশ-সেৱক-ৰায় বাহাদুৰ ঘনশ্যাম বৰুৱা।

কলিকতা, বোম্বাই, মাদ্ৰাজ আদি হাইকৰ্ট বিলাকৰ দ্বাৰাই এই সংস্কাৰৰ অধীনত দেশৰ বিচাৰ পৰিচালনা হয়। হাইকৰ্টৰ পৰা যোৱা 'এপিল' বিলাতৰ 'প্ৰিভি কাউন্সি'লে শুনে। কলিকতা হাইকৰ্ট কেন্দ্ৰীয় চৰ্কাৰৰ তলত আৰু বাকীবোৰ নিজ নিজ প্ৰাদেশিক চৰ্কাৰৰ তলত আছিল। হাইকৰ্ট বিলাকৰ তলত জিলা মহকুমা আদিত থকা বিভিন্ন থাপৰ আদালত বিলাকে বিচাৰ চলায়। বিচাৰক সকলো দায়িত্ব অনুসৰি বেলেগ বেলেগ পদবিৰে জনা যায়।

১৯১৯ চনৰ আইনৰ তলত থুলমূল বিচাৰ ব্যৱস্থা।

এই শাসন তন্ত্ৰ চলাৰ দহ বছৰৰ পাচত, ইয়াৰ সাল সলনি পৰিবৰ্দ্ধন আদিৰ আৱশ্যকতাৰ বিষয় চাইচিতি আলোচনা কৰি বৃটিছ চৰকাৰক জনাবৰ নিমিত্তে এটা কমিচন বহুৱা হব বুলি এই আইনতে নিৰ্দ্দেশ দিয়া আছিল।

**১৯৩৫ চনৰ ভাৰতীয় শাসন সংস্কাৰৰ আইনৰ সূত্ৰপাত ঃ**—১৯১৯ চনৰ শাসন সংস্কাৰে ভাৰতক সন্তোষ দিব নোৱাৰিলে। এই সংস্কাৰ মতে আয় হোৱা আৰু বিশেষ আৱশ্যকীয় বিভাগ বিলাক আগৰ দৰে গৱৰ্ণৰৰ হাততে থাকিল। ভাবি চিন্তি যি কেইটা বিভাগ ব্যৱস্থাপক সভাৰ ওচৰত দায়ী মন্ত্ৰী সকলক চলাবলৈ দিলে সেই কিটাত আয়ত্তৈক নায় বেছি। মুঠতে ধনৰ পেৰা থাকিল গৱৰ্ণৰৰ হাতত আৰু কামৰ ভাৰ থাকিল মন্ত্ৰীৰ ওপৰত। ভাৰতৰ জাতীয় মহাসভাই প্ৰকৃণৰ অযোগ্য আৰু অসন্তোষ জনক বুলি এই সংস্কাৰ প্ৰত্যাখ্যান কৰিলে। জাতীয় মহাসভাই ইয়াৰ প্ৰথম নিৰ্ব্বাচন বৰ্জন কৰিলে। ইয়াৰ তিনিবছৰৰ পাচত জাতীয় মহাসভাৰ স্বৰাজ্যদল ব্যৱস্থাপক সভাত সোমাই

১৯১৯ চনৰ সংস্কাৰ আইনত অসন্তোষ, জাতীয় মহাসভাৰ স্বৰাজ্য দলৰ ধ্বংস নীতি।

---

(২) বৃটিছ চৰকাৰে নিয়োগ কৰিলে কমিচন আৰু ভাৰত চৰ্কাৰে নিয়োগ কৰিলে 'কমিটি' বোলে।

ইয়াক ধ্বংস কৰিবলৈ চেষ্টা কৰিলে। মন্ত্ৰীবিলাকেও অৰ্থৰ অনাটনত বিশেষ গঠন মূলক কাম দেখুৱাব নোৱাৰা হল। পণ্ডিত মতিলাল নেহেৰুৰ নেতৃত্বত কেন্দ্ৰীয় ব্যৱস্থাপক সভাত, চিত্তৰঞ্জন দাসৰ নেতৃত্বত বঙ্গদেশত আৰু মধ্যপ্ৰদেশত স্বৰাজ্যদল বিশেষ ভাৱে কৃতকাৰ্য্য হয়। ১৯২৪ চনত কেন্দ্ৰীয় পৰিষদত পণ্ডিত মতিলাল নেহেৰুৱে, ভাৰতত সম্পূৰ্ণ দায়িত্বমূলক শাসনতন্ত্ৰ প্ৰবৰ্ত্তিত হব লাগে বুলি প্ৰস্তাৱ কৰি গৃহীত কৰায়। দেশত মহাত্মা গান্ধিৰ নেতৃত্বত, জাতীয় মহাসভাই অসাৰ সংস্কাৰৰ বিৰুদ্ধে প্ৰবল ৰাজনৈতিক আন্দোলন চলায়। দিনক দিনে ৰাজনৈতিক ক্ষমতা পাবৰ কাৰণে ভাৰতবাসীৰ আগ্ৰহ বেছি হৈ আছিল। এনে অৱস্থাত ১৯২৪ চনত চাৰ এলেকজেণ্ডাৰ মুডিমেনৰ সভাপতিত্বত এখন কমিটি বহুৱাই ১৯১৯ চনৰ শাসন, মূল আইনত হাত নিদিয়াকৈ, উক্ত শাসনতন্ত্ৰ কিছু কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰা হল। কিন্তু আমুল পৰিবৰ্ত্তন নকৰিলে এনে কমিটিয়ে বিশেষ একো কৰিব নোৱাৰে বুলি সকলো দলৰ নেতৃস্থানীয় লোক সকলে কোৱাত ই বিফল হল। ১৯২৭ চনত জাতীয় মহাসভাই সম্পূৰ্ণ স্বাধীনতা পাবৰ কাৰণে দাবী কৰি এটা প্ৰস্তাৱ গ্ৰহণ কৰে।

মুডিমেন কমিটি নিয়োগ।

এই বিলাক কাৰণত দহ বছৰ হবলৈ নৌ পাওতেই, ১৯২৭ চনত ভাৰতৰ বৰলাট লৰ্ড আৰউইনৰ দিনত, ১৯১৯ চনত সংস্কাৰ আইনৰ প্ৰস্তাৱিত শাসন তদন্ত কমিচন নিয়োগ কৰি, বৃটিছ গৱৰ্ণমেণ্টে ভাৰতলৈ পঠায়। এই কমিচনত সাত জন পাৰ্লিয়ামেণ্টৰ সভ্য নিয়োগ কৰা হয়, চাৰ জন চাইমন এই কমিচনৰ সভাপতি। তেওঁৰ নাম অনুসৰি এই কমিচনটোক ‘চাইমন কমিচন’ বুলি জনা যায়। চাইমন কমিচনত কোনো ভাৰতবাসীক সভ্য নিয়োগ নকৰাৰ নিমিত্তে ভাৰতৰ বিশিষ্ট নেতা সকলে এই কমিচন বৰ্জ্জন

চাইমন কমিচন।

কৰে। ইহাতে ভাৰতীয় নেতা সকলে সৰ্ব্বদল সম্মিলন পাতি, ভাৰতৰ শাসনতন্ত্ৰ ৰচনা কৰিবলৈ থিৰ কৰি, পণ্ডিত মতিলাল নেহেৰুৰ সভাপতিত্বত এখন সমিতি পাতি শাসন তন্ত্ৰ ৰচনাৰ ভাৰ দিয়ে। এই সমিতিয়ে ঔপনিৱেশিক স্বায়ত্ব শাসনৰ ভেটিত এখন শাসন তন্ত্ৰৰ আঁচনি প্ৰকাশ কৰে। চাইমন কমিচনে বৃটিছ ভাৰতত স্বায়ত্ব শাসনৰ উপযুক্ততা আদিৰ বিষয় তদন্ত কৰি থাকোতে চাৰ হাৰ্ব্বাৰ্ট বটলাৰৰ সভাপতিত্বত আন এটা সমিতিয়ে বৃটিছ ভাৰতৰ লগত দেশীয় ৰাজ্য বিলাকৰ যোগ কৰিবৰ উপায় আদি নিৰ্দ্ধাৰণ কৰিবৰ নিমিত্তে তদন্ত কৰে। এই সমিতিয়ে দেশীয় ৰাজ্য বিলাকৰ ভালেখিনি স্বাধীন ক্ষমতাৰ কথা উল্লেখ কৰি কয় যে ভাৰতৰ কেন্দ্ৰীয় চৰ্কাৰৰ ক্ষমতা বৃদ্ধি কৰিবলৈ হলে ৰাজ্য বিলাকৰো মত লব লাগিব।

সৰ্ব্বদল সম্মিলন আৰু নেহেৰু ৰিপৰ্ট।

দেশীয় ৰাজ্য তদন্ত কমিটি।

ইতিমধ্যে ভাৰতীয় সমস্যাৰ বিষয় আলোচনা কৰি, এটা সুমীমাংসাত উপস্থিত হবৰ নিমিত্তে ভাৰতৰ বৰলাট লৰ্ড আৰউইন বিলাতলৈ যায়। কিছুদিনৰ পাচত ১৯২৯ চনত তেওঁ ভাৰতলৈ ঘূৰি আহে। বিলাতৰ পৰা আহি তেওঁ প্ৰথমতে, ঔপনিৱেশিক মৰ্য্যাদাত ভাৰতক স্বায়ত্ব শাসন দিয়াই শাসন সংস্কাৰৰ উদ্দেশ্য বুলি ঘোষণা কৰে। ইয়াৰ লগতে ইয়াকো ঘোষণা কৰে যে চাইমন কমিচনৰ ৰিপৰ্ট ওলোৱাৰ পাচতেই, সকলো একমতহৈ শাসন তন্ত্ৰ প্ৰৱৰ্ত্তন কৰিবৰ নিমিত্তে এখন ঘূৰণীয়া মেজৰ মেল বহুৱা হব। ঔপনিৱেশিক মৰ্য্যাদাত শাসন তন্ত্ৰ গঠন কৰা হব বুলি নিশ্চিত ভাবে কব নোৱাৰাত জাতীয় মহাসভাই এই ঘূৰণীয়া মেজৰ মেল বৰ্জ্জন কৰিবলৈ থিৰ কৰে আৰু ১৯৩০ চনত মহাত্মা গান্ধিৰ নেতৃত্বত আইন অমান্য আন্দোলন আৰম্ভ কৰে।

আইন অমান্য আন্দোলন।

১৯৩০ চনত চাইমন কমিচনে ৰিপৰ্ট দাখিল কৰে। এই ৰিপৰ্ট প্ৰাদেশিক শাসন বিভাগ সম্পূৰ্ণ দায়িত্বমূলক কৰি পুলিচ আৰু বিচাৰ পৰ্য্যন্ত মন্ত্ৰীৰ ক্ষমতাধীন কৰিবলৈ কয় আৰু ব্যৱস্থাপক সভা বিলাকৰ সভ্য বাচনিত ভোট দিব পৰা লোকৰ সংখ্যা বেছি কৰি চৰকাৰী সভ্য গ্ৰহণ কৰা প্ৰথা তুলি দিবলৈ মত দিয়ে। কেন্দ্ৰীয় শাসনত আগৰ দৰে বৃটিছৰ সম্পূৰ্ণ ক্ষমতা বজাই ৰখা উচিত বুলি বিবেচনা কৰি ভৱিষ্যতে দেশীয় ৰাজ্য বিলাকৰ সৈতে গোটাই এখন যুক্তৰাষ্ট্ৰ গঠন কৰিলে ভাল হব বুলি মত প্ৰকাশ কৰে।

চাইমন কমিচনৰ ৰিপৰ্ট।

**ঘূৰণীয়া মেজৰ মেল**—চাইমন কমিচনৰ ৰিপৰ্ট প্ৰকাশ হোৱাৰ পাচতে শাসন সংস্কাৰৰ আলোচনা কৰিবলৈ প্ৰথম ঘূৰণীয়া মেজৰ মেল বহে। এই মেলতে ইংলণ্ডৰ আৰু ভাৰতৰ বিভিন্ন দলৰ নেতা সকল আৰু দেশীয় ৰজাসকলৰ প্ৰতিনিধি সকলক নিমন্ত্ৰণ কৰা হয়। সেই সময়ৰ প্ৰধান মন্ত্ৰী ৰামজেমেকডনেল্ডৰ সভাপতিত্বত এই সভা বহে। অকল চাইমন কমিচনৰ মত অনুসৰি শাসন সংস্কাৰ কৰিলে আৰু কেন্দ্ৰীয় শাসনত অলপ দায়িত্ব নিদিলে ভাৰতবাসীয়ে গ্ৰহণ নকৰিব পাৰে বুলি এই মেল বহুৱা হয়। এই মেল বহি থাকোতে দেশীয় ৰজা সকলে ভাৰতৰ যুক্ত ৰাষ্ট্ৰত যোগ দিবলৈ ইচ্ছা প্ৰকাশ কৰি আগ্ৰহ দেখুৱায়। এই মেলত প্ৰধান মন্ত্ৰীয়ে কিছু সময়ৰ নিমিত্তে আৱশ্যকীয় ক্ষমতা হাতত ৰাখি, কেন্দ্ৰীয় আৰু প্ৰাদেশিক শাসন ভাৰতবাসীৰ হাতত দিয়া হব বুলি ঘোষণা কৰে আৰু কয় যে এই সংৰক্ষিত ক্ষমতা এনে দৰে ব্যৱহাৰ কৰা হব যাতে ভাৰতৰ পূৰ্ণ স্বায়ত্ব শাসন লাভৰ বাটত ই বিঘিনি নঘটায়। বহুত বিষয় আলোচনা কৰিবলৈ বাকী থকা স্বত্বেও প্ৰথম ঘূৰণীয়া মেল স্থগিত ৰখা হয়। এই সময়ত আগেয়ে কৈ অহা কাৰণত, ভাৰতৰ জাতীয় মহাসভাই মেজ-মেল বৰ্জ্জন কৰি প্ৰবল ভাৱে আইন অমান্য আন্দোলন চলায়।

গান্ধি আৰউইন চুক্তি।

প্ৰথম মেজ মেলত ভাৰতৰ জাতীয় মহাসভাই যোগ নিদিলে, যেহে মেলত যোগ দিয়া সকলৰ ভিতৰত অনেক কথা ভাল যেন নেপালে। মুঠতে এই প্ৰধান ৰাজনৈতিক দলটোৰ মত ব্যক্ত হোৱা উচিত বুলি সকলোৱে ভাবিলে। সেই কাৰণে ১৯৩১ চনৰ আদিতে মহাত্মা গান্ধি আৰু বৰলাট লৰ্ড আৰউইনৰ ভিতৰত এটা চুক্তি হয়। এই চুক্তিৰ নামেই গান্ধি আৰউইন চুক্তি বা গান্ধি আৰউইন পেক্ট। ইয়াৰ পাচত দ্বিতীয় ঘুৰণীয়া মেজৰ মেলত মহাত্মা গান্ধি আৰু আন কংগ্ৰেছৰ প্ৰতিনিধিয়ে যোগ দিয়ে। ১৯৩১ চনৰ চেপ্টেম্বৰ মাহত দ্বিতীয় মেজৰ মেল বহে। এই মেলত কংগ্ৰেছে কেন্দ্ৰত দায়িত্বৰ সৈতে যুক্তৰাষ্ট্ৰ গঠন আৰু ভাৰতৰ মঙ্গলৰ নিমিত্তে আৱশ্যকীয় সংৰক্ষণ নীতি গ্ৰহণ আদি নতুন সংস্কাৰৰ ভেটি বুলি গ্ৰহণ কৰে। এই মেলত মীমাংসা নোহোৱা বিষয় বিলাক বেলেগে আলোচনা কৰিবৰ নিমিত্তে কেবাখনো কমিটি গঠিত হয়। এই কমিটি বিলাকে নিজৰ ভাগত পৰা বিষয় বিলাক তদন্ত কৰি আলোচনা কৰে (১)।

দ্বিতীয় ঘুৰণীয়া মেজৰ মেল।

দ্বিতীয় মেজ মেলৰ সময়ত ভাৰতৰ বিভিন্ন সম্প্ৰদায়ৰ প্ৰতিনিধি সকলে, নতুন শাসন তন্ত্ৰমতে ব্যৱস্থাপক সভাবিলাকলৈ কি হিচাপে প্ৰতিনিধি পঠাব পাৰিব, তাৰ মীমাংসা কৰি মত বিলাব নোৱাৰি, প্ৰধান মন্ত্ৰী ৰামজে মেকডনেল্ডক এই বিষয় সিদ্ধান্ত কৰি দিবলৈ ভাৰ দিলে। ১৯৩২ চনৰ আগষ্ট মাহত এই সিদ্ধান্ত বাহিৰ হয়। ইয়াৰ মতে ব্যৱস্থাপক সভা বিলাকলৈ সকলো সম্প্ৰদায়ৰে বেলেগ বেলেগ প্ৰতিনিধি পঠোৱা থিৰ হল। মুছলমান, শিখ, ইউৰোপীয়, ভাৰতীয় খৃষ্টান, আৰু এংলো

দ্বিতীয় মেজৰ মেল, সাম্প্ৰদায়িক সিদ্ধান্ত।

(১) যুক্ত ৰাষ্ট্ৰীয় অৰ্থ নৈতিক ব্যৱহাৰ কাৰণে 'পাৰ্টি কমিটি' দেশীয় ৰাজ্য বিলাকৰ বিষয়ে অৰ্থ নৈতিক তদন্ত কমিটি। ভোটাধিকাৰ তদন্তৰ নিমিত্তে লটিয়ান কমিটি।

ইণ্ডিয়ান সম্প্ৰদায়ৰ বেলেগ প্ৰতিনিধি থকাৰ উপৰিও হিন্দুৰ প্ৰতিনিধি দুভাগ হব বুলি সিদ্ধান্ত কৰিলে। এইটো থিৰ কৰা হল যে হিন্দু সমাজৰ তলত থকা লোকসকলে সাধাৰণ হিন্দুৰ কাৰণে ভোট দিয়াৰ উপৰিও, তেনে থাপৰ কাৰণে আছুতীয়াকৈ বথা সভ্যৰ কাৰণে ভোট দিব পাৰিব। বেলেগ বেলেগ সম্প্ৰদায়ৰ মহিলাসকলৰ নিমিত্তে, জমিদাৰ, কাৰবাৰী সমষ্টি, বনুৱা সমষ্টি, বিশ্ববিদ্যালয় আদিৰ নিমিত্তেও বেলেগ সভ্যৰ ব্যৱস্থা হয় আৰু কোৱা হয় যে এই বিষয়ত জড়িত কোনো সম্প্ৰদায়ে নিজে এই ব্যৱস্থাৰ সালসলনি কৰিবলৈ মান্তি হলেহে ইয়াৰ সালসলনি হব পাৰিব। সম্প্ৰদায়িক সিদ্ধান্ত ওলোৱা মাত্ৰকে ইয়াৰ বিষয় নানা ৰকমৰ আলোচনা হবলৈ ধৰিলে। বিশেষকৈ হিন্দু সমষ্টিটো দুভাগ কৰা কথাটোত মাহাত্মা গান্ধিয়ে বেছি অসন্তোষ পাই ইয়াৰ সালসলনি নোহোৱা পৰ্য্যন্ত সাজোত ব্ৰত ধৰিলে। এই কাৰণে পুনাত হিন্দু দুই ভাগৰ নেতা সকলে গোটখাই 'পুনাচুক্তি' গ্ৰহণ কৰিলে। এই চুক্তিমতে, ব্যৱস্থাপক সভাবিলাকত, প্ৰধান মন্ত্ৰীয়ে দিয়াতকৈ, তলথাপৰ হিন্দু সকলক বেছি সভ্য পঠোৱাৰ অধিকাৰ দি প্ৰতিনিধি পঠোৱাৰ নতুন ব্যৱস্থা কৰা হয়। ইয়াৰ মতে হিন্দু সকলোৱেই একেলগে ভোট দিব আৰু আগতে অকল তলথাপৰ হিন্দু সকলেই নিজ ভোট দি চাৰিজন সভ্য প্ৰাৰ্থী বাছি দিব।

মহাত্মাৰ সাজোত আৰু পুনাচুক্তি।

সাম্প্ৰদায়িক সিদ্ধান্ত হৈ যোৱাৰ পাচত ১৯৩৩ চনত তৃতীয় মেজ-মেল হয় আৰু তাৰ পাচত ১৯৩৩ চনৰ মাৰ্চ মাহত বৃটিছ গৱৰ্ণমেণ্ট নতুন শাসনৰ আচনিখন প্ৰকাশ কৰে। এই আচনি খনকে 'হোৱাইট পেপাৰ' বোলে। 'হোৱাইট পেপাৰ'ত তলত দিয়া প্ৰস্তাৱ বোৰকেই বহলাই দিয়া হৈছিল,—

তৃতীয় মেজমেল আৰু 'হোৱাইট পেপাৰ'।

ভাৰতবৰ্ষৰ দেশীয় ৰাজ্য, গৱৰ্ণৰ আৰু চিফ কমিচনাৰৰ শাসিত প্ৰদেশ

কেন্দ্ৰিয়যুক্ত শাসনৰ আচনি।

সকলোকে একেলগ কৰি এখন যুক্তৰাষ্ট্ৰ গঠন কৰা হব, যুক্তৰাষ্ট্ৰৰ মূলত দুখন ব্যৱস্থাপক সভা থাকিব, ওপৰৰ সভাত শতকৰা ৪০ জন আৰু তলৰ সভাত মুঠ সভ্য সংখ্যাৰ তিনিভাগৰ এভাগ দেশীয় ৰাজ্যৰ প্ৰতিনিধি থাকিব, বাকী সভ্য বৃটিছ ভাৰতৰ প্ৰদেশ বিলাকৰ পৰা নিৰ্ব্বাচিত হৈ আহিব, কোনো বিষয়ত এই দুইখন সভাৰ মত নিমিলিলে দুইখন সভা একেলগে বহি তেনে বিষয়ৰ আলোচনা কৰি ভোটৰ দ্বাৰা মীমাংসা কৰিব। দেশ ৰক্ষা আৰু পৰৰাষ্ট্ৰ বিষয় গৱৰ্ণৰ জেনাৰেলৰ হাতত থাকিব বাকী কেন্দ্ৰীয় বিষয় ব্যৱস্থাক সভাৰ ওচৰত দায়ী মন্ত্ৰী সকলে চলাব। শাসনতন্ত্ৰৰ আৰ্থিক অৱস্থা সন্তোষজনককৈ ৰাখিবৰ নিমিত্তে, সংখ্যাত তাকৰীয়া দলৰ আৰু বিষয়া সকলৰ স্বাৰ্থ ৰক্ষাৰ আৰু বেপাৰ বাণিজ্যগত স্বাৰ্থ ৰক্ষাৰ নিমিত্তে আৱশ্যক হলে বৰলাটে মন্ত্ৰীসভা আৰু ব্যৱস্থাপক সভাৰ বিৰুদ্ধে কাম কৰিব পৰিব। প্ৰদেশ বিলাকৰো কোনো বিলাকত আৱশ্যক অনুসৰি দুখন ব্যৱস্থাপক সভা কৰা হব; কোনো বিলাকত এখনকৈয়ে থাকিব, এনে সভাৰ ওচৰত দায়ী থকা মন্ত্ৰী সভাৰ ওপৰত প্ৰাদেশিক শাসনৰ সকলো দায়িত্ব দিয়া হব, কিন্তু সংস্কাৰৰ বাহিৰত থকা প্ৰদেশৰ অন্তৰ্ভুক্ত ঠাইৰ শাসন আদি সংখ্যা লঘিষ্ঠ দল, ৰাজ বিষয়া, দেশীয় ৰাজ্যৰ অধিকাৰ কৰা ৰক্ষা বেপাৰ বাণিজ্যগত স্বাৰ্থ আদিত প্ৰাদেশিক শাসন কৰ্ত্তাই ব্যৱস্থাপক সভাৰ মতৰ বিৰুদ্ধেও, আৱশ্যক হলে, কাম কৰিব পাৰিব। সিন্ধু আৰু উৰিষ্যা প্ৰদেশ বোম্বাই আৰু বিহাৰৰ পৰা ফালিআনি বেলেগ প্ৰদেশ কৰা হব। গৱৰ্ণৰ জেনেৰেল আৰু গৱৰ্ণৰ সকলৰ 'অৰ্ডিনেন্স' জাৰিৰ ক্ষমতা থাকিব, ব্ৰহ্মদেশ ভাৰতৰ পৰা বেলেগ হৈ যাব। যুক্তৰাষ্ট্ৰ আৰু প্ৰাদেশিক বিষয়ৰ ক্ষমতাৰ সীমা আদি মীমাংসাৰ নিমিত্তে এখন যুক্ত ৰাষ্ট্ৰৰ আদালত থাকিব, ব্যৱস্থাপক সভাই সিদ্ধান্ত কৰিলে ভাৰতৰ প্ৰাদেশিক হাইকৰ্ট বিলাকৰ পৰা অহা দেৱানি আপিল আদি যুক্তৰাষ্ট্ৰৰ আদালতেৰ লব পাৰিব। টকা-পইচাৰ

সকলো ৰকম ব্যৱস্থা মুকলিমূৰীয়াকৈ কৰিবৰ নিমিত্তে, দলগত ৰাজনীতিৰ ভিতৰত নোখোৱাতকৈ থকা এটা 'ৰিজাৰ্ভ বেঙ্ক' প্ৰতিষ্ঠা কৰা হব। এইদৰে স্বাধীন ভাবে 'ৰেলওৱে বৰ্ডো থাকিব, ভাৰতমন্ত্ৰীৰ আগৰ পৰিষদ-নাথাকিব, তিনিজন মাত্ৰ পৰামৰ্শদাতা থাকিব। বৰলাটক ভাৰত মন্ত্ৰীয়েই চলাব।

এই হোৱাইট পেপাৰত বৰ্ণনা কৰ মতে শাসনতন্ত্ৰৰ আলোচনা কৰিবৰ নিমিত্তে ১৯৩৩ চনৰ এপ্ৰিল মাহত পালিয়ামেণ্টৰ দুইখন সভাৰ ষোলজনকৈ সভ্য লৈ এখন সমিতি গঠন কৰে, আৰু ইয়াত পাৰ্লিয়ামেণ্টৰ নিমিত্ত দলৰ সভ্যই ঠাই পায়; এই সমিতিৰ নাম "জইণ্ট পাৰ্লিয়ামেণ্টৰি কমিটি"। এই সমিতিৰ সহযোগী হবলৈ দেশীয় ৰাজ্যৰ ৭ জন বৃটিছ ভাৰতৰ ২১ জন আৰু ব্ৰহ্মদেশৰ ১২ জন প্ৰতিনিধি লোৱা হয়। সহযোগী সকলে আলোচনা কৰিব পাৰিব কিন্তু ভোট দিব পৰা বা পাৰ্লিয়ামেণ্টক ৰিপৰ্ট দিব পৰা ক্ষমতা এওঁবিলাকৰ নাছিল, এই সভাৰ সভাপতি আছিল লৰ্ড লিন্‌লিথগো। বহুত আলোচনা কৰি, গণ্য-মান্য লোক সকলৰ সাথী আদি লৈ এই সমিতিয়ে ১৯৩৪ চনত ৰিপৰ্ট দাখিল কৰে। এই ৰিপৰ্টে যুক্ত ৰাষ্ট্ৰিয় ব্যৱস্থাপক সভাৰ সভ্য প্ৰাদেশিক ব্যৱস্থাপক সভাৰ সভ্যই বাচি পঠোৱা নিয়ম কৰে। ইয়াৰ দ্বাৰাই প্ৰজাৰ নিৰ্ব্বাচক সমষ্টিয়ে, পোনে পোনে কেন্দ্ৰীয় সভালৈ সভ্য বাচি পঠোৱা ক্ষমতা বন্দ হয়। হোৱাইট পেপাৰত নিৰ্দ্ধাৰিত কৰাৰ উপৰিও আৰু দুখন প্ৰদেশত (১) ওপৰ পৰিষদ হোৱা থিৰ হয়। পুলিচ, ৰিজাৰ্ভ বেঙ্ক, বাণিজ্যনীতি আদিবিলাকৰ ব্যৱস্থা আগতকৈ টান কৰা হয়। ভৱিষ্যতে যিবিলাক ৰাজ আজ্ঞা মন্ত্ৰীসভাৰ দ্বাৰা

জইণ্ট পাৰ্লিয়ামেণ্টৰি কমিটি। ১

(১) বোম্বাই আৰু মাদ্ৰাজ। অসমৰ নাম হোৱাইট পেপাৰত নাছিল, কমিটিয়েও উল্লেখ নকৰিছিল। পাচত হঠাৎ ইয়াত দুখন সভা হৈ পৰে।

প্ৰচাৰিত হব সেইবিলাক পাৰ্লিয়ামেণ্টৰ মতৰ সাপেক্ষে প্ৰচাৰিত হোৱাৰ নিয়ম হয়।

১৯৩৫ চনৰ শাসন সংস্কাৰ আইন।

এই জইণ্ট কমিটিৰ মতেই ভাৰত শাসন বিল ৰচনা কৰি ১৯৩৫ চনত পাৰ্লিয়ামেণ্টৰ আগত দাঙি ধৰা হয়। পাৰ্লিয়ামেণ্টে কৰা আইনৰ ভিতৰত এইখনেই এটাইতকৈ দীঘল। ইয়াত ৩২১টা ধাৰা আৰু ১০খন তালিকা আছে। ১৯৩৫ চনৰ জুলাই মাহত এই বিল আইনত পৰিণত হল যদিও অনেক আৱশ্যকীয় কাম আগতে কৰি লবলগীয়া হোৱাত ১৯৩৭ চনৰ এপ্ৰিলৰ এক তাৰিখেহে এই আইন অনুসৰি প্ৰাদেশিক শাসন সংস্কাৰ প্ৰৱৰ্ত্তন কৰা হয়। যুক্তৰাষ্ট্ৰ আৰু পাচলৈ থোৱা হয়।

সংস্কাৰৰ আলোচনা।

এই আইন বিধিবদ্ধ কৰোতে ইয়াৰ শেষ উদ্দেশ্যৰ কথা পাতনি হিচাপে কোনো ঘোষণা কৰা নাই, মাত্ৰ ১৯১৯ চনৰ আইনত কোৱা কথাই এই আইনতো খাটিব বুলি ঘোষণা কৰা হয়। সেই আইনৰ পাতনিত ক্ৰমে ক্ৰমে স্বায়ত্ব শাসন লাভ কৰাৰ কথা আছে কিন্তু উপনিবেশৰ মৰ্য্যাদাত শাসন পাবৰ নিমিত্তে যি আন্দোলন চলিলে তাৰ ফলতেই হে এই নতুন শাসন পোৱা হল, ইহাতে যদিও আইনত এই কথা ঘোষণা কৰা হোৱা নাই তথাপি ১৯২৯ চনত ভাৰতৰ বৰলাট লৰ্ড আৰউইনে উপনিবেশৰ মৰ্য্যদাত ভাৰতক স্বায়ত্ব শাসন দিয়াটোৱেই বৃটিছ চৰ্কাৰৰ উদ্দেশ্য বুলি ঘোষণা কৰে আৰু বৰ্ত্তমান বৰলাটলৈ শাসন সম্বন্ধে যি উপদেশ পত্ৰ (১) দিছিল তাতো বৰলাটক নিজৰ কৰ্ত্তব্য এনে ভাবে পালন কৰিবলৈ কৈছে যাতে সময়ত ভাৰতে উপনিবেশৰ

(১) ইন্‌ষ্ট্ৰুমেণ্ট অব ইন্‌ষ্ট্ৰাকচন :—**Instrument of Instruction.** বৰলাট বা লাট আদিক নিযুক্ত কৰোতে ৰজাই তেওঁবিলাকৰ কৰ্ত্তব্য সম্বন্ধে একোখন লিখিত উপদেশ দিয়ে তাকে ইন্‌ষ্ট্ৰুমেণ্ট অব ইন্‌ষ্ট্ৰাকচন বোলে।

মৰ্য্যাদাত স্বায়ত্ব শাসন পাব পাৰে। ইয়াৰ দ্বাৰাই দৰবাটক ব্যৱস্থাপক সভাৰ বিৰুদ্ধে যতদূৰ সম্ভৱ, নিজৰ কৰ্তৃত্ব চলাবলৈ বাধা দিয়া হৈছে। বড়লাট অমাত্য সকলৰ সৈতে দিয়া হুকুম নামাতো এনে কথাই উল্লেখ কৰা আছে (১)।

প্ৰথমতে প্ৰাদেশিক শাসন দি যতদূৰ সম্ভৱ সোনকালে দেশীয় ৰাজ্য বিলাকৰ সৈতে কেন্দ্ৰত যুক্ত ৰাষ্ট্ৰ স্থাপন কৰাই এই শাসন সংস্কাৰৰ উদ্দেশ্য, কিন্তু সাধাৰণতে যি নিয়মে যুক্ত ৰাষ্ট্ৰ গঠিত হয়, ভাৰতৰ যুক্ত ৰাষ্ট্ৰত সেই নিয়ম নেথাকে। যুক্ত ৰাষ্ট্ৰৰ অধ্যায়ত এই বিষয়ে বহলাই কোৱা হব।

## ভাৰতৰ শাসনতন্ত্ৰৰ ক্ৰম বিকাশৰ চমু টোকা ঃ—

১৮৫৮ খৃষ্টাব্দলৈকে ভাৰতৰ আৰু ইংলণ্ডৰ চৰকাৰে প্ৰজাৰ মত বা সহায় নিবিচৰাকৈ ভাৰত শাসন কৰিছিল। ১৮৫৮ চনত, বিদ্ৰোহৰ পাচত ভাৰত চৰ্কাৰ পাৰ্লিয়ামেণ্টৰ তলতীয়া হয় আৰু ক্ৰমে প্ৰজাৰ মত আৰু সহানুভূতিৰ সাপেক্ষে শাসন চলাবলৈ প্ৰয়াস পাই। ১৮৬১ চনৰ পৰা ব্যৱস্থাপক সভাৰ ক্ৰমে উন্নতি সাধন হৈছিল যদিও ১৯১৯ চনলৈকে শাসন বিভাগ স্বাধীন মতেই চলিছিল, ১৯১৭ চনৰ মণ্টেগু চেমচ্ফৰ্ডৰ ঘোষণাতে এই কথা কোৱা হৈছে। ৰাজকীয় ঘোষণাত ভাৰতে ক্ৰমে কেনেকৈ শাসন পাইছিল তাৰ উল্লেখ কৰি এইদৰে কোৱা আছে। ১৭৭০ আৰু ১৭৮৪ চনৰ আইন, ইষ্ট ইণ্ডিয়া কোম্পানিৰ তলত ভাৰতবৰ্ষ নিয়ম মতে শাসিত হবৰ নিমিত্তে আৰু বিচাৰৰ সু-ব্যৱস্থাৰ নিমিত্তে ৰচনা কৰা হৈছিল। ১৮৩৩ চনৰ আইনে ভাৰতবাসীৰ নিমিত্তে চৰ্কাৰী বিষয়ৰ বাট মোকোলায়। ১৮৫৮ চনত ভাৰতৰ শাসন কোম্পানিৰ পৰা

(১) ১৮৬৭ চনত কানাডাক খায়ত্ব শাসন দিওঁতেই বৃটিছ পাৰ্লিয়ামেণ্টে কানাডাৰ ওপৰত ভালেখিনি ক্ষমতা ৰাখিছিল, কিন্তু কানাডাত সেই বিলাক প্ৰয়োগ কৰা হোৱা নাছিল।

ইংলণ্ডৰ বজাৰ তললৈ অনা হয়। ১৮৬১ চনৰ আইনে প্ৰতিনিধি মূলক শাসনৰ গুটি সিচে আৰু সেই গুটি ১৯০৯ চনৰ আইনে অঙ্কুৰিত কৰে। ১৯১৯ চনত প্ৰাদেশিক দায়িত্ব পূৰ্ণ শাসন আৰম্ভ হৈ ১৯৩৫ চনত, ভাৰতবাসীৰ ঐকান্তিক ইচ্ছা, আন্দোলৰ আদিৰ নিমিত্তেই, ক্ৰমে একৰকম দায়িত্ব পূৰ্ণ শাসন প্ৰতিষ্ঠিত হৈছে আৰু বিশেষ ভাবে হোৱাৰ আগন্তুক হৈছে। প্ৰথমতে প্ৰায় সম্পূৰ্ণ দায়িত্ব পূৰ্ণ শাসনেৰে শাসিত প্ৰদেশ বিলাকে দেখা দিছে আৰু ক্ৰমে কেন্দ্ৰীয় শাসনতো দায়িত্ব পূৰ্ণ শাসন পোৱা হব বুলি আশা কৰা যায়।

---

# দ্বিতীয় অধ্যায়

## ইংলণ্ডত ভাৰতৰ শাসন ব্যৱস্থা।

**ভাৰত সচিব তেওঁৰ পদ, দায়িত্ব আৰু ক্ৰম বিকাশ:**—ভাৰত চৰ্কাৰ আৰু বৃটিছ চৰ্কাৰৰ ভিতৰত থকা সম্বন্ধ ৰক্ষা কৰাত ভাৰত সচিব বা ভাৰত মন্ত্ৰীৰ (১) পদ অতি আৱশ্যকীয় আৰু দায়িত্ব পূৰ্ণ। তেওঁ এফালে যেনেকৈ বৃটিছ পাৰ্লিয়ামেণ্টক সন্তোষ দি ভাৰত শাসন কৰিব লাগে আন হাতে সেইদৰে ভাৰত সু-শাসিত হৈ কেনেকৈ প্ৰজাৰ সুখ সন্তোষ আৰু অন্যান্য সকলো ৰকম উন্নতিৰ কাৰণ হব পাৰে তাৰ ব্যৱস্থা কৰিব লাগে।

ভাৰত সচিব পদৰ ক্ৰম বিকাশ।

কোম্পানীৰ দিনত ইংলণ্ডত থকা ডিৰেক্টৰ সকলৰ সভাই বা 'বৰ্ড অৱ কণ্ট্ৰলে' কোম্পানীৰ ভাৰতীয় কাৰ্য্য কলাপ পৰিচালনা কৰিছিল। চিপাহী বিদ্ৰোহৰ পাচত, ১৮৫৮ চনত ভাৰতৰ শাসন ইংৰাজ ৰজাৰ হতলৈ আহে আৰু ভাৰতত থকা কোম্পানীৰ ৰাজ্য, ক্ষমতা আদি সকলো ইংৰাজ ৰজাই পায়। এই আইত মতে আগৰ ডিৰেক্টৰ সঙ্ঘই বা 'বৰ্ড অৱ কণ্ট্ৰলে' কৰা কাম কৰিবৰ নিমিত্তে ভাৰত সচিবৰ পদ সৃষ্টি হয়। ইয়াৰ লগতে ভাৰত সচিবক ভাৰতৰ বিষয় আৱশ্যকীয় বা বাতৰি আৰু পৰামৰ্শ দিবৰ কাৰণে ১৫ জন সভ্যৰে এখন ভাৰত-শাসন সমিতি গঠন কৰা হয়। এই পৰিষদ খনৰ নাম "ইণ্ডিয়া কাউন্সিল" (২)।

ইণ্ডিয়া কাউন্সিল

ভাৰত সচিব বৃটিছ পাৰ্লিয়ামেণ্টৰ সভ্য আৰু মন্ত্ৰী সভাৰো (৩) অন্যতম মন্ত্ৰী। ৰাজ অমাত্য পৰিষদ বা 'প্ৰিভি-

---

(১) চেক্ৰেটাৰি অৱ ষ্টেট ফৰ ইণ্ডিয়া...Secretary of State for India.

(২) India Council. (৩) বৃটিছ কেবিনেট—British Cabinet.

কাউন্সিল'তো তেওঁৰ ঠাই আছে। মন্ত্ৰী সভাৰ কাৰ্য্য কালেই তেওঁৰো কাৰ্য্য কাল। বৃটিছ পাৰ্লিয়ামেণ্টৰ ওপৰত ভাৰত শাসনৰ যি দায়িত্ব আছে সেই দায়িত্ব অনুসৰি ভাৰত সচিবেই পাৰ্লিয়ামেণ্টৰ হৈ সকলো কাম চলায়। ভাৰত সচিবৰ জৰিয়তেই পাৰ্লিয়ামেণ্টে ভাৰতৰ ওপৰত নিজ ক্ষমতা প্ৰয়োগ কৰে আৰু তেওঁৰ জৰিয়তেই ভাৰতৰ বিষয় পাৰ্লিয়ামেণ্টৰ ওপৰত থকা সকলো ৰকম দায়িত্বৰ খবৰ ৰাখে। ভাৰত সচিবে বছৰি বছৰি ভাৰত শাসনৰ বিষয় আৰু খৰচ পাতিৰ বিষয় একোখন ৰেপৰ্ট পাৰ্লিয়ামেণ্টৰ ওচৰত দাখিল কৰিব লাগে। ভাৰত শাসনৰ বাবে পাৰ্লিয়ামেণ্ট আৰু ৰজা একে যোগে দায়ী, পাৰ্লিয়ামেণ্ট আৰু ৰজাৰ ওচৰত ভাৰত মন্ত্ৰী দায়ী। গৱৰ্ণৰ জেনেৰেলে ভাৰত সচিবৰ আদেশ মতে কাম চলাব লাগে।

ভাৰত শাসনৰ দায়িত্ব।

১৯১৯ চনৰ ভাৰত শাসন আইন প্ৰণয়ন কৰালৈকে দেখাত ভাৰত সচিবৰ ওপৰত পাৰ্লিয়ামেণ্টে বিশেষ ক্ষমতা নচলালেও ভাৰত সচিব স্বেচ্ছাচাৰী হবৰ উপায় নাছিল। গৱৰ্ণৰ জেনেৰেলৰ জৰিয়তে প্ৰাদেশিক চৰ্কাৰ বিলাকেও ভাৰত সচিবৰ কৰ্ত্তৃত্বৰ অধীন হৈ চলিব লাগে। আইন মতে ভাৰত সচিবেই ভাৰতৰ বিষয়ত ৰজাৰ পৰামৰ্শ দাতা। সকলো, ভাৰত বিষয়ক আদেশ পত্ৰ আদিত ভাৰত সচিবৰ চহী থাকিব লাগে। ভাৰতৰ কেন্দ্ৰীয় বা প্ৰাদেশিক ব্যৱস্থাপক-সভাৰ আইনৰ আচনি কৰিবলৈ আৰু সাল সলনি কৰিবলৈ ভাৰত মন্ত্ৰীৰ সম্মতি আগতে লব লাগে। ব্যৱস্থাপক সভা বিলাকত গৃহীত হোৱা প্ৰস্তাৱো সম্ৰাটৰ সন্মতিৰ কাৰণে ভাৰত মন্ত্ৰীলৈ পঠাব লাগে, তেওঁৰ পৰামৰ্শ অনুসৰি এনে প্ৰস্তাৱত সম্ৰাটে সম্মতি নিদিবও পাৰে। ভাৰতৰ শাসন আইনৰ ত্ৰুটিতে, তাৰ ভিতৰত আৱশ্যক হোৱা সকলো আইন তেওঁ ৰচনা কৰি দিব পাৰে।

ভাৰত মন্ত্ৰীৰ দায়িত্ব।

গৱৰ্ণৰ জেনেৰেলৰ বাহিৰে, প্ৰাদেশিক শাসন কৰ্ত্তাকে আদি কৰি ভাৰতৰ

ডাঙৰ ৰাজ-বিষয়াক ভাৰত মন্ত্ৰীৰ পৰামৰ্শ মতেই সম্ৰাটে নিয়োগ কৰে। সেইদৰে তেওঁৱেই প্ৰধান বিষয়া বিলাকক বৰ্খাষ্ট কৰিব পাৰে। গোটেই ভাৰতৰ নিমিত্তে নিযুক্ত কৰা 'আই চি এচ,' 'আই এম, এচ' আদি বিষয় বিলাকত তেওঁৱেই বিষয়া মৰ্কবল কৰিব পাৰে। ভাৰতৰ কেন্দ্ৰীয় আৰু প্ৰাদেশিক চৰকাৰ বিলাকৰ ভিতৰৰ সম্বন্ধ তেওঁৱেই থিৰ কৰি দিয়ে। ভাৰত গৱৰ্ণমেণ্ট ভাৰতত চাকৰী কৰি আহি পেন্সন পাব লগীয়া, ইংলণ্ডত থকা লোকক পেন্সন দিবৰ নিমিত্তে, ইংলণ্ডত ভাৰত গৱৰ্ণমেণ্টৰ আৱশ্যকীয় সাজ-সৰঞ্জাম কিনিবৰ নিমিত্তে আৰু অন্যান্য কাৰণে যি টকা ভাৰত গৱৰ্ণমেণ্টে ইংলণ্ডত দিব লাগে, ভাৰত সচিবে সেই সকলোৰে ব্যৱস্থা কৰে।

**১৮৫৮ চনৰ পৰা ১৯১৯ চনলৈকে পাৰ্লিয়ামেণ্টৰ ভাৰত শাসনৰ স্বৰূপ**ঃ—১৯১৯ চনৰ আইন বিধিবদ্ধ হোৱাৰ আগলৈকে ভাৰত মন্ত্ৰীৰ দৰ্মহা আৰু তেওঁৰ অন্যান্য খৰচ ভাৰতৰ পৰা দিয়া হৈছিল; সেই কাৰণে পাৰ্লিয়ামেণ্টৰ ভাৰতৰ বিষয় বিশেষ আলোচনা কৰি মূৰ ঘমাবৰ আৱশ্যক নাছিল। বছৰে বছৰে ভাৰত শাসন সম্বন্ধীয় এখন বিবৃতি ভাৰত সচিবে পাৰ্লিয়ামেণ্টৰ আগত দাঙি ধৰে আৰু চলিত ৰীতি হিচাপে পাৰ্লিয়ামেণ্টে তাক গ্ৰহণ কৰে। এইদৰে ১৮৫৮ চনৰ পৰা ভাৰতৰ ওপৰত পাৰ্লিয়ামেণ্টৰ কৰ্তৃত্ব দেখাত সম্পূৰ্ণ হলেও কাৰ্য্যত বিশেষ একো নাছিল। ১৭৮৩ চনত 'ফক্স ইণ্ডিয়া বিল' পৰাজিত হৈ মন্ত্ৰী সভা পতন হোৱাৰ পৰা, ভাৰতৰ বিষয় বৃটিছৰ দলগত ৰাজনীতিৰ ভিতৰত সোমোৱা নাছিল। ১৮৫৮ চনৰ পৰা ১৯১৯ চনলৈকে পাৰ্লিয়ামেণ্টে ভাৰত শাসন সম্বন্ধত বিশেষ চকু কাণ দিয়া নাছিল আৰু ইয়াৰ বিষয় বিশেষ নাজানিছিল। এই গোটেই কাল ডোখৰত ভাৰত মন্ত্ৰীয়ে পাৰ্লিয়ামেণ্টৰ নামত ভাৰতৰ শাসন পৰিচালনা কৰিছিল আৰু তেওঁৰ প্ৰায় সকলো কামৰ নিয়ম মতে সমালোচনা নোহোৱাকৈ চলিছিল। মুঠতে, এই কালত পাৰ্লিয়ামেণ্ট ভাৰতৰ অভিভাৱক আছিল যদিও, কাণ সৰাসি মাৰি আছিল।

**১৯১৯ চনৰ আইন আৰু ভাৰত সচিব**—১৯১৭ চনৰ ঘোষণা অনুযায়ী ভাৰতত দায়িত্ব পূর্ণ শাসনৰ এক কিষ্টি হিচাপে ১৯১৯ চনৰ আইনে আংশিক প্ৰাদেশিক স্বায়ত্ব শাসন দিয়ে। এই কাৰণে কেন্দ্ৰীয় শাসন আৰু ইংলণ্ডত থকা ভাৰতৰ শাসন যন্ত্ৰতো অলপ সাল সলনি কৰিব লগা হল। এই আইন মতে ভাৰত সচিবৰ দৰমহা ইংলণ্ডৰ ৰাজ ভড়ালৰ পৰা দিয়া নিয়ম হয়। (১)

পার্লিয়ামেণ্টে ভাৰতৰ বিষয়ত বিশেষ চকু কাণ দিবৰ নিমিত্তেই এনে কৰা হল, ইয়াৰ উপৰিও ভাৰতৰ বিষয় আলোচনাত পার্লিয়ামেণ্টক সহায় কৰিবলৈ পার্লিয়ামেণ্টৰ দুয়োটা শাখাৰ সভ্যলৈ এখন স্থায়ী সভা গঠন কৰা হল। ভাৰত সচিবে শাসন বিষয়ক নতুন নিয়ম কৰিব লগা হলে এই যুটীয়া সমিতিৰ মতৰ আৱশ্যক হল। ভাৰতৰ ৰাজনৈতিক, আৰ্থিক আৰু নৈতিক উন্নতি আদিৰ কথা সকলোৱে জানিবৰ নিমিত্তে ৰাজকীয়া দামত বিতৰণ কৰিব পৰাকৈ পুস্তিকা প্ৰণয়ন কৰিবলৈ থিৰ কৰা হয়। দহ বছৰৰ মূৰত ভাৰত শাসনৰ দায়িত্ব কমাই বা বঢ়াই দিবৰ নিমিত্তে পার্লিয়ামেণ্টৰ কমিচন নিয়োগ কৰাৰ ব্যৱস্থা হয়। এইদৰে বৃটিছ ভাৰতৰ ওপৰত পার্লিয়ামেণ্টৰ ক্ষমতা বৃদ্ধি কৰা হল। এই আইনৰ দ্বাৰা ভাৰতৰ প্ৰদেশ বিলাকত আংশিক স্বায়ত্ব শাসন দিয়াৰ কাৰণে, হস্তান্তৰিত বিভাগ বিলাকত, ব্যৱস্থাপক সভা বিলাকে প্ৰাদেশিক গৱৰ্ণমেণ্টৰ সৈতে একেমতে কৰা কামৰ ওপৰত গৱৰ্ণৰ জেনেৰল আৰু ভাৰত সচিবৰ ক্ষমতা কমাই দিয়া হল। ৰাজস্বৰ বিষয়ত গৱৰ্ণৰ জেনেৰল আৰু ব্যৱস্থাপক সভা একমত হলে, বৃটিছ সাম্ৰাজ্যৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে কৰিব লগীয়া কামৰ বাহিৰে, আন কাৰণত ভাৰত সচিবে তাত হস্তক্ষেপ নকৰা থিৰ হয়।

ভাৰতৰ ওপৰত বৃটিছ পার্লিয়ামেণ্টৰ ক্ষমতা বৃদ্ধি।

ভাৰত সচিবৰ ক্ষমতা হ্ৰাস।

(১) ভাৰত মন্ত্ৰীৰ বেতন বছৰি পাঁচ হাজাৰ পাউণ্ড।

**হাই কমিচনাৰ**—মণ্টফৰ্ড সংস্কাৰ অনুসৰি ১৯২০ চনৰ পৰা বিলাতত ভাৰত চৰ্কাৰৰ প্ৰতিনিধি হিচাপে কাম. কৰিবলৈ ভাৰতৰ হাই কমিচনাৰ নামে এজন বিষয়া নিয়োগ কৰা হয়। আগেয়ে ভাৰত সচিবে, ভাৰতৰ প্ৰতিনিধি হিচাপে কৰা ভালেখিনি কাম এই জন বিষয়াৰ হাতলৈ আহিল। ভাৰত চৰ্কাৰৰ আৱশ্যকীয় সাজ সৰঞ্জাম কিনা; প্ৰাদেশিক আৰু কেন্দ্ৰীয় শাসন তন্ত্ৰৰ যিবিলাক প্ৰতিনিধি ইংলণ্ডলৈ আনিব লাগে, তেওঁ বিলাকক অনা; ভাৰতত কাম কৰি পেঞ্চন লৈ ইংলণ্ডত থকা বিষয়া বিলাকৰ পেন্সন আদি দিয়া, প্ৰথমতে নিযুক্ত হোৱা চিভিল চাৰ্ভিচ আদিৰ বিষয়া বিলাকৰ আৱশ্যকীয় ব্যৱস্থা কৰি তদাৰক কৰা, শিক্ষাৰ কাৰণে আহি থকা ভাৰতীয় ছাত্ৰ বিলাকৰ তত্বাৱধান লোৱা, ভাৰতৰ বেপাৰ বাণিজ্যত চকু ৰখা আৰু এই সম্বন্ধীয় বা বাতৰি ভাৰতত যোগোৱা, আন্তৰ্জাতিক সভা সমিতি বা অন্যান্য সভা-সমিতিত ভাৰতৰ প্ৰতিনিধিত্ব কৰা আদি কাম তেওঁ কৰে। ভাৰত সচিবৰ দৰে তেওঁৰ কোনো শাসন সম্পৰ্কীয় কাম বা আন কোনো ৰাজনৈতিক কাম নাই। ভাৰতৰ হাই কমিচনাৰৰ মৰ্যদা উপনিবেশৰ স্বায়ত্ব শাসন প্ৰাপ্ত দেশ বিলাকৰ দূতৰ সমান নহয়। তেওঁক সপৰিষদ ভাৰতৰ বৰলাটে নিযুক্ত কৰে আৰু তেওঁৰ দৰ্মহা আদি ভাৰতৰ ৰাজস্বৰ পৰা দিয়া হয়। মূলতে তেওঁ ভাৰত চৰ্কাৰৰ কৰ্তৃতাধীন, ভাৰত সচিবৰ কৰ্তৃতাধীন নহয়; কিন্তু যিবিলাক কাম সাধাৰণৰ সুবিধাৰ কাৰণে ভাৰত মন্ত্ৰীয়ে নিজে ভাবিচিন্তি তেওঁক কৰিবলৈ দিয়ে সেই বিলাক কামকে তেওঁ কৰে।

হাই কমিচনাৰৰ পদ।

**ইণ্ডিয়া কাউন্সিল**—১৮৫৮ চনৰ আইন অনুসৰি ভাৰত মন্ত্ৰী নিযুক্ত কৰা হল। ভাৰতৰ বিষয়ত বিশেষ অভিজ্ঞতা নথকা লোক এজনক অকলে এনে দায়িত্ব পূৰ্ণ ক্ষমতা দিয়াত কোম্পানীৰ ফালৰ পৰা আপত্তি হল। সেই কাৰণেই ভাৰতৰ বিষয়ত অভিজ্ঞতা থকা লোক জনদিয়েককো লৈ

এখন ভাৰত শাসন সভা বা 'ইণ্ডিয়া কাউন্সিল' পতা হল। প্ৰথমতে এই পৰিষদত ১৫ জনলৈকে সভ্য থকাৰ নিয়ম আছিল, আৰু এওঁবিলাকৰ কাৰ্য্যকাল সাত বছৰলৈকে নিৰ্দ্ধাৰিত আছিল, ভাৰত সচিবেই এই সভাৰ সভাপতি। আন এজন কাউন্সিলৰ সভ্যক ভাৰত সচিবেই এই সভাৰ সহকাৰী সভাপতি পাতে ; ভাৰত সচিবে তেওঁক কামৰ পৰা আঁতৰাবও পাৰে।

১৯১৯ চনৰ সাল সলনি আৰু সভাপদ।

১৯১৯ চনৰ আইন মতে ভাৰত সচিবৰ দ্বাৰাই তেওঁৰ ইচ্ছা অনুসৰি 'ইণ্ডিয়া কাউন্সিলৰ' ৮ জনৰ পৰা ১২ জনলৈকে সভ্য নিযুক্ত কৰা নিয়ম হয়। এই সভাত যিমান সভ্য নিযুক্ত হব তাৰ ভিতৰৰ আধা সভ্যৰ, ভাৰতৰ অভিজ্ঞতা থাকিব লাগিব। এনে অভিজ্ঞতাৰ কাৰণে তেওঁবিলাক অন্ততঃ দহ বছৰ ভাৰতত বিষয় ববীয়া হৈ থকা বা আন কাৰণে ভাৰতত থকা হব লাগিব আৰু সভ্য নিয়োগৰ সময়ত তেওঁবিলাকে ভাৰত এৰি অহা কাল পাঁচ বছৰতকৈ বেছি হব নোৱাৰিব। সভ্য সকলৰ কাৰ্য্যকাল সাত বছৰৰ ঠাইত পাঁচ বছৰ কৰা হয়। ভাৰতীয় সভ্য সকলে যাতে কম দিনৰ কাৰণে নিজৰ স্বাৰ্থ হানি কৰি, দেশৰ কাম কৰিব পাৰে তাৰ নিমিত্তে এনে ব্যৱস্থা হয়। ইণ্ডিয়া কাউন্সিলৰ সভ্য সকলে প্ৰতি বছৰে ১২০০ পাউণ্ড দৰমহা পাইছিল আৰু ভাৰতীয় কিজনে নিৰ্দ্ধাৰিত দৰমহাতকৈ ৬০০ পাউণ্ড বেছি পাইছিল। ইণ্ডিয়া কাউন্সিলৰ সভ্য সকল পাৰ্লিয়ামেণ্টৰ সভ্য নহয়। পাৰ্লিয়ামেণ্টৰ দুয়োটা শাখাৰ মত হলে বজাই নিৰ্দ্দিষ্ট কালৰ আগতে কাউন্সিলৰ সভ্য সকলক কামৰ পৰা গুছাব পাৰে।

ইণ্ডিয়া কাউন্সিলৰ কাম।

ভাৰত সচিবৰ নিৰ্দ্দেশ মতে ইণ্ডিয়া কাউন্সিলে ইংলণ্ডত ভাৰতৰ শাসন সম্বন্ধীয় কাৰ্য্য চলায়। এই কাউন্সিলখন থাইকৈ পৰামৰ্শ সভাহে। ইয়াৰ কোনো নতুন প্ৰস্তাৱ দাঙি ধৰিবৰ ক্ষমতা নাই। দুই চাৰি বিষয়তহে মাত্ৰ ভাৰত সচিবে ইয়াৰ

সবহীয়া সভাব মত অনুসৰি কাৰ্য্য কৰিব লাগে। সেই কিটা হৈছে,—ভাৰতৰ ৰাজস্বৰ কোনো অংশ গ্ৰহণ কৰা, ধাৰ কৰা চুক্তিত সোমোৱা, মকৰ্দ্দমা আদি কৰা, কোনো কোনো বিষয়া বৰ্খাষ্ট কৰা, ভাৰতৰ 'চিভিল্ চাৰ্ভিচৰ' নিয়ম গঠন কৰা আৰু চিভিল্ চাৰ্ভিচত লোক নিযুক্ত কৰা। ভাৰতৰ চৰ্কাৰী হিচাপ পৰীক্ষক নিযুক্ত কৰোঁতেও কাউন্সিলৰ মতামত আৱশ্যক। বাকী সকলো কামত কাউন্সিলে পৰামৰ্শহে দিব পাৰে। ইণ্ডিয়া কাউন্সিল্ প্ৰতি নাহে এবাৰকৈ বহে। ভাৰত শাসনৰ শেষ দায়িত্ব ভাৰত-সচিবৰ গাত থকাৰ নিমিত্তে সকলো কথাতে তেওঁ কাউন্সিলৰ মত অগ্ৰাহ্য কৰিব পাৰে।

**ইণ্ডিয়া অফিচ**—ভাৰত-মন্ত্ৰী আৰু সকাউন্সিল ভাৰত-মন্ত্ৰীৰ কাৰ্য্যকাৰক বিষয়া সকল সমন্বিতে কাৰ্য্যালয়ক 'ইণ্ডিয়া অফিচ' বোলে। ভাৰত সচিবৰ দুজন সহকাৰী বা আণ্ডাৰ্ চেক্ৰেটাৰি থাকে। এজন পাৰ্লিয়ামেণ্টৰ সভ্যৰ ভিতৰৰ পৰা নিৰ্ব্বাচিত হয়। তেওঁৰ নিয়োগ আৰু অৱসৰ ভাৰত সচিবৰ লগে লগে, সাধাৰণতে ভাৰত-মন্ত্ৰী পাৰ্লিয়ামেণ্টৰ যিথন সভাৰ সভ্য থাকে, সহকাৰী মন্ত্ৰী জন সেইখনৰ নাথাকে, আন খনৰ থাকে। এইদৰে পাৰ্লিয়ামেণ্টৰ শাখাত ভাৰতৰ বিষয় দায়িত্ব থকা দুজন লোক থাকে। আন জন সহকাৰী স্থায়ী বিষয়া, মন্ত্ৰী সভাৰ সাল সলনিত, ভাৰত সচিবৰ আৰু তেওঁৰ পাৰ্লিয়ামেণ্টৰ সভ্যৰ পৰা লোৱা সহকাৰীজনৰ সাল সলনি হলে এওঁৰ সাল সলনি নহয়। এওঁ ৰাজনৈতিক দলাদলিৰ বাহিৰত থাকে আৰু এৱেঁই ইণ্ডিয়া অফিচৰ স্থায়ী ধৰণী। তেওঁৰ তলত স্থায়ী ভাবে থাকি অন্যান্য বিষয়া সকলে বিলাতত ভাৰত সংক্ৰান্ত কাৰ্য্য চলায়।

দুজন সহকাৰী ভাৰত-মন্ত্ৰী।

## ১৯৩৫ চনৰ শাসন আইন অনুসৰি হোৱা সাল সলনি।

১৯৩৫ চনৰ আইন অনুসৰি ভাৰত সচিবৰ ক্ষমতা ৰজাৰ হাতলৈ গল আৰু ৰজাই ভাৰত সচিবৰ উপদেশ অনুসৰি সেই ক্ষমতা বিলাক প্ৰয়োগ কৰা থিৰ হল। ভাৰত সচিব আগৰ দৰেই বৃটিছ মন্ত্ৰীসভাৰ সভ্য হৈয়ে থাকিল। বৃটিছ প্ৰধান মন্ত্ৰীয়ে ভাৰতৰ গৱৰ্ণৰ জেনেৰেল নিযুক্ত কৰিব আৰু আন ডাঙৰ বিষয়া নিয়োগ কৰোঁতেও তেওঁৰ পৰামৰ্শৰ আৱশ্যক হব।

দায়িত্বৰ সালসলনি

নতুন শাসন সংস্কাৰ আইনমতে প্ৰাদেশিক আৰু কেন্দ্ৰীয় শাসনত যিবিলাক বিষয়ৰ নিমিত্তে গৱৰ্ণৰ বা গৱৰ্ণৰ জেনেৰেল পালিয়ামেণ্টৰ ওচৰত দায়ী থাকিব, সেই বিলাক বিষয়তহে ভাৰত সচিবৰ ভাৰত শাসন সম্বন্ধে কৰ্ত্তৃত্ব থাকিব। যি বিলাক প্ৰাদেশিক বা কেন্দ্ৰীয় বিষয়ত ব্যৱস্থাপক সভাৰ সিদ্ধান্তই শেষ সিদ্ধান্ত হব, সেই বিলাকত ভাৰত সচিবৰ কৰ্ত্তৃত্ব স্বাভাৱিকতে নাইকিয়া হব। নতুন আইন অনুসৰি সামৰিক আৰু বৈদেশিক বিষয়ত গৱৰ্ণৰ জেনেৰেলৰ বিশেষ ক্ষমতা থাকিলেও তেওঁ ইচ্ছামতে সেই বিষয় চলাব নোৱাৰে। পাৰ্লিয়ামেণ্টৰ কৰ্ত্তৃত্বত থাকি তেওঁ সেই বিষয় চলাব লাগিব আৰু পালিয়ামেণ্টৰ হৈ সেই বিষয়ত তেওঁক ভাৰত সচিবে নিৰ্দ্দেশ দিব। প্ৰাদেশিক শাসন কৰ্ত্তা সকলে নিজে যি বিলাক কাম কৰিব, সেই বিলাকত গৱৰ্ণৰ জেনেৰেলৰ নিজা সম্মতি লাগিব। গৱৰ্ণৰ জেনেৰেলে নিজে প্ৰাদেশিক বা কেন্দ্ৰীয় বিষয়ত যি কাম কৰিব তাত ভাৰত সচিবে অনুমতি দিব লাগিব। ঔপনিৱেশিক পূৰ্ণ স্বায়ত্ব-শাসনেই ভাৰত শাসনৰ লক্ষ্য বুলি থিৰ কৰা হৈছে। এনে ঔপনিৱেশিক শাসনত আগ বঢ়াৰ লগে লগে ভাৰত সচিবৰ দায়িত্ব ক্ৰমে কমি ভাৰত চৰ্কাৰৰ হাতলৈ আহিব।

ক্রু কমিটিয়ে (১) ইণ্ডিয়া কাউন্সিলৰ আৱশ্যক নাই বুলি মত প্ৰকাশ কৰাত নতুন সংস্কাৰ আইনে এই কাউন্সিল উঠাই দিছে, কিন্তু চৰ্কাৰী বিষয়া নিয়োগ, অৰ্থ সম্বন্ধীয় কথা, ৰাজনৈতিক বিষয়ত পৰামৰ্শ দিয়া আদি আৱশ্যকৰ নিমিত্তে ভাৰতৰ বিষয়ে বিশেষ জনাশুনা জনচেৰেক পুৰণি ৰাজবিষয়া ভাৰতমন্ত্ৰীক পৰামৰ্শ দিবৰ নিমিত্তে লবলৈ থিৰ হয়। এনে পৰামৰ্শ দাতা,—দুজনৰ বেছি আৰু তিনিজনৰ কম হব নোৱাৰিব। তেওঁবিলাকৰ অন্ততঃ আধা, ভাৰতবৰ্ষত কমেও দহ বছৰ কাম কৰা হব লাগিব আৰু পৰামৰ্শ দাতা হিচাপে গ্ৰহণ কৰাৰ সময়ত তেওঁবিলাকে ভাৰতবৰ্ষৰ পৰা কাম এৰি অহা দুবছৰতকৈ বেছি হব নোৱাৰিব। শাৰীৰিক আৰু মানসিক অসুস্থতাৰ নিমিত্তে এনে পৰামৰ্শ দাতাক ভাৰত সচিবে, তেওঁবিলাকৰ কাৰ্য্যকাল পূৰ নহলেও, অৱসৰ দিব পাৰিব। তেওঁবিলাকৰ কাৰ্য্যকাল পাঁচ বছৰ আৰু বছেৰীয়া দৰ্মহা প্ৰত্যেকৰে ১৩৫০ পাউণ্ড্। ভাৰতীয় সভ্য হলে বছৰি আৰু ৬০০ পাউণ্ড ওপৰঞ্চি পায়। ভাৰত সচিবে কোনো বিষয়ত এওঁবিলাকৰ লগত একেলগে বা বেলেগ বেলেগ পৰামৰ্শ কৰিব পাৰে বা নকৰিবও পাৰে। পাৰ্লিয়ামেণ্টে ঠিক কৰা চৰ্কাৰৰ ভঁড়ালৰ পৰাই ভাৰত সচিব, তেওঁৰ পৰামৰ্শদাতা সকল আৰু কৰ্ম্মচাৰী সকলৰ দৰ্মহা আৰু অন্যান্য খৰচ যোগোৱা নিয়ম হয়। ভাৰত সচিব বিষয় বাব ঠিক কৰা চিভিল চাৰ্ভিচৰ বিষয়া সকলৰ অনুৰূপ। গোটেই ভাৰতৰ কাৰণে বিষয়া নিয়োগ কৰা বিষয়ত নিৰ্দ্দিষ্ট নিয়মৰ উপৰি কৰিবলগীয়া নিয়ম কৰাত আৰু ভাৰত গৱৰ্ণমেণ্টৰ ৰাজনৈতিক বিভাগৰ

ইণ্ডিয়া কাউন্সিল।

ভাৰতমন্ত্ৰীৰ পৰামৰ্শদাতা।

---

(১) Crew Committee on the Home Administration of Indian Affairs 1919. (ভাৰতৰ বিষয় ইংলণ্ডত থকা শাসন যন্ত্ৰৰ আলোচনা কৰিবৰ নিমিত্তে ১৯১৯ চনত এই ক্রু কমিটিয়ে তদন্ত কৰে। সভাপতিৰ নাম অনুসৰি কমিটিৰ নাম।)

বিষয়াৰ সম্বন্ধে ব্যৱস্থা আদি কৰাত হে ভাৰত সচিবে পৰামর্শ দাতা সকলৰ অন্ততঃ আধাখিনিৰ মত অনুসৰি কার্য্য কৰিব লাগে।

নতুন আইনমতে হাই কমিচনাৰৰ কাম-কাজৰ বিশেষ সাল সলনি নহল। তেওঁৰ বছৰেকীয়া দৰ্ম্মহা তিনি হাজাৰ পাউণ্ড। তেওঁৰ দৰে, গৱৰ্ণৰ জেনেৰেলৰ কৰ্ত্তৃত্বত থকা আৰু এজন ডাঙৰ ৰাজ-বিষয়া লণ্ডনত ভাৰতৰ কামৰ নিমিত্তে থাকে তেওঁ হৈছে ইংলণ্ডত হোৱা ভাৰত সম্বন্ধীয় খৰচৰ হিচাপ পৰীক্ষক। তেওঁক গৱৰ্ণৰ জেনেৰেলে নিযুক্ত কৰে।

হাই কমিচনাৰ আৰু হিচাপ পৰীক্ষা।



# তৃতীয় অধ্যায়

## গৱৰ্ণৰ জেনেৰেল, কেন্দ্ৰীয় গৱৰ্ণমেণ্ট সংকল্পিত যুক্তৰাষ্ট্ৰ

ভাৰতলৈ ইংৰাজ অহাৰ পৰাই কেনেকৈ ক্ৰমে ভাৰতৰ বিভিন্ন অংশ ইংৰাজৰ হাতলৈ আহিল তাক আমি দেখি আহিছো। প্ৰথমতে কোম্পানীৰ হাতলৈ অহা বোম্বাই, মাদ্ৰাজ, বঙ্গদেশ আদি প্ৰদেশ বিলাক বেলেগ বেলেগ হৈ আছিল।

গৱৰ্ণৰ জেনেৰেলৰ বিষয় সৃষ্টি।

ক্ৰমে এই বিলাক গোটখুৱাই এজন বিষয়াৰ তত্বাৱধানলৈ অনা হয়, এই বিষয়া জনে সাধাৰণ ভাবে সকলোবিলাক প্ৰদেশৰ ওপৰত চকু ৰাখি শাসন আদি কাৰ্য্য চলায়। ১৭৬৫ চনত ইংৰাজ বঙ্গদেশৰ দেৱানি পালত এই প্ৰদেশ ঘাইপ্ৰদেশ হৈ পৰে। 'ৰেগুলেটিং এক্টে' বঙ্গদেশৰ সপৰিষদ গৱৰ্ণৰক, সপৰিষদ গৱৰ্ণৰ জেনেৰেল পাতি, বোম্বাই আৰু মাদ্ৰাজক সাধাৰণ ভাৱে তদাৰ্কীয়া কৰে। ১৮৩৩ চনৰ 'চাৰ্টাৰ এক্টে' বঙ্গদেশৰ গৱৰ্ণৰ জেনেৰেলক ভাৰতক গৱৰ্ণৰ জেনেৰেল পাতে আৰু গৱৰ্ণৰ জেনেৰেলৰ পৰিষদৰ সভ্যও ক্ৰমে বঢ়াই আনি বৰ্ত্তমানৰ সংখ্যাত ৰখা হয়।

বৰ্ত্তমান ভাৰতৰ প্ৰদেশ বিলাকৰ সৰহ ভাগত স্বায়ত্ব শাসন প্ৰৱৰ্ত্তন কৰা হৈছে। ১৯৩৭ চনৰ এক এপ্ৰিলৰ পৰা এই নতুন প্ৰাদেশিক শাসন আৰম্ভ হৈছে। এই একে আইন অনুসৰি কেন্দ্ৰীয় চৰ্কাৰৰো ৰূপ বদলোৱা হৈছে। এই নতুন কেন্দ্ৰীয় চৰ্কাৰক সমগ্ৰ ভাৰতৰ যুক্তৰাষ্ট্ৰীয় চৰ্কাৰ বোলা হৈছে। যদিও প্ৰাদেশিক শাসতন্ত্ৰ প্ৰৱৰ্ত্তনৰ পৰা এবছৰ মানৰ পাচতে এই

নতুন কেন্দ্ৰীয় চৰ্কাৰ প্ৰতিষ্ঠা কৰাৰ কথা আছিল, তথাপি বিশেষ কাৰণত এই নতুন ধৰণৰ কেন্দ্ৰীয় চৰ্কাৰ এতিয়াও পতা হোৱা নাই (১)। ১৯১৯ চনৰ শাসন সংস্কাৰ আইন মতে যেনে কেন্দ্ৰীয় চৰ্কাৰ প্ৰতিষ্ঠিত হৈছিল এতিয়াও সেইদৰে আছে, এই কেন্দ্ৰীয় চৰ্কাৰৰ বিৱৰণ ১৯১৯ চনৰ শাসন সংস্কাৰৰ আলোচনাৰ লগত দি অহা হৈছে।

**ভাৰত গৱৰ্ণমেণ্ট বা কেন্দ্ৰীয় শাসন।**

গোটেই ভাৰতবৰ্ষৰ কেন্দ্ৰীয় শাসন যন্ত্ৰটোৱেই "ভাৰত গৱৰ্ণমেণ্ট।" ইয়াৰ ওৰি ধৰোঁতা জন বৰলাট, গৱৰ্ণৰ জেনেৰেল বা ভাইচৰয় (ৰাজপ্ৰতিনিধি)। তেওঁক এখন শাসন পৰিষদ আৰু দুখন ব্যৱস্থাপক সভাই দায়িত্ব সম্পাদন কৰাত সহায় কৰে। এই পৰিষদ আৰু ব্যৱস্থাপক সভাৰ কথা আগতে কৈ অহা হৈছে। ভাৰতৰ কেন্দ্ৰীয় চৰ্কাৰৰ ৰাজধানী দিল্লীত। জহ কালি এই কেন্দ্ৰ জহ প্ৰধান দিল্লীৰ পৰা চেঁচা ঠাই চিমলালৈ উঠি যায়। কেন্দ্ৰীয় চৰ্কাৰ সম্বন্ধীয় সকলো কাৰ্য্য সময় অনুসৰি এই দুই ঠাইৰ পৰা চলে।

**গৱৰ্ণৰ জেনেৰেল**—বৃটিছ সম্ৰাজ্যত, ইংলণ্ডৰ বাহিৰত থকা বিষয়া সকলৰ ভিতৰত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল বা ৰাজপ্ৰতিনিধিতকৈ বেছি দায়িত্বশীল, আড়ম্বৰপূৰ্ণ, সম্মানিত বিষয়া আৰু নাই। ইংলণ্ডৰ ৰাজনীতিজ্ঞ, বিচক্ষণ, সদবংশৰ একোজন লোকক সাধাৰণতে পাঁচ বছৰৰ নিমিত্তে সম্ৰাটে ভাৰতৰ বৰ লাট নিয়োগ কৰে।

**গৱৰ্ণৰ জেনেৰেলৰ নিয়োগ**

সাধাৰণতে তেওঁ ইংলণ্ডৰ কোনো বিশেষ ৰাজনৈতিক দলৰ লোক নহয়। প্ৰায়েই লৰ্ড সভাৰ সভ্য পদ তেওঁৰ গাত থাকে। তেওঁৰ বছৰেকীয়া দৰ্ম্মহা ২,৫৬০০০ হেজাৰ টকা। সাময়িক

---

(১) ভাৰতৰ ৰাজনৈতিক দলবিলাকৰ, বিশেষকৈ 'জাতীয় মহাসভা' কংগ্ৰেচৰ সমৰ্থন নোপোৱাত আৰু দেশীয় ৰজা সকলে যুক্তৰাষ্ট্ৰত যোগ দিয়া নিদিয়া বিষয় বিশেষ সিদ্ধান্ত নোহোৱাত যুক্তৰাষ্ট্ৰ প্ৰবৰ্ত্তন কৰাত পলম হৈছে।

ৰাজনৈতিক জগতলৈ চকু ৰাখি, সকলো সাৱধানতাৰে সৈতে শাসন কৰ্ত্তা আৰু সম্ৰাটৰ প্ৰতিনিধি হিচাপে তেওঁ ভাৰতবৰ্ষ শাসন কৰিব লাগে। ভাৰতবৰ্ষ শাসনৰ প্ৰধান অংশ ব্যক্তিগত ভাবে প্ৰথমতে তেওঁৰ ওপৰতে পৰে। তেওঁক এখন শাসন পৰিষদ আৰু দুই শাখা যুক্ত ব্যৱস্থাপক সভাই সহায় কৰে।

ৰাজপ্ৰতিনিধি আৰ ভাইচৰয়।

ৰাজপ্ৰতিনিধি বা ভাইচৰয় হিছাপে তেওঁ ভাৰত সম্বন্ধে যাৱতীয় ক্ষমতা প্ৰয়োগ কৰে। ভাৰতৰ বাহিৰৰ আন ৰাজ্যবিলাকৰ লগত ভাৰতৰ সম্বন্ধ, দেশীয় ৰাজ্যবিলাকৰ পৰস্পৰৰ ভিতৰৰ সম্বন্ধ আৰু বৃটিচ্ ভাৰতৰ লগত দেশীয় ৰাজ্য বিলাকৰ সম্বন্ধ তেওঁ নিয়ন্ত্ৰণ কৰে। ভাৰতৰ দেশীয় ৰাজ্য বিলাকৰ বিষয় সকলোৰকম ব্যৱস্থা ভাৰত গৱৰ্ণমেণ্টৰ নামত তেওঁ কৰিলেও, প্ৰকৃততে এইবোৰ ৰাজপ্ৰতিনিধিৰ হে কাম। ৰাজপ্ৰতিনিধি হিচাপে তেওঁ বৃটিছ ভাৰত আৰু দেশীয় ৰাজ্যৰ ভিতৰত সম্বন্ধ ৰক্ষা কৰে। সম্ৰাটে দোষীক দণ্ডৰ পৰা অব্যাহতি দি যি ক্ষমা কৰিব পৰা ক্ষমতা চলায়, বজাৰ হৈ বৰলাটে ভাৰতত সেই ক্ষমতা চলায়।

আগতে কৈ অহা হৈছে বৰলাটৰ এখন শাসন সভা আছে। ভাৰত শাসনৰ সকলো বিভাগ এই সভাৰ সভ্যই ভাগে ভাগে চলায়। বৰলাট নিজেও এনে এজন সভ্য। তেওঁ শাসন পৰিষদৰ সভাপতি। তেওঁ উপস্থিত থাকিব নোৱাৰিলে যাক তেওঁ সহকাৰী সভাপতি পাতে তেওঁ সভাপতিত্ব কৰে। সভ্য সকলে নিয়ম মতে দৰ্ম্মহা পায়। সাধাৰণতে বৰলাটে শাসন পৰিষদৰ মত অনুসৰিয়েই বা সৰহ ভাগৰ মত অনুসৰি সকলো কাৰ্য্য চলায়। সাধাৰণ কাৰ্য্যবিলাক বিভাগৰ ভাৰ প্ৰাপ্ত সভ্য-জনে সম্পন্ন কৰিলেও বিশেষ কাৰণত যেই সেই বিভাগৰ কাৰ্য্যই গোটেই পৰিষদৰ আলোচিত সিদ্ধান্ত মতে সম্পন্ন হয়। কোনো সিদ্ধান্ত কৰোঁতে

শাসন পৰিষদৰ লগত তেওঁৰ সম্বন্ধ আৰু শাসন পৰিষদ।

দুই ফালে সমান ভোট হলে যি সভাপতি থাকে তেওঁ এটা উপকৰা ভোট দিয়ে; বৰলাটে আৱশ্যক বুজিলে পৰিষদৰ মতৰ বিৰুদ্ধেও কাৰ্য্য কৰিব পাৰে। তেওঁৰ বিবেচনা মতে বৃটিচ সম্ৰাজ্যৰ শান্তি, শৃঙ্খলা আদি ৰক্ষাৰ নিমিত্তে আৱশ্যক হলে এনে ক্ষমতা খটায়। শাসন সম্পৰ্কীয় সকলো আদেশ আইন-কানুন আদি সপৰিষদ গৱৰ্ণৰ জেনেৰেলৰ নামত জাৰি হয়। প্ৰত্যেক বিভাগৰ ভাৰপ্ৰাপ্ত সভ্যৰ কাৰ্য্যালয়ৰ গৰাকী জনৰ নাম 'চেক্ৰেটৰি', এই চেক্ৰেটৰি জনে তেওঁৰ তলৰ সহকাৰী আৰু কেৰেণী আদিৰ সহায়েৰে নিজা বিভাগৰ সকলো কাৰ্য্য চলায়। বিভাগীয় কাৰ্য্যত ভাৰ প্ৰাপ্ত সভ্যৰ লগত মত নিমিলিলে তেওঁ পোণে পোণে গৱৰ্ণৰ-জেনেৰেলৰ লগত পৰামৰ্শ কৰিব পাৰে কাৰণ তেওঁবিলাক গৱৰ্ণমেণ্ট তথা গৱৰ্ণৰ জেনেৰেলৰ ওচৰত হে দায়ী। বৰলাটৰ এই শাসন পৰিষদ ব্যৱস্থাপক সভাৰ ওচৰত দায়ী নহয়। ব্যৱস্থাপক সভাই এই পৰিষদ ভাঙি দিব নোৱাৰে। ই ভাৰত সচিব আৰু পাৰ্লিয়ামেণ্টৰ ওচৰত হে দায়ী। তেওঁ কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ দুয়োখন সভাকে ভাঙি দিব পাৰে, আৰু নতুনকৈ গঠন কৰিব পাৰে। ব্যৱস্থাপক সভাৰ কাৰ্য্য কাল, নিৰ্দ্ধাৰিত কালতকৈ বঢ়াই দিব পাৰে। অৱশ্যে বিশেষ আৱশ্যক হলেহে এইদৰে কাৰ্য্যকাল বঢ়াই দিয়া হয় (১)।

**বৰলাট আৰু ব্যৱস্থাপক সভা।** বৃটিচ ভাৰতৰ শান্তি শৃঙ্খলা আদি ৰক্ষাৰ কাৰণে আৱশ্যক হলে তেওঁ কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ এখনেই বা দুই খনেই গ্ৰহণ নকৰা আইন নিজ ক্ষমতাৰে প্ৰৱৰ্ত্তন কৰাব পাৰে। এইদৰে ব্যৱস্থাপক সভাৰ মতৰ বিৰুদ্ধে প্ৰৱৰ্ত্তন কৰিব পৰা ক্ষমতাক "চাৰ্টিফিকেচন পাৱাৰ" বোলে। তেওঁৰ শাসন পৰিষদৰ মত অনুসৰি ব্যৱস্থাপক সভাই মঞ্জুৰ নকৰা খৰচ তেওঁ মঞ্জুৰ কৰিব পাৰে। তেওঁ বিশেষ

(১) যেনেকৈ যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভা প্ৰবৰ্ত্তন কৰিব নোৱাৰাত বৰ্ত্তমান থকা কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ কাৰ্য্যকাল শেষ হোৱা সত্বেও বঢ়াই দিয়া হৈছে।

চক্ৰৱৰ্তী আৱশ্যকত, বৃটিছ ভাৰতৰ শান্তি শৃঙ্খলা আদি ৰক্ষাৰ নিমিত্তে ধন খৰচ কৰিবলৈ আদেশ দিব পাৰে। ব্যৱস্থাপক সভাই গৃহীত কৰা কোনো বিল তেওঁ গ্ৰহণ নকৰিব পাৰে বা সম্ৰাটৰ মতামতৰ কাৰণে পঠাব পাৰে। আগত কৈ অহা দৰে তেওঁ 'অৰ্ডিনেন্স' প্ৰৱৰ্ত্তন কৰিব পাৰে। কোনো কোনো বিষয়ক বিল কেন্দ্ৰীয় ব্যৱস্থাপক সভাত উত্থাপন কৰিবলৈ আগতে তেওঁৰ মত লব লাগে। (১) কেন্দ্ৰীয় শাসনত কোন কোন বিষয়ৰ খৰচত কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সভ্যই ভোট দিব পাৰে তাক তেওঁ থিৰ কৰি দিয়ে। কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ নিমিত্তে ৰবলাটে চৰ্কাৰৰ বিষয়া আৰু অনা বিষয়া লোক জনচেৰেক সভ্য হিচাপে বাচি দিব পাৰে।

গৱৰ্ণৰ, চিফ কমিচনাৰ; দেশীয় ৰাজ্যৰ এজেণ্ট আদি সম্পৰ্কীয় দায়িত্ব।

প্ৰাদেশিক গৱৰ্ণৰ সকলে সাধাৰণ ভাৱে যেনেকৈ প্ৰাদেশিক কাৰ্য্য চলায় তেনে বিষয়ত গৱৰ্ণৰ্ জেনেৰেলৰ মত নললেও হয় কিন্তু নতুন পদ্ধতিৰে বিশেষ আৱশ্যকীয় আৰু দায়িত্বপূৰ্ণ কাম কৰিবলৈ হলে গৱৰ্ণৰ জেনেৰেলৰ পৰামৰ্শ লব লাগে। প্ৰাদেশিক শাসনৰ বিষয়ে গৱৰ্ণৰসকলে তেওঁৰ লগত ঘণাই আলোচনা কৰে আৰু তেওঁক সকলো কথা জনাই থাকে। তেওঁৰ আদেশমতে চিফ কমিচনাৰ সকলে নিজৰ প্ৰদেশ শাসন কৰে। দেশীয় ৰাজ্যত থকা ইংৰাজ বিষয়া বা এজেণ্ট সকলে তেওঁৰ হৈ আৰু তেওঁৰ পৰামৰ্শমতে দেশীয় ৰাজ্যত চকু ৰাখে আৰু আৱশ্যকীয় কাৰ্য্য কৰে। প্ৰাদেশিক গৱৰ্ণৰ সকলে ব্যৱস্থাপক সভাই গৃহীত কৰা আইন নিজে গ্ৰহণ নকৰিবও পাৰে বা গৱৰ্ণৰ-জেনেৰেলৰ জড়িয়তে সম্ৰাটৰ মতামতৰ নিমিত্তে পঠাব পাৰে বা গৱৰ্ণৰ-জেনেৰেলক

---

(১) সম্ৰাটৰ প্ৰজাৰ ধৰ্ম্মসম্বন্ধীয় আইন আৰু অন্যান্য তেনে বিষয়ক আইন উত্থাপন কৰোঁতে প্ৰথমতে ৰবলাটৰ অনুমতি লব লাগে।

তেনে আইনৰ বিষয় সুধিব পাৰে তেওঁ সেই বিষয় মতামত দিব পাৰে। মুঠতে বৃটিছ ভাৰত, দেশীয় ৰাজ্য সকলো গৱৰ্ণৰ জেনেৰেলৰ অধীন।

গৱৰ্ণৰ জেনেৰেলে ভাৰত শাসনৰ বিষয় আৱশ্যকীয় কথা ভাৰত সচিবৰ সৈতে আলোচনা কৰিব লাগে আৰু ভাৰত শাসন সম্পৰ্কীয় সকলো কথা তেওঁক জনাই থাকিব লাগে, সপৰিষদ ভাৰত-সচিবৰ উপদেশ মতে বৰলাটে ভাৰতৰ সকলো কাৰ্য্য চলাব লাগে, সম্রাটে বৰলাট নিয়োগ কৰোঁতে, এখন লিখিত পত্ৰৰ দ্বাৰা নিয়োগ কৰে আৰু শাসন কাৰ্য্য কেনেকৈ চলাব তাৰ এটা আঁচনি দিয়ে।

বৰলাটৰ দায়িত্ব।

ভাৰত শাসনৰ নিমিত্তে বৰলাট ভাৰত সচিবৰ ওচৰত দায়ী, ভাৰত সচিবৰ জড়িয়তে বৃটিছ পাৰ্লিয়ামেণ্টে ভাৰতৰ শাসনত চকু ৰাখে, সকলো কথা ভাবি চালে ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ দায়িত্বও অসীম, ক্ষমতাও অসীম, শাসন কাৰ্য্য পৰিচালক হিচাপে ভাৰতৰ বৰলাটৰ ক্ষমতা পৃথিবীত অদ্বিতীয়, যুক্তৰাষ্ট্ৰ প্ৰৱৰ্ত্তন হলে বৰলাটৰ দায়িত্ব ক্ষমতা আদিয়ে কেনে গঢ় লব তাক যুক্তৰাষ্ট্ৰৰ প্ৰসঙ্গত কোৱা হব।

**ভাৰতত যুক্তৰাষ্ট্ৰৰ কল্পনা।**—৩৫ কোটি অধিবাসী আৰু ১৫৭ অযুত বৰ্গমাইল আয়তনেৰে সৈতে ভাৰতবৰ্ষ এখন বিশাল দেশ। ভালেমান কাৰণত ইয়াক মহাদেশো বুলিব পাৰি। এনে এখন বিশাল দেশ, শাসনৰ সকলো বিলাক বিভাগ একেঠাই কৰিলৈ একেটা কেন্দ্ৰীয় চৰ্কাৰে সম্পূৰ্ণৰূপে নিয়াৰিকৈ শাসন কৰা সম্ভৱপৰ নহয়। ইংলণ্ডৰ আৰু ভাৰতৰ

যুক্তৰাষ্ট্ৰৰ আন্দোলন

ৰাজনীতিজ্ঞ লোক সকলে এই বিষয়ে আলোচনা পৰামৰ্শ আদি কৰি আহিছে। মণ্টফৰ্ড সংস্কাৰৰ দিন ধৰি ভাৰতৰ নেতাসকলে ইয়াত বিশেষ মনযোগ দি আহিছে আৰু এই বিষয়ে আৱশ্যকীয় দাবীও কৰিছে। ১৯২৮ চনত

পণ্ডিত মতিলাল নেহেৰুৰ সভাপতিত্বত ভাৰত শাসনৰ আচনি প্ৰস্তুত কৰিবৰ নিমিত্তে যি সৰ্ব্বদল-সন্মিলন বহিছিল তাতো যুক্তৰাষ্ট্ৰৰ কথা উল্লিখিত হৈছিল। যুক্তৰাষ্ট্ৰৰ আচল অৰ্থত যদিও ভাৰতত যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰাত অসুবিধা আছে তথাপি মণ্টফৰ্ড সংস্কাৰমতে ভাৰতত যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰাই আচল লক্ষ্য। চাইমন কমিচনে অকল বৃটিছ ভাৰতৰ যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰা কাৰ্য্য সাধ্যে লৈ, সমগ্ৰ ভাৰতৰ যুক্তৰাষ্ট্ৰৰ কথা বহু কালৰ পাছৰ বুলি কৈছিল। বৃটিছ গৱৰ্ণমেণ্টে, কেন্দ্ৰত কিছু দায়িত্ব নিদিয়াকৈ অকল প্ৰাদেশিক স্বায়ত্ব শাসন দিলে ভাৰতে গ্ৰহণ নকৰে বুলি ভালকৈ উপলব্ধি কৰিছিল আৰু সেই কাৰণেই ভাৰতীয় ৰাজাবিলাককো লগ লগাই কিছু দায়িত্বপূৰ্ণ কেন্দ্ৰীয় শাসন প্ৰতিষ্ঠা কৰা উচিত বিবেচনা কৰিছিল। প্ৰথমতে ভাৰতীয় ৰজা সকলে, ক্ৰমে দায়িত্বপূৰ্ণ শাসন পাই অহা বৃটিছ ভাৰতৰ পৰা বেলেগ হৈ সম্ৰাটৰ তলত পৃথক ভাৱে থাকিবলৈ বিচাৰিছিল কিন্তু ১৯৩০ চনৰ প্ৰথম ঘূৰণীয়া মেজৰ মেলত তেওঁবিলাকে হঠাৎ যুক্তৰাষ্ট্ৰত যোগ দিবলৈ থিৰ কৰিলে। ভাৰতৰ জাতীয় মহাসভায়ো গান্ধি-আৰউইন মীমাংসা অনুসৰি (ক) সমগ্ৰ ভাৰতৰ যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠা (খ) কেন্দ্ৰত দায়িত্বশীল গৱৰ্ণমেণ্ট প্ৰতিষ্ঠা আৰু (গ) ভাৰতৰ সুবিধাৰ নিমিত্তে ৰক্ষণশীল ব্যৱস্থা আদিৰ চৰ্ত্তত ভাৰতৰ নতুন শাসন সংস্কাৰত মতদিয়ে আৰু ১৯৩১ চনৰ ২য় মেজ-মেলত মহাত্মাই যোগ দিয়ে। দেশীয় ৰজা সকলে প্ৰথমতে নিজৰ ক্ষমতা অলপো নেৰাকৈ, সমগ্ৰ ভাৰতৰ শাসনত হাত দিবলৈ পাব বুলি যুক্তৰাষ্ট্ৰত যোগ দিয়া থিৰ কৰিছিল, কিন্তু তেওঁ বিলাকে যেতিয়া বুজিলে যে বৃটিছ প্ৰদেশ বিলাকে এৰি দিয়াদি তেওঁ বিলাকেও কেতবিলাক ক্ষমতা যুক্তৰাষ্ট্ৰীয় গৱৰ্ণমেণ্টৰ হাতলৈ এৰি দিব লাগিব তেতিয়া ৰজাসকলে যুক্তৰাষ্ট্ৰত যোগ দিয়া নিদিয়ালৈ বিমোৰত পৰিল। ইহাতে বৃটিছ গৱৰ্ণমেণ্টে দেশীয় ৰজা সকলৰ যুক্তৰাষ্ট্ৰত যোগ দিয়া নিতান্ত আৱশ্যক বুলি ভাবি তেওঁবিলাকৰ বিশেষ মত নোপোৱাকৈয়ে ১৯৩৫ চনৰ শাসন সংস্কাৰ

আইনত দেশীয় ৰাজ্যৰ সৈতে সমগ্ৰ ভাৰতৰ যুক্তৰাষ্ট্ৰৰ ব্যৱস্থা কৰিলে। (১)।

## ভাৰত যুক্তৰাষ্ট্ৰৰ ৰাজনৈতিক ভাগবিলাক—

সমগ্ৰ ভাৰতৰ বিভিন্ন ৰাজনৈতিক ভাগবিলাক লৈ ভাৰতীয় যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠিত হব। এই ৰাজনৈতিক ভাগবিলাক কেবা শ্ৰেণীতো বিভক্ত। প্ৰথমতে সমগ্ৰ ভাৰতক দুভাগ বুলি ধৰা হয়। এভাগ বৃটিছ ভাৰত আৰু আন ভাগ দেশীয় ৰাজ্য। বৃটিছ ভাৰত আকৌ দুভাগে বিভক্ত—গৱৰ্ণৰৰ শাসিত প্ৰদেশ আৰু চিফ-কমিচনাৰৰ অধীনৰ প্ৰদেশ। এতিয়া দেখা গল যুক্ত ৰাষ্ট্ৰত তিনি ৰকমে শাসিত দেশে ঠাই পাব। (ক) গৱৰ্ণৰ শাসিত প্ৰদেশ, (খ) চিফ্-কমিচনাৰৰ শাসিত প্ৰদেশ, (গ) দেশীয় ৰাজ্য। ইয়াৰ উপৰিও সংস্কাৰ বহিৰ্ভূত অঞ্চল এবিধো আছে।

**ভাৰতৰ ৰাজনৈতিক ভাগ**

(ক) নতুন শাসন আইন মতে গৱৰ্ণৰৰ শাসিত প্ৰদেশ আৰু দুখন বেছি হল। সিন্ধু আৰু উৰিষ্যা। বিহাৰ উৰিষ্যা প্ৰদেশৰপৰা উৰিষ্যা বেলেগাই নি মাদ্ৰাজ আৰু মধ্য প্ৰদেশত লগলাগি থকা উৰিয়া ভাষা ভাষী

(১) **যুক্তৰাষ্ট্ৰ কাক বোলে,**—যেতিয়া দুই বা ততোধিক স্বাধীন ৰাষ্ট্ৰই যুক্তি আৰু চুক্তি কৰি নিজৰ ক্ষমতাৰে চলাব পৰা কেতবিলাক ৰাষ্ট্ৰীয় বিষয় নিজে নচলাবলৈ থিৰ কৰি, একেযোগ হৈ আন কাৰবাক চলাবলৈ এৰি দিয়ে তেতিয়া সেই ৰাষ্ট্ৰবিলাকৰ ভিতৰত যুক্ত ৰাষ্ট্ৰিয় একতা প্ৰতিষ্ঠিত হয়। ৰাষ্ট্ৰবিলাকে একেযোগ হৈ দিটো অনুষ্ঠানক এই ক্ষমতাবিলাক চলাবলৈ এৰি দিয়ে সেই অনুষ্ঠানকে যুক্ত-ৰাষ্ট্ৰীয় চৰকাৰ বোলে।

স্বায়ত্ব শাসন পোৱা প্ৰদেশ বিলাকবো এনে যুক্ত ৰাষ্ট্ৰ হব পাৰে।

গাৰ্ণাৰৰ মতে যুক্তৰাষ্ট্ৰ, একে শাসনৰ অধীনতে স্থানীয় আৰু কেন্দ্ৰীয় শাসনৰ অধীনৰ কিন্তু আইনৰ নিৰ্দ্ধাৰণ মতে বেলেগ বেলেগ ক্ষেত্ৰত কেন্দ্ৰীয় আৰু স্থানীয় শাসন নিজ নিজ ক্ষমতাত স্বাধীন।

ঠাই বিলাক বেলেগাই আনি ইয়াৰ লগ লগাই উৰিষ্যা প্ৰদেশ পতা হল। বোম্বাইৰ পৰা সিন্ধু ফালি আনি সিন্ধু প্ৰদেশ গঠন কৰা হল। এইদৰে ভাৰতত এতিয়া এঘাৰ খন প্ৰদেশ—, অসমদেশ, বঙ্গদেশ, বিহাৰ, উৰিষ্যা, মাদ্ৰাজ, যুক্ত প্ৰদেশ, মধ্যপ্ৰদেশ আৰু বেৰাৰ, বোম্বাই, পঞ্জাব, উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ।

গৱৰ্ণৰৰ শাসিত প্ৰদেশ

বৰ্ম্মাক বৃটিছ ভাৰতৰ পৰা বেলেগ কৰি নিয়া হল। বোম্বাইৰ তলত থকা এডেনো আঁতৰিল। ১৯৩৫ চনৰ শাসন আইনে যুক্তৰাষ্ট্ৰীয় চৰকাৰ আৰু জড়িত প্ৰাদেশিক চৰকাৰৰ লগত পৰামৰ্শ কৰি "অৰ্ডাৰ-ইন্-কাউন্সিল'ৰ দ্বাৰা আৱশ্যক অনুসৰি, নতুন প্ৰদেশ গঠন কৰাৰ ক্ষমতা দিয়ে। [অৰ্ড্ৰাৰ-ইন-কাউন্সিল—প্ৰিভিকাউন্সিল বা ৰাজ অমাত্যৰ পৰামৰ্শমতে সম্ৰাটে দিয়া আদেশ, কাৰ্য্যতঃ এনে আদেশ পাৰ্লিয়ামেণ্টৰ ওচৰত দায়ী মন্ত্ৰী সকলৰ পৰামৰ্শ মতেহে দিয়া হয়। এনে আদেশ সম্ৰাটৰ নিজ ক্ষমতাৰে দিব পাৰে আৰু কোনো আইন নিৰ্দ্দেশ অনুসৰিও দিব পাৰে। নতুন ভাৰত শাসন আইনত আৱশ্যক মতে এনে আদেশ দিবলৈ নিৰ্দ্দেশ দিয়া আছে।] বৰ্ত্তমান ভাৰতত ভাষা অনুসৰি প্ৰদেশ গঠনৰ যি আন্দোলন চলিছে তাতৈ চাই আৰু দুই চাৰিখন প্ৰদেশ বেছি হব পাৰে। এই গৱৰ্ণৰ শাসিত প্ৰদেশ বিলাকে বৰ্ত্তমান প্ৰাদেশিক স্বায়ত্ত শাসন পাইছে আৰু কল্পিত যুক্তৰাষ্ট্ৰৰো অন্তৰ্ভূক্ত হৈছে।

(খ) ভাৰতত ছখন চিফ কমিচনাৰে শাসন কৰা প্ৰদেশ আছে। এই প্ৰদেশ কিখনো যুক্তৰাষ্ট্ৰৰ অন্তৰ্ভূক্ত হৈছে। এই কিখন হৈছে দিল্লী, আজমিৰ মাৰোৱাৰ, কুৰ্গ, আন্দামান আৰু নিকোবৰ দ্বীপপুঞ্জ, বৃটিছ বেলুচিস্থান, পান্থ পিপ্‌লডা। শাসন বহিৰ্ভূত অঞ্চল কেবাখন প্ৰদেশতো আছে।

চিফ কমিচনাৰ শাসিত প্ৰদেশ

(গ) বৃটিছ ভাৰতৰ তুলনাত দেশীয় ৰাজ্যবোৰ অনেক ৰকমে বেছি সম্মানিত দেশ। দেশীয় ৰাজ্য যুক্তৰাষ্ট্ৰত সোমোৱা নোসোমোৱা নিজ ইচ্ছাৰ

কথা। নতুন শাসন সংস্কাৰ আইনে দেশীয় ৰাজ্যক যুক্তৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত কৰি দিয়া নাই ; মাত্ৰ দেশীয় ৰাজ্য কেনেকৈ যুক্তৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত হব আৰু অন্তৰ্ভুক্ত হলে আইন মতে ৰাজ্যৰ নিজা ক্ষমতা আদি কেনে হব পাৰে তাক কোৱা আছে।

ভাৰতীয় ৰাজ্য সমূহ।

সম্ৰাটৰ ঘোষণাৰ দ্বাৰা যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠিত হব। এই ঘোষণা কৰাৰ আগতে দুটা চৰ্ত্ত মতে কাৰ্য্য হব লাগিব। প্ৰথমতে সেই উদ্দেশ্যে পাৰ্লিয়ামেণ্টৰ দুয়োটা শাখাই সম্ৰাটক জনাব লাগিব। দ্বিতীয়তঃ, ঘোষণা কৰাৰ আগতে সকলো দেশীয় ৰাজ্যৰ লোকসংখ্যা গোটালে যিমান হব অন্ততঃ তাৰ আধা লোকসংখ্যা থকা ৰাজ্যৰ ৰজাই যুক্তৰাষ্ট্ৰত যোগ দিব লাগিব আৰু যোগ দিয়া ৰজাসকলৰ সকলো ৰজা গোটেইখাই যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপৰিষদৰ উচ্চ পৰিষদলৈ আইন মতে যিমান সদস্য পঠাব পাৰিব অন্ততঃ তাৰ আধা পঠাব পৰা হব লাগিব।

যুক্তৰাষ্ট্ৰ ঘোষণাৰ চৰ্ত্ত।

দেশীয় ৰজা সকলে যুক্তৰাষ্ট্ৰত যোগ দিবলৈ হলে এখন চুক্তিপত্ৰত চহি কৰি দিব।

যুক্তৰাষ্ট্ৰত ৰজা সকলে যোগদিয়া চুক্তিপত্ৰ।

এই চুক্তি পত্ৰক শাসন সংস্কাৰ আইনে ইংৰাজীত 'ইন্‌ষ্ট্ৰুমেণ্ট্ অৱ্ একচেচন' (১) বুলিছে এই চুক্তি নামাত, কোন কোন চুক্তি অনুসৰি ৰজাজনে যুক্তৰাষ্ট্ৰত যোগ দিছে, লিখা থাকিব। এই চুক্তি ৰজাজনে নিজে আৰু তেওঁৰ উত্তৰাধিকাৰী সকলে মানিব লাগিব। সম্ৰাটে এনে চুক্তি গ্ৰহণ কৰিলেহে ৰজাই যুক্তৰাষ্ট্ৰত ঠাই পাব। যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠা হোৱাৰ পাচত ২০ বছৰলৈকে যুক্তৰাষ্ট্ৰই ব্যৱস্থাপক সভাই কোনো দেশীয় ৰজাক যুক্তৰাষ্ট্ৰত গ্ৰহণ কৰিব নোৱাৰে। কোনো দেশীয় ৰজাই যুক্তৰাষ্ট্ৰত সোমাবলৈ ইচ্ছা কৰিলে যুক্তৰাষ্ট্ৰৰ ব্যৱস্থা পৰিষদে গৱৰ্ণৰ জেনেৰেলৰ জড়িয়তে সেই ৰজা জনে যুক্তৰাষ্ট্ৰত যোগ দিবলৈ ইচ্ছা প্ৰকাশ কৰিছে বুলি সম্ৰাটক জনাব লাগিব। তেওঁৰ চুক্তিনামা পাৰ্লিয়ামেণ্টৰ দুই শাখাই গ্ৰহণ কৰিলে, তেওঁৰ চুক্তিনামাৰ

(১) Instrument of accession.

চুক্তিবোৰ যুক্তৰাষ্ট্ৰীয় চৰকাৰৰ আইন কানুনৰ লগত খাপ খালে, আৰু তেওঁ যুক্তৰাষ্ট্ৰীয় শাসনৰ তালিকাত থকা বিষয়বিলাকৰ ভিতৰৰ সৰহভাগ গ্ৰহণ কৰিলে সম্ৰাটে তেওঁক যুক্তৰাষ্ট্ৰত গ্ৰহণ কৰিবলৈ অনুমতি দিব।

**দেশীয় ৰাজ্য**—যুক্তৰাষ্ট্ৰৰ বিষয় অন্য কথা আলোচনা কৰাৰ আগতে ভাৰতৰ দেশীয় ৰাজ্যৰ বিষয়ে অলপ আলোচনা কৰিলে অন্যান্য বিষয় বুজাত সহজ হব। ঐতিহাসিক ঘটনাৰ পাক চক্ৰতহে ভাৰত ৰাজনৈতিক হিচাপে দেশীয় ৰাজ্য আৰু বৃটিছ ৰাজ্য হিচাপে ভাগ হৈছে। জাতি, ধৰ্ম্ম, কৃষ্টি আদিলৈ মন কৰিলে, ভৌগলিক আৰু অৰ্থনৈতিক সম্বন্ধলৈ চালে, কোনো ভাগক এৰিব নোৱাৰে। ৰাজনৈতিক হিচাপে শাসনৰ ধৰণত পৃথক হলেও দুয়োভাগ ভাৰত একে বৃটিছৰে অধীন। এই ৰাজ্যবিলাকৰ ৰজাসকলে বৃটিছৰ ৰজাক ৰাজচক্ৰৱৰ্ত্তী বুলি মানিলৈ, নানা ৰকমৰ সন্ধি চুক্তি আদিৰ অনুসৰি ভাৰতত নিজ নিজ ৰাজ্য উত্তৰাধিকাৰী সূত্ৰে পুত্ৰ পৰম্পৰাই ভোগ কৰি আছে।

ভাৰতত এনে দেশীয় ৰাজ্যৰ সংখ্যা প্ৰায় ৬০০। এইবিলাক বৃটিছ ৰাজ্য নহয়, ইয়াৰ প্ৰজাবিলাকো বৃটিছৰ প্ৰজা নহয়। ইয়াৰ ভিতৰত ১০৯ খন ডাঙৰ ৰাজ্য আছে তাৰ ভিতৰত হায়দাৰাবাদ, মহীশুৰ, বৰদা, কাশ্মীৰ, গোৱালিয়ৰ, ত্ৰিবাঙ্কুৰ আদি প্ৰধান। মণ্ডলীয়া ধৰণৰ ৰাজ্য ১২৬ খন আৰু প্ৰায় ৩০০ খন সৰু ৰাজ্য। এই ৰাজ্যবোৰৰ ভিতৰত ধন জন, সম্পদ আদিত পৃথিবীৰ শক্তিশালী স্বাধীন অনেক ৰাজ্যতকৈও একোখন ডাঙৰ আছে। একোখন ৰাজ্য আকৌ আয়তন আৰু জনসংখ্যা আদিত আমাৰ একোটা মৌজাতকৈও সৰু (১)। গোটেইবিলাক ভাৰতৰ দেশীয় ৰাজ্যৰ

(১) স্বাধীন ৰাজ্যৰ ভিতৰত যে নিচেই সৰু ৰাজ্য নাই এনে নহয়। ইউৰোপতে কেবাখনো অকণ অকণ ৰাজ্য আছে। তাত 'মনাকা' নামে এখন ৰাজ্যত 'প্ৰিবেল্ডি' বুলি এটা বংশই ৰাজত্ব কৰে; সেই ৰাজ্যখন দীঘলে প্ৰায় তিনি মাইল আৰু বহলে প্ৰায় ডেৰ মাইল।

আয়তন ৭০ অযুত বৰ্গমাইল, মুঠ আয়তনৰ শতকৰা ৪৫। লোকসংখ্যা প্ৰায় ৮ কোটী বা ভাৰতৰ মুঠ লোকসংখ্যাৰ শতকৰা ২৬ জন।

আগত কৈ অহাৰ দৰে, বিবিধ ৰকমৰ সন্ধি, চুক্তি আদিৰ অনুসৰি বৃটিছ ৰাজ্যৰ লগত দেশীয় ৰাজ্যৰ সম্পৰ্ক থিৰ কৰা হৈছে। মুঠতে বাহিৰা শত্ৰুৰ পৰা বৃটিছে দেশীয় ৰাজ্য বিলাকক ৰক্ষা কৰে। বৃটিছ গৱৰ্ণমেণ্টে দেশীয় ৰাজ্য বিলাকৰ হৈ অন্য দেশীয় ৰাজ্য বা ভাৰতৰ বাহিৰৰ অন্যান্য ৰাজ শক্তিৰ লগত সম্পৰ্ক ৰাখে। দেশীয় ৰাজ্যৰ ভিতৰত প্ৰবল ধৰণৰ অশান্তিয়ে দেখা দিলে বৃটিছে তাত হস্তক্ষেপ কৰি শান্তি স্থাপনত সহায় কৰে। বাহিৰা ৰাজ শক্তিৰ লগত বৃটিছ গৱৰ্ণমেণ্টৰ সম্বন্ধই দেশীয় ৰাজ্যৰো সম্বন্ধ। দেশীয় ৰজা সকলে ভাৰত ৰক্ষা কাৰ্য্যত বৃটিছক সহায় কৰিব লাগে আৰু নিজ নিজ ৰাজ্যৰ অভ্যন্তৰিণ সুশাসন আৰু উন্নতিৰ নিমিত্তে তেওঁবিলাক সাধাৰণ ভাবে বৃটিছ গৱৰ্ণমেণ্টৰ ওচৰত দায়ী থাকে। প্ৰত্যেক ডাঙৰ ৰাজ্যত বৃটিছ গৱৰ্ণমেণ্টৰ এজোন প্ৰতিনিধি থাকে। সৰু সৰু ৰাজ্য অনেকবোৰৰ ভিতৰত হে এনে বিষয়া এজোন থাকে। কোৱা বাহুল্য মাথোন যে বৃটিছ শক্তিয়েই ভাৰতৰ সৰ্ব্বপ্ৰধান শক্তি আৰু সমগ্ৰ ভাৰতৰ শান্তি শৃঙ্খলা ৰক্ষাৰ নিমিত্তে বৃটিছ চৰকাৰেই দায়ী।

প্ৰথমতে দেশীয় ৰজা সকলৰ নিজৰ ভিতৰত আন্দোলন আলোচনা কৰিবৰ ক্ষমতা নাছিল। প্ৰতিখন ৰাজ্যৰ, বৃটিছ গৱৰ্ণমেণ্টৰ লগতহে মিলি জুলি আলোচনা আদি কৰিবৰ ক্ষমতা আছিল। ১৯২১ চনৰ ভাৰতীয় শাসন প্ৰৱৰ্ত্তনৰ লগে লগে দেশীয় ৰজা সকলৰো এখন সম্মিলন প্ৰতিষ্ঠিত হয়। এই সভাক ইংৰাজীত 'চেম্বাৰ্ অব্ প্ৰিন্সেচ্' বোলে। এই সভা প্ৰতিষ্ঠিত হোৱাৰ পৰা ৰজাসকলে নিজৰ সুখ—সুবিধাৰ বিষয়ে আলোচনা কৰিব পৰা হল, বৃটিছ ভাৰতত ক্ৰমে দায়িত্ব-পূৰ্ণ শাসন প্ৰৱৰ্ত্তিত হোৱা দেখি তেওঁবিলাকৰ মনত আশঙ্কা হল কি জানি তেওঁবিলাক ইংৰাজৰ কৰ্তৃত্বত থকা ভাৰত চৰ্কাৰৰ তলত থকাদি ভাৰতীয় লোকৰ কৰ্তৃত্বলৈ যোৱা ভাৰত

চৰ্কাৰৰ লগত থাকিব লগীয়া হয়, তেওঁবিলাকে ইংৰাজৰ কৰ্তৃত্ব মানি লৈছে যদিও, ভাৰতীয় কৰ্তৃত্ব মানি লবলৈ প্ৰস্তুত নহয়, সেইদেখি তেওঁবিলাকে দেশীয় ৰাজ্যবিলাক বৃটিছ ৰাজ্যৰ পৰা আঁতৰাই একেবাৰে সম্ৰাটৰ অধীনত ৰাখিবৰ নিমিত্তে আন্দোলন কৰিলে। এই বিষয়ে তদন্ত কৰিবলৈ বৃটিছ গৱৰ্ণমেণ্টে চাৰ হাৰ কোৰ্ট বাট্‌লাৰৰ সভাপতিত্বত 'বাট্‌লাৰ কমিটি' নিয়োগ কৰিলে, বাট্‌লাৰ কমিটিৰ অনেক মত ৰজাসকলে সমৰ্থন কৰিলে আৰু অনেক মত সমৰ্থন নকৰিলে। বাট্‌লাৰ কমিটিয়ে কিন্তু ৰজা সকল সম্ৰাটৰ তলত বেলেগে থকা মত সমৰ্থন কৰিলে। যদিও প্ৰথমতে, এই ৰাজ্যবিলাক বৃটিছ ভাৰতৰ পৰা বেলেগ হবলৈ বিচাৰিছিল তথাপি এইবিলাক বৃটিছ ভাৰতৰ লগত এনে ভাবে জড়িত আছে যে বেলেগ ভাবে থকা একেবাৰে অসুবিধা, সেই দেখি ১৯৩০ চনৰ প্ৰথম ঘূৰণীয়া মেজৰ মেলত ৰজা সকলৰ মন হঠাৎ ঘূৰি গল আৰু তেওঁবিলাক ভাৰতীয় যুক্ত ৰাষ্ট্ৰত সোমাবলৈ থিৰ কৰিলে। যুক্ত ৰাষ্ট্ৰত যোগ দিলে যেনেকৈ লাভ, তেনেকৈ লোকচানো। যুক্ত ৰাষ্ট্ৰত যোগ দিলে সমগ্ৰ ভাৰতৰ শাসনত ৰজা সকলৰ মাত থাকিব সঁচা কিন্তু প্ৰদেশ বিলাকে এৰা দি কেত বিলাক ক্ষমতা যুক্তৰাষ্ট্ৰক এৰিদিব লাগিব, প্ৰথমতে নৃপতি সকলে সমগ্ৰ ভাৰতৰ শাসনত হাত দিবলৈ পোৱা কথাটোকে লাভ বুলি ভাবি আৰু তেওঁবিলাকৰ ৰাজ্যত যুক্তৰাষ্ট্ৰীয় চৰ্কাৰে হাত নিদিয়ে বুলি ভাবি যুক্তৰাষ্ট্ৰত যোগ দিবলৈ আগ্ৰহ কৰিছিল। কিন্তু যেতিয়া এনে নহয় যেন দেখিলে তেতিয়া একো সিদ্ধান্ত নকৰা হল, ইহাতে বৃটিছ গৱৰ্ণমেণ্টে ১৯৩৫ চনৰ শাসন সংস্কাৰ আইনত, দেশীয় ৰজা সকলৰ সমজুৱা মত নোপোৱাকৈয়ে, যিবিলাক দেশীয় ৰাজ্য আইনৰ নিৰ্দ্দিষ্ট চুক্তি অনুসৰি যুক্তৰাষ্ট্ৰত যোগ দিব খোজে, তেনেবিলাক ৰাজ্যৰ অন্ততঃ নিৰ্দ্দিষ্ট সংখ্যক ৰাজ্যক লৈ, সমগ্ৰ ভাৰতৰ যুক্তৰাষ্ট্ৰৰ ব্যৱস্থা কৰিলে।]

**যুক্তৰাষ্ট্ৰৰ গৱৰ্ণমেণ্ট**—যুক্তৰাষ্ট্ৰৰ গৱৰ্ণমেণ্টৰ গুৰি ধৰোতা গৱৰ্ণৰ জেনেৰেল। ১৯৩৫ চনৰ নতুন শাসন সংস্কাৰ আইন মতে গৱৰ্ণৰ

জেনেৰেলক সম্রাটৰ শাসন ক্ষমতা দিয়া হৈছে। সম্রাটৰ আজ্ঞা পত্রৰ দ্বাৰা তেওঁ নিয়োজিত হব। যি বিষয়ত যুক্তৰাষ্ট্রীয় ব্যৱস্থাপক সভাই বৃটিছ ভাৰতত আইন প্রয়োগ কৰিব পাৰিব, সেই বিষয়ত তেওঁৰ বৃটিছ ভাৰতত তেনে ক্ষমতা থাকিব। কিন্তু দেশীয় ৰাজ্য বিলাকত, ৰাজ্যৰ ৰজাই চুক্তি অনুসৰি যি বিলাক বিষয় যুক্তৰাষ্ট্রীয় চৰকাৰক এৰি দিছে সেই বিলাক বিষয়তহে তেনে ক্ষমতা থাকিব। স্বাধীন প্রজা-তন্ত্র শাসনত দেশৰ কাৰ্য্য নির্ব্বাহক প্রতিষ্ঠান প্রজাৰ দ্বাৰা নির্ব্বাচিত ব্যৱস্থাপক সভাৰ তলত থাকে, কিন্তু ভাৰতত বৰ্ত্তমান যুক্তৰাষ্ট্রত তেনে দৰে নচলে। এই আইন মতে (ক) দেশৰক্ষা (খ) বৈদেশিক বিষয় (গ) সংস্কাৰ বহির্ভূত অঞ্চল আদিৰ বিষয় (ঘ) ধৰ্ম্ম যাজক সম্বন্ধীয় বিষয় (১) কিবা কাম কৰিবলৈ হলে গৱৰ্ণৰ জেনেৰেল নিজ বিবেচনা মতে কৰিব পাৰিব। আৰু কোনো বিলাক বিষয় আছে যি বিলাক যুক্তৰাষ্ট্রীয় মন্ত্রী সকলৰ তলত থাকিলেও গৱৰ্ণৰ জেনেৰেলৰ ব্যক্তিগত বিবেচনা মতেহে চলে। তেওঁৰ দৰ্ম্মহা বছৰি ২৫০,৮০০, থিৰ হয়। সম্রাটে তেওঁৰ দায়িত্ব আৰু মৰ্য্যাদা অনুসৰি আৱশ্যকীয় 'ভাতা' থিৰ কৰিব। দৰ্ম্মহাৰ টকা যুক্তৰাষ্ট্রই দিব, কিন্তু ইয়াত যুক্তৰাষ্ট্রীয় ব্যৱস্থাপক সভাৰ হাত নাথাকিব।

যুক্তৰাষ্ট্রৰ গৱৰ্ণৰ জেনেৰেল।

যুক্তৰাষ্ট্রৰ গৱৰ্ণৰ জেনেৰেলৰ কাৰ্য্য কাল, আদি আগৰ দৰেই থাকিল। কিন্তু নতুন শাসন সংস্কাৰ আইন অনুসৰি গৱৰ্ণৰ জেনেৰেলৰ ক্ষমতা আৰু দায়িত্ব আগত কৈ অনেক বাঢ়িল। অতদিনে সন্ধি সূত্রে গৱৰ্ণৰ জেনেৰেলেই দেশীয় ৰাজ্যৰ ওপৰত কৰ্ত্তৃত্ব কৰি আহিছিল; কিন্তু নতুন আইন মতে এই কৰ্ত্তৃত্ব, এজন বেলেগ ৰাজ প্রতিনিধি নিযুক্ত কৰি তেওঁৰ হাতত

(১) (ক) Defence (খ) Foreign affairs (গ) Tribal areas (ঘ) Ecclesiastical affairs.

দিয়া থিৰ হয়। তথাপি ভৱিষ্যতে এই দুয়োটা পদ একেজন লোকৰ গাতে থকাই হে বেছি সম্ভৱ।

যুক্তৰাষ্ট্ৰ কাৰ্য্য-নিৰ্ব্বাহকৰ ৰূপ।

যুক্তৰাষ্ট্ৰৰ বিষয় বিলাক তিনি ৰকমে চলিব; প্ৰথমতে কোনো কোনো বিষয় গৱৰ্ণৰ জেনেৰেলে নিজ ক্ষমতাৰে চলাব। দ্বিতীয়তে কিছুমান বিষয় যুক্তৰাষ্ট্ৰীয় মন্ত্ৰীসকলে চলাব, তৃতীয়তঃ কিছু বিষয় ব্যৱস্থাপক সভা আৰু মন্ত্ৰীয়ে চলালেও বৰলাটৰ তাত বিশেষ দায়িত্ব থাকিব। আগত উল্লেখ কৰা দৰেই দেশৰক্ষা, বৈদেশিক বিষয়, শাসন বহিৰ্ভূত অঞ্চল, ধৰ্ম্ম যাজক সম্বন্ধীয় বিষয় আৰু শাসন সংস্কাৰ আইন মতে যি দুই চাৰি বিষয় গৱৰ্ণৰ জেনেৰেলৰ নিজ বিবেচনা মতে কৰিবলৈ দিছে, এই সকলো বিষয় তেওঁ নিজ বিবেচনা মতে চলাব। এই বিলাক বিষয় চলোৱাৰ নিমিত্তে তেওঁ ভাৰত সচিবৰ ওচৰত আৰু তেওঁৰ জৰিয়তে বৃটিছ পাৰ্লিয়ামেণ্টৰ ওচৰত দায়ী। এই কিটা বিষয়ত যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভা বা মন্ত্ৰী পৰিষদৰ কোনো হাত নাথাকিব। বৈদেশিক বিষয় প্ৰসঙ্গত ইয়াত এটা কথা কোৱা ভাল যে ভাৰত যুক্তৰাষ্ট্ৰৰ লগত বৃটিছ সম্ৰাজ্যৰ

বৰলাটৰ সংৰক্ষিত আৰু বিশেষ দায়িত্ব থকা বিভাগ।

অন্য কোনো অংশৰ সম্পৰ্কত বৰলাটে মন্ত্ৰী আৰু আইন সভাৰ মতে কাৰ্য্য কৰিব। মন্ত্ৰী বা ব্যৱস্থাপক সভাৰ অধিকাৰত থকা স্বত্বেও বৰলাটে নিজৰ বিশেষ দায়িত্ব অনুসৰি নিজৰ ব্যক্তিগত বিবেচনাৰে চলোৱা

---

(১) বৰলাটৰ বিশেষ ক্ষমতা—আগৰ দৰে 'অৰ্ডিনেন্স' জাৰি কৰা। যুক্তৰাষ্ট্ৰৰ কাৰ্য্য শাসন তন্ত্ৰ অনুসাৰে চলা অসম্ভৱ হলে, ভাৰত সচিবৰ সমৰ্থনত হুমাহৰ কাৰণে 'ঘোষণা' পত্ৰৰ দ্বাৰা সেই বিষয় নিজ হাতলৈ অনা; তেওঁ নিজে আইন কৰা ক্ষমতা, আইন অনুসৰি দণ্ডিত লোকক ক্ষমা কৰিবৰ ক্ষমতা। নিজ বিবেচনাধীন ক্ষমতা—আইন সভা, পতা, ভঙা, স্থগিত ৰখা, দুই শাখা একেলগে বহুৱা; বিলত সম্মতি বা অসম্মতি দান।

বিষয় বিলাক হৈছে—(ক) সমগ্র ভাৰতৰ বা ইয়াৰ কোনো অংশৰ বিশেষ ভাবে শান্তিৰ অন্তৰায় উপস্থিত হলে তাক দূৰ কৰা, (খ) যুক্তৰাষ্ট্ৰীয় চৰকাৰৰ আৰ্থিক অৱস্থা সন্তোষজনক ভাবে ৰখা আৰু এই বিষয়ত ভাৰতৰ মৰ্য্যাদা ৰক্ষা, (গ) দেশত তাকৰীয়া সম্প্ৰদায়ৰ স্বাৰ্থ ৰক্ষা (ঘ) চৰকাৰী বিষয়া সকলৰ আৰু তেওঁবিলাকৰ পৰিয়ালৰ অধিকাৰ আৰু উচিত ভাবে স্বাৰ্থ ৰক্ষা, (ঙ) বৃটিছ প্ৰজাৰ ভাৰতত বসতি কৰা আৰু বেপাৰ বাণিজ্য কৰা বিষয়ে বৈষম্যমূলক কাম বন্ধ কৰা, (চ) ইংলণ্ড বা ব্ৰহ্মদেশৰ পৰা আমদানি হোৱা মাল বস্তুৰ ওপৰত বিশেষ কৰ আদি ধাৰ্য্য কৰা বা আমদানি কৰাত অন্য অন্তৰায় হব পৰা নিয়ম কৰিলে তাক বন্ধ কৰা, (ছ) দেশীয় ৰাজ্যৰ অধিকাৰ, ৰজাসকলৰ অধিকাৰ আৰু মৰ্যাদা যথাযথ ভাবে ৰক্ষা কৰা, (জ) গৱৰ্ণৰ জেনেৰেলৰ নিজা বিবেচনা মতে কাম কৰিব লগীয়া বিষয়ত তেওঁৰ অধিকাৰ যাতে সুন্দৰ ভাবে ৰক্ষা হয় তাৰ ব্যৱস্থা কৰা (১)।

গৱৰ্ণৰ জেনেৰেলে কোন কাম কেনেকৈ চলাব, সেই কথা এই আইনত বাহুল্য ভাবে লিখা হোৱা নাই। সেই কাৰণে পাৰ্লিয়ামেণ্টৰ মীমাংসা অনুসৰি সম্ৰাটে আৱশ্যক হলে গৱৰ্ণৰ জেনেৰেলক উপদেশ-পত্ৰৰ দ্বাৰা

---

(১) (খ) বজেটৰ ব্যৱস্থা কৰাত আৰু ধাৰ লোৱা আৰু দিয়া সম্পৰ্কীয় ব্যৱস্থাত বিশৃঙ্খলাৰ সৃষ্টি কৰি যাতে অৰ্থ নৈতিক জগতত আৱশ্যকীয় ধণ আদি পৰিশোধ কৰিব নোৱাৰি ভাৰতৰ সুনাম নষ্ট নহয়, (গ) যি জাতি বা সম্প্ৰদায়ৰ লোক সংখ্যাত কম, ভোট আদিৰ দ্বাৰা নিৰ্দ্ধাৰিত বিষয়ত যাৰ প্ৰতি সংখ্যাত বেছি সম্প্ৰদায়ে অন্যায় কৰি বঞ্চিত কৰিব পাৰে। (চ) বিদেশী বস্তু বৰ্জ্জন কৰি আইনৰ দ্বাৰা তাক কাৰ্য্যকৰী কৰিব খুজিলে, (ছ) দেশীয় ৰজা সকলৰ লগত আগৰ সন্ধি আদি অনুসৰি, তেওঁবিলাকৰ যি অধিকাৰ আছে তাক ৰক্ষা কৰা, অৱশ্যে ৰজা সকলে যুক্তৰাষ্ট্ৰত যোগ দি নিজে যুক্তৰাষ্ট্ৰৰ হাতত দিয়া ক্ষমতাৰ কথা পৃথক।

সম্ৰাটে বৰলাট নিয়োগ কৰোতে তেওঁৰ উপদেশ পত্ৰত বৰলাটক এই কাৰ্য্য বিলাক সম্পাদন কৰিবলৈ নিৰ্দ্দেশ দিয়া নিয়ম আছে।

কাৰ্য্য পদ্ধতি জনাই থাকিব। বৰ্ত্তমানত গৱৰ্ণৰ জেনেৰেলৰ ব্যক্তিগত বিবেচনাৰ ওপৰত নিৰ্ভৰ কৰা বিষয় বিলাক, সম্রাটৰ উপদেশ পত্ৰৰ বিৰুদ্ধ নোহোৱাকৈ ভাৰত সচিবে যিদৰে নিৰ্দ্দেশ দিব সেই দৰে চলিব।

যুক্তৰাষ্ট্ৰীয় মন্ত্ৰীসভা।

একেবাৰে গৱৰ্ণৰ জেনেৰেলৰ ব্যক্তিগত বিবেচনাধীন বিষয় কেইটা চলোৱাত বাজে যুক্তৰাষ্ট্ৰৰ অন্যান্য বিষয়ৰ শাসন কাৰ্য্যত বৰলাটক সহায় কৰিবৰ নিমিত্তে আৰু পৰামৰ্শ দিবৰ নিমিত্তে এখন মন্ত্ৰীসভা থাকিব। এই সভাত মন্ত্ৰীৰ সংখ্যা দহ জনত কৈ বেচি হব নোৱাৰিব, মন্ত্ৰী সকলক ব্যৱস্থাপক সভাৰ সভ্যৰ ভিতৰৰ পৰা বৰলাটে বাছি লব আৰু তেওঁ বিলাকে বৰ লাটৰ অনুগত্য স্বীকাৰ কৰিব লাগিব, এই মন্ত্ৰী সকল বৰলাটৰ ইচ্ছা অনুসৰি কামত বাহাল থাকিব আৰু তেওঁ উচিত বিবেচনা কৰিলে কাৰ্য্যৰ পৰা অৱসৰ দিব পাৰিব। ব্যৱস্থাপক সভাই মঞ্জুৰ নকৰালৈকে মন্ত্ৰী সকলৰ দৰ্ম্মহা বৰলাটে থিৰ কৰি দিব। তেওঁ বিলাকৰ কাৰ্য্যকালৰ ভিতৰত দৰ্ম্মহাৰ নিৰিখ কম বেছি হব নোৱাৰিব, ব্যৱস্থাপক সভাৰ সভ্য নোহোৱাকৈ ছমাহত কৈ বেছি দিন কোনো মন্ত্ৰী হৈ থাকিব নোৱাৰিব, বৰলাটক মন্ত্ৰীসকলে কি পৰামৰ্শ দিয়ে তাক কোনো আদালতে অনুসন্ধান কৰিব নোৱাৰিব, কিন্তু বৰলাটে বে-আইনী ভাবে মন্ত্ৰীসভাৰ বিষয়ে কাম কৰিলে, পাৰ্লিয়ামেণ্ট আৰু সম্রাটে অনুৰোধ কৰিলে, ৰাজআমাত্য-সভা বা প্ৰিভিকাউন্সিলে এই বিষয় বিচাৰ কৰিব পাৰিব। এই বিষয়, ভাৰতীয় যুক্তৰাষ্ট্ৰৰ আদালতৰ কৰ্ত্তৃত্বাধীন নহয় কিন্তু যুক্তৰাষ্ট্ৰৰ আদালতে বৰলাটে কৰা কোনো কাম তেওঁৰ বিবেচনাৰ অধীন নহয় বুলি ঘোষণা কৰিলে বৰলাটে তাক মানিব লাগিব, বৰলাটে কোন কাৰ্য্য নিজৰ ব্যক্তিগত বিচাৰ-বুদ্ধিৰ দ্বাৰা কৰিব বা কোন কাৰ্য্য মন্ত্ৰী-সকলৰ পৰামৰ্শৰ উপৰিও নিজ বিবেচনামতে কৰিব তাক বৰলাটেই নিজ বিবেচনামতে থিৰ কৰিব। মন্ত্ৰীসকলে তেওঁক, তেওঁ বিলাকৰ কোনো নিৰ্দ্দিষ্ট বিষয়ত নিজ মতলৈ আনিবলৈ বাধ্য কৰিব নোৱাৰে, সম্রাটৰ উপদেশ

পত্ৰত দিয়া আছে যে বৰলাটে যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভাৰ সৰহ ভাগ সভ্যৰ সমৰ্থন পোৱা লোকক হে মন্ত্ৰী পাতিব, কিন্তু দেশীয় ৰাজ্য আৰু সংখ্যা লঘিষ্ঠ দলৰ লোককো উচিত মতে মন্ত্ৰীসভাত ঠাই দিবলৈ চেষ্টা কৰিব লাগিব, মুঠতে গৱৰ্ণৰ জেনেৰেলে সংখ্যা গৰিষ্ঠ দলৰ নেতা জনক প্ৰধান মন্ত্ৰী পাতিব আৰু বাকী মন্ত্ৰীপদ প্ৰধান মন্ত্ৰীৰ পৰামৰ্শমতে গৱৰ্ণৰ জেনেৰেলে পূৰাব, পাছি মন্ত্ৰীসকল বাছোতে প্ৰধান মন্ত্ৰীয়ে যতদূৰ সম্ভৱ নিজ দলৰ মতাৱলম্বী সংখ্যা লঘিষ্ঠ সম্প্ৰদায়ৰ লোক উচিত মতে মন্ত্ৰীসভাত লবলৈ চেষ্টা কৰিব। বৰলাটৰ উপদেশ পত্ৰত লেখা আছে যে, ব্যৱস্থাপক সভাৰ ওচৰত যাতে এই মন্ত্ৰীসকলৰ যুক্তভাৱে দায়ী থাকিব পাৰে তাৰ বাবে তেওঁ বিশেষ চকু দিব, যদিও মন্ত্ৰীসকলৰ নিয়োগ আদি বৰলাটৰ ইচ্ছামতেই হব বুলি কোৱা হৈছে তথাপি যুক্তৰাষ্ট্ৰীয় সকলো হস্তান্তৰিত বিষয় এই মন্ত্ৰীসকলে যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভাৰ ওচৰত দায়ী থাকিহে চলাব লাগিব, মন্ত্ৰীসকলক বৰলাটে ইচ্ছা কৰিলেই অৱসৰ দিব পৰা মানে, মন্ত্ৰীসকলে যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভাৰ সমৰ্থন নেপালেই বৰলাটে তেওঁবিলাকক অৱসৰ দি, ব্যৱস্থাপক সভাৰ বিশ্বাস ভাজন আন লোকেৰে সৈতে মন্ত্ৰীসভা গঠন কৰিব লাগিব, আমি ওপৰত কৈ অহা, যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভাৰ দায়িত্বলৈ এৰি দিয়া বিষয়বোৰ আৰু ব্যৱস্থাপক সভাৰ হাতত দিও, বৰলাটৰ বিশেষ দায়িত্বত ৰখা বিষয়বোৰ মন্ত্ৰী সকলে শাসন কৰিব। বৰলাটৰ সমৰ্থন মতে তেওঁবিলাকে নিজৰ ভিতৰত চৰকাৰৰ বিভাগবোৰ ভগাই লব। মন্ত্ৰীসকলে অনেক বিষয় চলালেও গৱৰ্ণৰ জেনেৰেলৰ নামতেই সকলো যুক্তৰাষ্ট্ৰীয় কাৰ্য্য চলিব। যুক্তৰাষ্ট্ৰীয় সকলো কাৰ্য্য, বিশেষকৈ বৰলাটৰ বিশেষ দায়িত্ব থকা বিষয় বিলাকৰ পৰিচালনা আদিৰ কথা জনাই থাকিবলৈ বৰলাটৰ নিজা চেক্ৰেটৰি থাকিব। যুক্তৰাষ্ট্ৰীয় বিষয়ত প্ৰদেশিক গৱৰ্ণমেণ্টে কি ভাবে চলিব তাকে বৰলাটে থিৰ কৰি দিব, এইদৰে প্ৰায় চাৰিকুৰিটা বিষয়ত বৰলাটে মন্ত্ৰীসকলৰ মত নোলোৱাকৈ কাৰ্য্য কৰিব পাৰে, আন বিষয়তো

মন্ত্ৰীসকলৰ মতামত ললে, বৰলাটে সেইমতে অনুসৰি কাম নকৰিবও পাৰে, যেই বিভাগৰেই হক সকলো প্ৰধান শাসন কাৰ্য্যৰ শেষ, কৰ্তৃত্ব বৰলাটৰ হাতত। বৰলাটে আৱশ্যক হলে ভাৰত সচিবৰ লগত পৰামৰ্শ কৰিব। ভাৰত সচিব, ভাৰতৰ শাসনৰ বাবে পাৰ্লিয়ামেণ্টৰ ওচৰত দায়ী।

মন্ত্ৰীসকলৰ কাৰ্য্য বিভাগ।

মন্ত্ৰীসকলে বেলেগ বেলেগ বিষয় চলাব লাগিব। অৰ্থ সচিবৰ দায়িত্ব থাকিব যুক্তৰাষ্ট্ৰৰ আয় ব্যয়ৰ বিষয়ত। টকা শিকা সম্পৰ্কীয় সকলো কাৰ্য্য তেওঁৰ তত্বাৱধানত থাকিব। বছেৰেকীয়া আয় ব্যয়ৰ তালিকা বা বজেট অৰ্থ সচিবেই আইন সভাত দাঙি ধৰিব। দেশৰ ভিতৰুৱা শাসন আদিৰ বিষয় স্বৰাষ্ট্ৰ সচিবে তত্বাৱধান কৰিব আৰু চলাব। আইন সচিবৰ হাতত আইন বিভাগ থাকিব। বাণিজ্য বিভাগ বাণিজ্য সচিবৰ কৰ্তৃত্বত থাকিব, তেওঁৰ লগত যুক্তৰাষ্ট্ৰৰ ৰেলৰ সম্বন্ধ থাকিব। এইদৰে কৃষি, শিল্প, শিক্ষা আদি বিষয় মন্ত্ৰীসকলে চলাব, (১) নিজ নিজ বিভাগৰ বিশেষ দায়িত্বপূৰ্ণ কাৰ্য্য বিলাক যাতে সকলো মন্ত্ৰীয়েই পৰামৰ্শ কৰি সম্পাদন কৰে তাৰ নিমিত্তে বৰলাটে, মন্ত্ৰীসকলৰ ব্যৱস্থাপক সভাৰ ওচৰত যাতে যুক্ত দায়িত্ব প্ৰতিষ্ঠিত হয় তাৰ চেষ্টা কৰিব। গৱৰ্ণৰ জেনেৰেলে নিজ বিবেচনামতে মন্ত্ৰীসভাৰ সভাপতিত্ব কৰিব পাৰে।

বিভাগীয় চেক্ৰেটৰি

শাসন বিষয়ৰ সকলো কাৰ্য্য মন্ত্ৰী সকলৰ নীতি অনুসৰি চেক্ৰেটৰি সকলে চলায়। প্ৰতি বিভাগতে মন্ত্ৰীসকলৰ শাসন কাৰ্য্য চলাবৰ নিমিত্তে কেবাজনোকৈ চেক্ৰেটৰি থাকিব। মন্ত্ৰীসকল স্থায়ী নহয়, কিন্তু চেক্ৰেটৰি সকল স্থায়ী।

---

(১) বৰ্ত্তমানৰ মটা বিভাগ—পৰৰাষ্ট্ৰীয় আৰু ৰাজনৈতিক, ৰেল আৰু বাণিজ্য, শ্ৰম আৰু শিল্প, শিক্ষা স্বাস্থ্য আৰু ভূসম্পত্তি, সামৰিক বিভাগ, অভ্যান্তৰিণ বিভাগ, আইন-বিভাগ অৰ্থ-বিভাগ আৰু খৃষ্টান ধৰ্ম্ম বিষয়ক বিভাগ।

মন্ত্ৰী সভা ভাগি গলেও অন্য মন্ত্ৰী সভা গঠন নহয় মানে চেক্ৰেটৰি-সকলে একেবাৰে শাসন কাৰ্য্য চলাব। মন্ত্ৰীসকলে নিৰ্দ্ধাৰিত কৰি দিয়া মূল নীতি চেক্ৰেটৰিয়ে কাৰ্য্যত পৰিণত কৰে। স্থায়ী বিষয়া হিচাপে, নিজ অভিজ্ঞতাৰ দ্বাৰা, অস্থায়ী মন্ত্ৰীসকলক, চেক্ৰেটৰি সকলে উপায় বুদ্ধি দি সুপ্ৰতুল ভাবে ৰাজকাৰ্য্য সম্পাদন কৰে। সাধাৰণতে চেক্ৰেটৰি সকল ভাৰতীয় চিভিল চাৰ্ভিচৰ বিষয়া, নিজৰ কামৰ কাৰণে এওঁবিলাক মুখ্যভাবে মন্ত্ৰীসকলৰ ওচৰত দায়ী। কেন্দ্ৰীয় চৰকাৰ, প্ৰাদেশিক চৰকাৰ সকলোতে এই চেক্ৰেটৰি সকলেই যে পৰিৱৰ্ত্তনশীল শাসন যন্ত্ৰৰ অপৰিৱৰ্ত্তনীয় অঙ্গ-হিচাপে থাকি শাসন কাৰ্য্যৰ শৃঙ্খলা ৰক্ষা কৰে, চেক্ৰেটৰি সকলৰ কাৰ্য্যালয় সহ গোটেই প্ৰতিষ্ঠানটোক চেক্ৰেটৰিয়েট বোলে।

সংৰক্ষিত বিভাগ আৰু পৰামৰ্শ দাতা।

ওপৰত কৈ অহা, দেশৰক্ষা, পৰৰাষ্ট্ৰ বা বৈদেশিক, ধৰ্ম্মবাজক সম্বন্ধীয় শাসন বহিৰ্ভূত অঞ্চল সম্বন্ধীয়, আদি বিভাগ বৰলাটৰ সম্পূৰ্ণ দায়িত্বত থাকিব। তেওঁ এই বিলাক নিজেই পৰিচালনা কৰিব, কিন্তু ইচ্ছা কৰিলে এই সংৰক্ষিত বিভাগ পৰিচালনাৰ নিমিত্তে তেওঁ তিনিজনলৈকে পৰামৰ্শ দাতা নিযুক্ত কৰিব পাৰে, মন্ত্ৰীসকলৰ দৰে এই পৰামৰ্শদাতা সকল যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভাৰ ওচৰত দায়ী নহয়। এওঁবিলাক গৱৰ্ণৰ জেনেৰেলৰ ওচৰত দায়ী থাকিব, কিন্তু এওঁবিলাকৰ দৰ্মহা আৰু বিষয়ববীয়া নিয়ম কাৰণ আদি সম্ৰাটে থিৰ কৰি দিব।

আৰ্থিক পৰামৰ্শ দাতা।

যুক্তৰাষ্ট্ৰৰ আৰ্থিক দায়িত্ব পালন কৰিবলৈ বৰলাটক সহায় কৰিবৰ নিমিত্তে, তেওঁ মন্ত্ৰীসকলৰ সৈতে পৰামৰ্শ কৰি এজন আৰ্থিক পৰামৰ্শ দাতা নিয়োগ কৰিব পাৰিব। বৰলাটে নিজ বিবেচনা অনুসৰি এওঁৰ দৰ্মহা আদি থিৰ কৰিব পাৰিব। যুক্তৰাষ্ট্ৰৰ আৰ্থিক সু-ব্যৱস্থাৰ নিমিত্তে বৰলাটক সহায়

কৰাই এওঁৰ প্ৰধান কৰ্ত্তব্য, কিন্তু আৱশ্যক হলে এওঁৰ সহায় যুক্তৰাষ্ট্ৰীয় চৰ্কাৰেও গ্ৰহণ কৰিব পাৰে। এই পৰামৰ্শ দাতা জনে আৰ্থিক বিষয়ত বৰলাটক ভাৰতৰ স্বাৰ্থৰ বিৰুদ্ধে চলালে বৰ্ত্তমান শাসন সংস্কাৰ আইনৰ উদ্দেশ্য সিদ্ধিত বাধা জন্মিব পাৰে, সেই দেখি সম্ৰাটৰ উপদেশ-পত্ৰত বৰলাটক কোৱা হৈছে যে যুক্তৰাষ্ট্ৰৰ অৰ্থ সম্বন্ধীয় সকলো কথাতে অৰ্থ মন্ত্ৰীৰ লগত পৰামৰ্শ কৰিব লাগিব। অৰ্থ মন্ত্ৰীৰ লগত মত নিমিলিলে গোটেই মন্ত্ৰী সভা গোটখাই সেই বিষয়ে থিৰ কৰিব।

এড্‌ভকেট জেনেৰেল।

বৰলাটে নিজ কৰ্ত্তব্য পালন কৰিবৰ নিমিত্তে, যুক্তৰাষ্ট্ৰৰ কাৰণে এজন এড্‌ভকেট জেনেৰেল নিযুক্ত কৰিব। এওঁ আইন বিষয়ত যুক্তৰাষ্ট্ৰীয় চৰকাৰক পৰামৰ্শ দিব আৰু আন আন যি আইন সম্বন্ধীয় কাম এওঁক দিয়া হয়, সেইখিনি কৰিব। গৱৰ্ণৰজেনেৰেলে মন্ত্ৰী সকলৰ লগত পৰামৰ্শ কৰিবলৈ নিজৰ বিচাৰ বুদ্ধি অনুসৰি এওঁক নিয়োগ বা বৰ্থাস্ত কৰিব পাৰিব আৰু তেওঁৰ দৰ্মহা আদি থিৰ কৰিব। এওঁ নিজৰ কাৰ্য্যৰ বাবে গৱৰ্ণৰজেনাৰেলৰ ওচৰতহে দায়ী হব। বৃটিছ ভাৰতৰ সকলো আদালতত আৰু যুক্তৰাষ্ট্ৰীয় বিষয় সম্বন্ধে দেশীয় ৰাজ্যৰ আদালতত নিজৰ বক্তব্য কব পাৰিব। বৰলাটৰ পৰামৰ্শ দাতাৰ নিচিনাকৈ তেওঁৰ ব্যৱস্থাপক সভাৰ অধিবেশনতে বক্তৃতা দিব পাৰিব আৰু, তাৰ কোনো কমিটিৰ সভ্য নিযুক্ত হলে, কাম কৰিব পাৰিব। কিন্তু ব্যৱস্থাপক সভাত ভোট দিয়া ক্ষমতা নাথাকিব।

বৰলাটে যুক্তৰাষ্ট্ৰৰ কাৰ্যনিৰ্ব্বাহ সম্বন্ধে মন্ত্ৰী সকলৰ সৈতে গোট খাই কাৰ্য্য পদ্ধতি থিৰ কৰিব। যুক্তৰাষ্ট্ৰ চৰকাৰৰ বাবদীয় কাৰ্য্য গৱৰ্ণৰ জেনাৰেলৰ নামত চলিব। গৱৰ্ণৰ জেনেৰেলৰ নিজৰ চেক্ৰেটৰি বিষয়া আদি থাকিব। তেওঁ নিজৰ অভিৰুচি মতে এই সকল মকৰল কৰিব। এই

বিষয়া সকলৰ দৰ্ম্মহা ভাত্তা আদি তেওঁ থিৰ কৰি দিব আৰু এই টকা যুক্তৰাষ্ট্ৰীয় আয়ৰ পৰা দিয়া হব।

**ভাৰতীয় যুক্তৰাষ্ট্ৰ-কাৰ্য্যনিৰ্ব্বাহকৰ স্বৰূপ**—এতিয়া দেখা গল বৰ্ত্তমান শাসন পদ্ধতিৰ আগতে, প্ৰদেশত চলা দ্বৈত শাসনৰ দৰেই, বৰ্ত্তমানৰ যুক্তৰাষ্ট্ৰীয় কাৰ্য্যনিৰ্ব্বাহক অনুষ্ঠান। আগেয়ে প্ৰদেশত থকা দৰেই এতিয়া কেন্দ্ৰীয় চৰ্কাৰৰ বিষয় বিলাক হস্তান্তৰিত আৰু সংৰক্ষিত হিচাপে বিভক্ত। সংৰক্ষিত বিষয়বিলাকত ব্যৱস্থাপক সভাৰ বা মন্ত্ৰীসকলৰ কোনো হাত নাই। হস্তান্তৰিত বিষয়বিলাক ব্যৱস্থাপক সভাৰ ওচৰত দায়ী মন্ত্ৰীসকলে চলাব কিন্তু তাতো কিছুমান বিষয় আছে, যিবিলাক চলোৱাত বৰলাটৰ বিশেষ দায়িত্ব আছে; সেই কাৰণে উক্ত বিষয়ত আৱশ্যক বুজিলে তেওঁ মন্ত্ৰী সকলৰ মতৰ বিৰুদ্ধেও কাৰ্য্য কৰিব পাৰে। এইদৰে প্ৰদেশত যি দ্বৈত শাসন বেয়া বুলি চাইমন কমিচনে মত প্ৰকাশ কৰিছিল সেই দ্বৈত শাসনেই এতিয়া কেন্দ্ৰৰ শাসন ৰূপে গৃহীত হৈছে। সংৰক্ষিত বিভাগৰ বাহিৰে অন্য সকলো যুক্তৰাষ্ট্ৰীয় বিষয়ত মন্ত্ৰী সকলে বৰলাটক পৰামৰ্শ দিব পাৰিব; কিন্তু মন্ত্ৰীৰ দৰ্ম্মহা এবাৰ নিৰ্দ্ধাৰিত হলে সলনি হব নোৱাৰাত আৰু এই বিষয়ত ব্যৱস্থাপক সভাই ভোট দিব নোৱাৰাত, ব্যৱস্থাপক সভাই মন্ত্ৰী সকলক সভাৰ ওচৰত দায়ী কৰি ৰখাৰ উপায়টোকে নাইকিয়া কৰি পেলাইছে। আকৌ মন্ত্ৰী-সভাৰ হাতৰ পৰা দেশ ৰক্ষাৰ খৰচ আতৰাই দিয়াত মন্ত্ৰী সকলৰ কাৰ্য্য কৰিব পৰা ক্ষমতা সীমাবদ্ধ হৈছে। সংখ্যা লঘিষ্ঠ সম্প্ৰদায় আৰু দেশীয় ৰাজ্যক উপযুক্ত স্থান দি গৱৰ্ণৰ জেনাৰেলে মন্ত্ৰী নিয়োগ কৰিবলৈ গলে, মন্ত্ৰী সভাখন বিভিন্ন মতৰ লোকৰ দ্বাৰা গঠিত হব। এনে মন্ত্ৰী সভাৰপৰা কোনো দায়িত্বপূৰ্ণ চৰকাৰৰ কাৰ্য্য সুপ্ৰতুল ভাবে চলিব নোৱাৰে। ইহাতে কোৱা হয় যে ভাৰতবৰ্ষৰ ৰাজনৈতিক ব্যৱস্থালৈ চকুদিলে, কেন্দ্ৰত দায়িত্বপূৰ্ণ শাসন সম্পূৰ্ণৰূপে প্ৰতিষ্ঠা কৰিবলৈ হলে,

বৰ্ত্তমান যি যুক্তৰাষ্ট্ৰীয় কাৰ্য্যনিৰ্ব্বাহক প্ৰতিষ্ঠা কৰা হৈছে সিয়েই উত্তম। তাতকৈ আৰু ভাল উপায় উলিয়াবপৰা সম্ভৱ নহয় (১)।

**সৈন্য বিভাগ**—নতুন শাসন সংস্কাৰৰ আইনৰ আগলৈকে সৈন্যবিভাগ সপৰিষদ গৱৰ্ণৰ জেনাৰেলৰ হাতত আছিল। ১৯৩৫ চনৰ আইনে এই বিভাগ অকল গৱৰ্ণৰৰ হাতলৈ দিছে। এই বিভাগ পৰিচালনাৰ নিমিত্তেও বৰলাটে এজন পৰামৰ্শদাতা নিয়োগ কৰা বেছি সম্ভৱ। চলিত শাসনত সৈন্যাধ্যক্ষ বা 'কমানডাৰ ইন চিফ্' বৰলাটৰ শাসন পৰিষদৰ অন্যতম সভ্য হিচাপে সৈন্য বিভাগৰ কৰ্ত্তা, ভৱিষ্যতে উপদেষ্টা হিচাপে সৈন্যাধ্যক্ষকেই ৰাখেনে আন কাৰবাক ৰাখে একো ঠিকনা নাই। উপদেষ্টা নহলেও সৈন্যাধ্যক্ষই এই বিভাগৰ আচল কৰ্ত্তা হোৱাটো ঠিক।

বৰ্ত্তমান ভাৰতীয় সৈন্য বিভাগৰ ইতিবৃত্ত।

ইংৰাজে ভাৰতত বেপাৰ কৰিবলৈ অহাৰ লগে লগে, তেওঁ বিলাকৰ বাণিজ্য ৰক্ষা আদিৰ কাৰণে তাকৰীয়া সৈন্য দল ৰখাৰ ব্যৱস্থা আছিল, তাৰ পাচত যেতিয়া ইংৰাজ বেপাৰী গুছি ক্ৰমে দেশৰ শাসক হৈ আছিল তেতিয়া সৈন্যৰ আৱশ্যকত আৰু ইয়াৰ সংখ্যা বেছি হৈ আহিবলৈ ধৰিলে। বৃটিছ ভাৰতৰ প্ৰথম ইউৰোপীয় সৈন্যদল ১৬৬৯ চনত বোম্বাইত গঠিত হয়। ১৭৪৮ চনত প্ৰথম ভাৰতীয় লোকেৰে সৈন্যদল গঠন কৰা হয়। ১৭৮১ খৃষ্টাব্দৰ আৰু ১৭৯৯ খৃষ্টাব্দৰ আইনৰ দ্বাৰা পালিয়ামেণ্টে কোম্পানীক সৈন্যসংগ্ৰহ আৰু সৈন্যদল শৃঙ্খলিত ভাবে ৰক্ষা কৰিবলৈ ক্ষমতা দিয়ে। প্ৰথমতে তিনিখন প্ৰেচিডেন্সিত তিনিদল সৈন্য সৃষ্টি হয়। ইয়াৰ

---

(১) দায়িত্বপূৰ্ণ বা পাৰ্লিয়ামেণ্টাৰি শাসন পদ্ধতিত ৰজা, নাইবা ৰজাৰ প্ৰতিনিধি; গৱৰ্ণৰ জেনেৰেল, গৱৰ্ণৰ আদিয়ে শাসন বিষয়ত মন্ত্ৰীসকলৰ পৰামৰ্শমতে চলিবলৈ বাধ্য। মন্ত্ৰীসকলৰ ব্যৱস্থাপক সভাৰ সভ্য হব লাগে। মন্ত্ৰীসভাই নিম্ন পৰিষদৰ সমৰ্থন নিশ্চয় পাব লাগে; মন্ত্ৰীসকলৰ দায়িত্ব যুটীয়া হব লাগে আৰু মন্ত্ৰী সকলৰ কৰ্ম্মহা ব্যৱস্থাপক সভাৰ সভ্য সকলৰ ভোটৰ ওপৰত থিৰ হয় হব লাগে।

বাহিৰেও বৃটিছে ব্যৱহাৰ কৰিব পৰা দেশীয় ৰাজাৰ সংশ্ৰৱত থকা সৈন্য দল কেৰাটাও আছিল। চিপাহী বিদ্ৰোহৰ পাচত সৈন্যদল বিলাকৰ ভিতৰত ভালেমান সাল সলনি হয়। ইউৰোপীয় সৈন্য সংখ্যা ৬২ হেজাৰ কৰি ভাৰতীয় সৈন্যৰ সংখ্যা ১৩৫ হেজাৰলৈ কমোৱা হয়। চিপাহী বিদ্ৰোহৰ আগতে ইউৰোপীয় সৈন্য ৩৯ হেজাৰ আৰু দেশীয় সৈন্য ২১৫ হেজাৰ আছিল। ইয়াৰ পাচত ক্ৰমে সৈন্য সংখ্যা বৃদ্ধি হৈ ১৯০০ চনত মুঠ দুইলাখ তেইশ হেজাৰ হয়; তাৰ ভিতৰত ৭৬ হাজাৰতকৈ বেছি ইউৰোপীয়। ইউৰোপীয় সৈন্যসংখ্যা যদিও কম তথাপি সাধাৰণ সৈন্য পৰিচালক বিষয়া বিলাকৰ প্ৰায় ভাগেই ইংৰাজ। চিপাহী বিদ্ৰোহৰ পাচৰ পৰা দেশীয় মানুহ বিষয়া পতা প্ৰথা প্ৰায় উঠাই দিছিল কিন্তু মহাযুদ্ধৰ আমাৰ পৰা গবৰ্ণমেণ্টে আকৌ, মাজে মাজে তাকৰীয়াকৈ হলেও, ভাৰতীয় ডেকাক বিষয়া লোৱা প্ৰথা প্ৰৱৰ্ত্তন কৰিছে। কিছুদিনৰ আগতে থিৰ হৈছে যে দেশীয় সৈন্যদলৰ আঠোতা বিভাগত সকলো বিষয়া ক্ৰমশঃ ভাৰতীয় লোৱা হব। সৈন্যদলৰ বিষয়া সকলক শিক্ষা দিবৰ নিমিত্তে ভাৰতত আগেয়ে কোনো প্ৰতিষ্ঠান নাছিল। ১৯২৫ চনত এই বিষয়ে আলোচনা হেদন্ত আদি কৰিবৰ নিমিত্তে চাৰ এন্ড্ৰু স্কিনৰ সভাপতিত্বত এখন কমিটি বহে, এই কমিটিত স্বৰ্গীয় মতিলাল নেহেৰুও সভাপতি আছিল। ১৯২৭ চনত কমিটিৰ ৰেপৰ্ট ওলায়। প্ৰথম ৰাউণ্ডটেবল্ কনফাৰেন্সত ভাৰতৰ সামৰিক কথা আলোচনা কৰিবৰ নিমিত্তে এখন 'চব কমিটি' বা শাখা সমিতি পতা হয়; এই কমিটিয়ে আকৌ, নিৰ্দ্ধাৰণ কৰি দিয়া 'সামৰিক বিদ্যালয়' কমিটিৰ পৰামৰ্শ মতে দেৰাডুনত 'ভাৰতীয় সামৰিক বিদ্যালয়' পতা হয় (১)। ভাৰতৰ সকলো প্ৰদেশৰ সকলো মানুহৰ ভিতৰৰ

ভাৰতৰ সামৰিক বিদ্যালয়।
স্কিন কমিটি।

(১) Indian military academy.

পৰা সৈন্য সংগ্ৰহ কৰা নহয়। যি বিলাক মানুহৰ ভিতৰৰ পৰা সৈন্য সংগ্ৰহ কৰা হয় সেই জাতি বিলাকক সামৰিক জাতি (২) বোলে। শিখ, ৰাজপুত, পাঠান আদি সামৰিক জাতি কিন্তু বঙ্গালী, উড়িয়া, আদি সামৰিক জাতি নহয়।

সামৰিক জাতি।

'টেৰিটৰিয়েল ফৰ্চ' আৰু 'ইউনিভাৰ্চিটি ট্ৰেইনিং কোৰ' (৩) নামৰ সৈন্যদল সৃষ্টি হোৱাৰ বেছিদিন হোৱা নাই। নিয়ম মতে সৈন্যদলত যোগ নিদি আৱশ্যক অনুসৰি ভাৰতীয় লোকে যুঁজ-বাগৰত যোগ দিব পাৰে, তাৰ নিমিত্তে 'টেৰিটৰিয়েল ফৰ্চ' গঠিত হৈছে। বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত কলেজৰ ছাত্ৰ আৰু শিক্ষক সকলেও যাতে আৱশ্যক মতে যুদ্ধত যোগ দিয়াৰ সুবিধা পাই তাৰ নিমিত্তে প্ৰায় বিশ্ববিদ্যায়ৰ কেন্দ্ৰতে এনে 'ট্ৰেইনিং কোৰ' পতা হৈছে।

টেৰিটৰিয়েল ফৰ্চ, ইউনিভাৰ্চিটি ট্ৰেইনিং কোৰ।

ভাৰতবৰ্ষৰ প্ৰায় তিনিফালে সাগৰে বেঢ়ি আছে। সেই কাৰণে ইয়াতে স্থল সৈন্যৰ যেনে আৱশ্যক, সেইদৰে নৌ সৈন্যবো আৱশ্যক; তাৰ উপৰি আজি কালি যুদ্ধ বিগ্ৰহত বিমানৰ যি কাম ওলাই পৰিছে, তাতে চাই ভাৰতবৰ্ষই নিজৰ ভৰিত থিয় হবলৈ বিমানবো নিশ্চয় আৱশ্যক। সেই কাৰণে ক্ৰমে নৌ বিভাগ আৰু বিমানৰ আড্ডা আদিও প্ৰতিষ্ঠিত হৈছে। আগেয়ে ভাৰতৰ নিজা নৌ-বিভাগ আছিল, কিন্তু খৰচ কমাবৰ অভিপ্ৰায়ে এই বিভাগ তুলি দি, ইংলণ্ডৰ নৌ বিভাগৰ খন চেৰেক যুদ্ধ জাহাজ ভাৰত উপকূলত, ভাৰত ৰক্ষা কৰিবৰ নিমিত্তে ৰখা হয়। ইয়াৰ খৰচৰ নিমিত্তে ভাৰত চৰ্কাৰে ইংলণ্ডক বছৰি এক লাখ পাউণ্ড দিয়ে। ভাৰতবাসীয়ে

নৌ-বিভাগ আৰু বিমান।

(২) Martial law (৩) Indian Territorial Force, University Training Corps.

এতিয়া নিজা নৌ বিভাগ লাগে বুলি আন্দোলন কৰাৰ ফলত বৃটিছ পাৰ্লিয়ামেণ্টে ভাৰতীয় নৌ বিভাগ (৪) খুলিবৰ কাৰণে আইন প্ৰনয়ণ কৰি, কাম হাতত লৈছে। যুদ্ধ বিগ্ৰহত বিমানৰ আৱশ্যক অত্যাধিক হোৱাত ভাৰততো বিমান কেন্দ্ৰ স্থাপন কৰিছে।

সম্ৰাটৰ উপদেশ পত্ৰত লিখা আছে, যে, যিহেতু ক্ৰমে সৈন্য বিভাগৰ সম্পূৰ্ণ দায়িত্ব ভাৰতবাসীৰ হাতলৈকে যাব, সেই কাৰণে সৈন্য বিভাগৰ সকলো কথাতে বৰলাটে মন্ত্ৰী, উপদেষ্টা আদিৰ লগত পৰামৰ্শ কৰি কাৰ্য্য কৰিব। সৈন্যদলক ভাৰতৰ বাহিৰৰ কামত লগোৱা বিষয়ত আৰু ভাৰতীয় কৰ্ম্মচাৰী নিয়োগ বিষয়ত বৰলাট মন্ত্ৰী সকলৰ মতামত লৈ বিবেচনা কৰিব। সৈন্য সংগ্ৰহ বিষয়ত বৃটিছ ভাৰতীয় লোক, সম্ৰাটৰ প্ৰজা, বৃটিছ ভাৰতৰ লগত লাগি থকা ঠাইৰ লোক আদিৰ বাহিৰে আনক সৈন্য নিয়োগ কৰিবলৈ যুক্তৰাষ্ট্ৰীয় কাৰ্য্য নিৰ্ব্বাহকৰ হাত নাথাকিব।

**যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভা**—১৯৩৫ চনৰ সংস্কাৰ আইন মতে যুক্তৰাষ্ট্ৰৰ দুখন ব্যৱস্থাপক সভা আছে। প্ৰথম খনৰ নাম উৰ্দ্ধ পৰিষদ, ৰাষ্ট্ৰপৰিষদ বা 'কাউন্সিল অৱ ষ্টেট'; দিতীয় খন নিম্ন পৰিষদ, মিলিত আইন সভা বা হাউচ অৱ এচেম্ব্লি'। এই সভা দুখনত গৱৰ্ণৰ-শাসিত প্ৰদেশ, চিফ্ কমিচনাৰ শাসিত প্ৰদেশ, আৰু যুক্তৰাষ্ট্ৰত যোগ দিয়া দেশীয় ৰাজ্যৰ প্ৰতিনিধি থাকিব। বৰলাটো এই সভাৰ আৱশ্যকীয় অঙ্গ, কাৰণ, আইন সভাৰ বিলত বৰলাটে সম্মতি নিদিলে আইন হব নোৱাৰে। সাধাৰণতে এখন সভাত গৃহীত হোৱা বিল আন খন সভাত গৃহীত নহলে আইন হব নোৱাৰে। দুইখন সভাত গৃহীত হৈ বৰলাটৰ সম্মতি পালেহে 'বিল' আইনত পৰিণত হয়।

---

(৪) Royal Indian Navy, Indian Air Force.

ৰাষ্ট্ৰ পৰিষদ বা উৰ্দ্ধ-পৰিষদ সভ্য সংখ্যা ২৬০ জনৰ বেছি নহয়। তাৰ ভিতৰত বৃটিছ ভাৰতৰ প্ৰতিনিধি ১৫৬, আৰু দেশীয় ৰাজ্যৰ প্ৰতিনিধি ১০৪ জনৰ বেছি থাকিব নোৱাৰে। বৃটিছ ভাৰতৰ প্ৰতিনিধি সকলৰ ভিতৰত ৬ জন বৰলাটে মনোনীত কৰিব, বাকী ১৫০ জনহে প্ৰদেশ বিলাকৰ নিৰ্ব্বাচিত প্ৰতিনিধি হব। প্ৰত্যেক সভ্যৰ কাৰ্য্য কাল ৯ বছৰ; কিন্তু প্ৰতি তিনি বছৰৰ পাচে পাচে সকলোখিনি সভ্যৰ তিনি ভাগৰ এভাগৰ সভ্য পদ গুছিব আৰু সেই এক তৃতীয়াংশ পদৰ বাবে নতুন সভ্য নিৰ্ব্বাচন হব। অসমৰ, ৰাষ্ট্ৰ পৰিষদৰ সভ্য সংখ্যা মুঠ পাঁচ জন: ৩ জন সাধাৰণ; ২ জন মুছলমান। বঙ্গদেশৰ মুঠ ২০ জন: সাধাৰণ ৮ অনুন্নত ১; মুছলমান ১০ আৰু মহিলা ১। মাদ্ৰাজ আৰু যুক্ত প্ৰদেশৰ মুঠ সংখ্যা ২০ জনকৈ; বোম্বাই, পঞ্জাব, বিহাৰৰ মুঠ ১৬ জনকৈ; উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ, উড়িষ্যা, সিন্ধু পাঁচ জনকৈ; মধ্যপ্ৰদেশ আৰু বেৰাৰৰ ৮ জন; বৃঃ বেলুচিস্থান, আজমিৰ মাৰোৱাৰ, কুৰ্গ, দিল্লী, একজনকৈ; গোটেই ভাৰতৰ ইউৰোপীয়ান ৭; দেশীয় খৃষ্টান ২; এংলোইণ্ডিয়ান ১; বৰলাটৰ মনোনীত ৬। সৰ্ব্বমুঠ ১৫৬,—বৃটিছ ভাৰতৰ প্ৰতিনিধি। সম্প্ৰদায় হিছাপে নিৰ্ব্বাচিত ১৫০ জনৰ ভিতৰৰ সাধাৰণ ৭৫; অনুন্নত ৬; শিখ ৪; মুছলমান ৪৯; মহিলা ৬; ইউৰোপীয়ান ৭; ভাৰতীয় খৃষ্টান ২; এংলোইণ্ডিয়ান ১। ৰাষ্ট্ৰ পৰিষদৰ সভাপতি আৰু সহকাৰী সভাপতি সভাই নিৰ্ব্বাচন কৰিব। তেওঁবিলাকে আৱশ্যক হলে নিজে পদত্যাগ কৰিব পাৰে বা সৰহীয়া ভোটৰ দ্বাৰা তেওঁবিলাকক অৱসৰ দিব পাৰে। (১)

ৰাষ্ট্ৰপৰিষদ সভ্য সংখ্যা আদি।

(১) সম্ৰাটৰ উপদেশ পত্ৰ অনুসাৰে বৰলাটৰ মনোনীত সভ্য বিলাক নিৰ্ব্বাচনৰ দ্বাৰা সভ্য পদ নোপোৱা সম্প্ৰদায় বা স্বাৰ্থ সম্পৰ্কীয় লোকৰ ভিতৰৰ পৰা বৰলাটে নিজ বিবেচনা মতে মনোনীত কৰিব।

ৰাষ্ট্ৰ পৰিষদৰ সভ্য সকল সাক্ষাৎ ভাবে নিৰ্ব্বাচিত হব। প্ৰত্যেক প্ৰদেশতে সভ্য সকলৰ নিৰ্ব্বাচনৰ নিমিত্তে সমষ্টি নিৰ্ব্বাচিত হব। এই ওপৰ পৰিষদৰ নিৰ্ব্বাচনত ভোট দিবলৈ হলে ভোট দাতাসকল বেছি সম্পত্তিশালী লোক হব লাগিব। দেশত এনে সম্পত্তিশালী লোক কম, সেই কাৰণে ইয়াত সাক্ষাৎ নিৰ্ব্বাচন প্ৰথাত বিশেষ অসুবিধা নাই। কিন্তু ইউৰোপীয়ান, এংলোইণ্ডিয়ান আৰু দেশীয় খৃষ্টানৰ নিৰ্ব্বাচন, বেঁকা বাটেদি প্ৰাদেশিক আইন সভাৰ, সেই সম্প্ৰদায় ভুক্ত সভ্যৰ দ্বাৰাই নিৰ্ব্বাচিত হব। অন্য প্ৰায় সকলো গণতন্ত্ৰত উচ্চ পৰিষদত পৰোক্ষ আৰু নিম্ন পৰিষদত সাক্ষাৎ নিৰ্ব্বাচনৰ প্ৰথা আছে, কিন্তু ভাৰতত তাৰ ওলোটা হৈছে।

বাষ্ট্ৰপৰিষদৰ সভ্য নিৰ্ব্বাচন।

দেশীয় ৰাজ্যৰ প্ৰতিনিধি

যুক্তৰাষ্ট্ৰত যোগ দিয়া দেশীয় ৰাজ্যৰ ডাঙৰ বোৰে আয়তন আৰু লোকসংখ্যা হিছাপ একাধিক সভ্যও পঠাব পাৰিব কিন্তু সৰু সৰু ৰাজ্যৰ কেবাখনো গোটখাই একোটা সমষ্টি হৈ সভ্য একোজন পঠাব পাৰিব (১)। ডাঙৰ ৰাজ্যৰ প্ৰতিনিধিৰ কাৰ্য্যকাল ন বছৰ কিন্তু সৰু ৰাজ্য বিলাকৰ যুটীয়া ভাবে পঠোৱা প্ৰতিনিধিৰ কাৰ্য্যকাল ৩ বছৰ বা তাতকৈও কম হব পাৰে। নিজে নিজেই সভ্য পঠাব পৰা ৰাজ্য, যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত নহলে সেই ৰাজ্যই পঠাব পৰা সংখ্যাৰ সভ্য পদ খালি থাকিব কিন্তু যি বিলাক ৰাজ্যই যুটীয়া ভাবে সভ্য পঠাব লাগে সেই ৰাজ্য বিলাকৰ অন্ততঃ আধা যুক্তৰাষ্ট্ৰত নোসোমালে সভ্যপদবোৰ খালি থাকিব; কিন্তু যুক্তৰাষ্ট্ৰত নোসোমোৱাৰ ফলত দহভাগৰ এভাগ সভ্যপদ খালি থাকিলে যুক্তৰাষ্ট্ৰত সোমোৱা ৰাজ্যবিলাকে খালি সভ্যপদৰ আধা সংখ্যাৰ

(১) ৰাষ্ট্ৰীয় পৰিষদত: হায়দাবাবাদৰ সভ্য ৫; মহীশুৰ, কাশ্মীৰ, গোৱালীয়ৰ, বৰদা ৩ জনকৈ; উদয়পুৰ, ইন্দোৰ, ত্ৰিবাঙ্কুৰ, খালত আদিৰ আৰু পাটিয়ালাৰ ২ টা কৈ; কাশী আৰু কোচবিহাৰ আদি ১ কৈ; ত্ৰিপুৰা আৰু মণিপুৰ দুইখনে ১; সোণপুৰ আৰু ময়ুৰভঞ্জ দুয়ো ১; এইদৰেই সকলো।

সভ্য এবছৰৰ নিমিত্তে মনোনীত কৰিব পাৰিব। দেশীয় ৰাজ্যৰ প্ৰতিনিধি বৃটিছ প্ৰদেশৰ দৰে প্ৰজাৰ নিৰ্ব্বাচিত নহয় ৰজাৰ মনোনীত হে। ৰাষ্ট্ৰ পৰিষদৰ যি সকল সভ্য হব খোজে, তেওঁবিলাক সাধাৰণতেই সম্পত্তিশালী মানুহ হব লাগিব। সম্পত্তিশালী লোকেই হে ৰাষ্ট্ৰপৰিষদৰ সভ্য নিৰ্ব্বাচনত ভোট দিব পাৰে আৰু এনে ভোট দিব পৰা ক্ষমতা থাকিলেহে সভ্যপদৰ প্ৰাৰ্থী হব পাৰে। ৰাষ্ট্ৰপৰিষদৰ সভ্য হবলৈ হলে সভাৰ বয়স ৩০ বছৰৰ কম হব নোৱাৰিব— আৰু তেওঁবিলাক বৃটিছ প্ৰজা, যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত ৰাজ্যৰ ৰজা বা প্ৰজা হব লাগিব।

ৰাষ্ট্ৰপৰিষদৰ সভ্যৰ যোগ্যতা

**যুক্তৰাষ্ট্ৰীয় সম্মিলিত ব্যৱস্থা পৰিষদ**—যুক্তৰাষ্ট্ৰীয় সম্মিলিত পৰিষদত যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপকৰ নিম্ন সভা, ইংৰাজীত ইয়াক 'ফেডাৰেল এচেম্ব্লি' বোলে। এই সভাৰ মুঠ সভ্য সংখ্যা ৩৭৫ জন। তাৰ ভিতৰত বৃটিছ ভাৰতৰ প্ৰতিনিধি সভ্য ২৫০ জন আৰু ৰাজ্যসমূহৰ প্ৰতিনিধি ১২৫। এই সভাত অসমৰ মুঠ প্ৰতিনিধি ১০ জন: সাধাৰণ ৪ তাৰে অনুন্নত ১; মুছলমান ৩; জমিদাৰ ১; বনুৱা ১; মহিলা ১। বঙ্গদেশৰ মুঠ প্ৰতিনিধি ৩৭: সাধাৰণ ১০ তাৰে ৩ অনুন্নত; মুছলমান ১৭; এংলো ইণ্ডিয়ান ১; ইউৰোপীয়ান ১; ভাৰতীয় খৃষ্টান ১; বাণিজ্য শিল্প আদিৰ ৩; জমিদাৰ ১; বনুৱা ২; মহিলা ১। মাদ্ৰাজ, যুক্তপ্ৰদেশ মুঠ ৩৭ জনকৈ; বোম্বাই, পঞ্জাব, বিহাৰ ৩০ জনকৈ; মধ্যপ্ৰদেশ আৰু বেৰাৰ ১৫ জন; উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ, উৰিষ্যা, সিন্ধু ৫ জনকৈ; দিল্লী ২; আজমিৰ মাৰোৱাৰ, কুৰ্গ, বৃটিছ বেলুচিস্থান ১ জনকৈ; কোনো প্ৰদেশৰ নোহোৱা ৪ জন।

ফেডাৰেল এচেমব্লিৰ সভ্যসংখ্যা

সম্প্ৰদায় বা বিভিন্ন স্বাৰ্থ হিছাপে অনুন্নত ১৯টা সভ্য পদলৈ সাধাৰণ সভ্য পদ ১০৫; শিখ ৬; মুছলমান ৮২; এংলো ইণ্ডিয়ান ৪;

ইউৰোপীয়ান ৮ ; বাণিজ্য শিল্প আদিৰ ১১ ; জমিদাৰ ৭ ; বহুত্ৰা ১০ ; মহিলা ৯। দেশীয় ৰাজ্যৰ প্ৰতিনিধি ৰাজ্য ভাঙৰ সৰু হিচাপে কম বেছি থিৰ হৈছে ; যুক্তৰাষ্ট্ৰত সোমোৱা ৰাজ্যৰ ৰজাই, আইনত নিৰ্দ্দিষ্ট কৰি দিয়ামতে মনোনীত কৰি পঠাব। যুক্তৰাষ্ট্ৰত যি অনুপাতে ৰাজ্যবিলাকে যোগ নিদিয়ে সেই অনুপাতে ব্যৱস্থাপক সভাৰ সভ্যসংখ্যাও কম হব। ফেডাৰেল এচেম্‌ব্লিৰ সভ্য পৰোক্ষ ভাবেহে নিৰ্ব্বাচিত হব। প্ৰাদেশিক

নিৰ্ব্বাচন প্ৰথা আৰু সভাৰ যোগ্যতা

ব্যৱস্থাপক সভাত থকা বিভিন্ন সম্প্ৰদায় আৰু বিভিন্ন স্বাৰ্থৰ লোকে নিৰ্দ্দিষ্ট সংখ্যক সভ্য ফেডাৰেল এচেম্‌ব্লিলৈ বাছি দিব। যেনেকৈ পঞ্জাবৰ পৰা ফেডাৰেল এচেম্‌ব্লিলৈ পঠাব পৰা সভ্যৰ মুছলমান কেইজনক পঞ্জাব ব্যৱস্থাপকৰ মুছলমান সভ্য সকলে, শিখ কেইজনক শিখ সভ্য সকলে, সাধাৰণ আসন লৈ পঠোৱা কিজনক সাধাৰণ সভ্য সকলে নিৰ্ব্বাচিত কৰি পঠাব ; সেইদৰে সকলো প্ৰদেশৰ ব্যৱস্থাপক সভাই ফেডাৰেল এচেম্‌ব্লিৰ সভ্য নিৰ্ব্বাচন কৰি পঠাব। সদস্য সকলৰ ভোট দিবৰ যোগ্যতা থাকিব আৰু ২৫ বছৰ বয়সৰ কম হব নেলাগিব। এই পৰিষদৰ সভ্যসকল ৫ বছৰলৈ নিৰ্ব্বাচিত হব। যুক্ত ৰাষ্ট্ৰত প্ৰবেশ কৰা দেশীয় ৰজা, তেনে ৰাজ্যৰ প্ৰজা, আৰু বৃটিছ প্ৰজাহে ফেডাৰেল এচেম্‌ব্লিৰ সভ্য হব পাৰিব। এই সভা ৫ বছৰ থাকি নিজে নিজেই ভাগি যাব আৰু নতুন নিৰ্ব্বাচিত সভ্যৰে পুনৰ গঠিত হব। আৱশ্যক হলে বৰলাটে ৫ বছৰৰ আগতে সভা ভাঙি নতুন নিৰ্ব্বাচনৰ দ্বাৰা কোনো বিষয়ত দেশৰ মতামত লব পাৰে। যুক্তৰাষ্ট্ৰীয় পৰিষদৰ সভাপতিক ইংৰাজীত 'স্পিকাৰ' বোলে, এই সভাপতি আৰু

স্পিকাৰ'

সহকাৰী সভাপতিক যুক্তৰাষ্ট্ৰীয় সভায়েই নিয়োগ, বৰ্খাষ্ট আদি কৰিব পাৰিব আৰু তেওঁবিলাকৰ দৰ্মহা আদি থিৰ কৰিব।

**ব্যৱস্থাপক সভাৰ নিয়ম প্ৰণালী**—বৰলাটে সভা আহ্বান

কৰিব আৰু আৱশ্যক অনুসৰি নিয় পৰিষদ ভাঙিব পাৰিব। বঙ্গত অন্ততঃ এবাৰকৈ যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভাৰ দুয়োটা শাখা বহিব লাগিব। বৰলাটে দুয়োখন সভাৰ যুটীয়া অধিবেশনত বা দুয়োখন সভাৰ পৃথক অধিবেশনত, নিজ বিবেচনা মতে সুবিধা কৰি, বক্তৃতা দিব পাৰিব বা আৱশ্যক অনুসৰি তালৈ নিজৰ অভিমত আনি পঠাব পাৰিব। এড্‌ভোকেট জেনেৰেল, বৰলাটৰ উপদেষ্টা সকল আৰু মন্ত্ৰীসকলে যুটীয়া বা গুটীয়া সভাত বক্তৃতা দিব পাৰিব কিন্তু ব্যৱস্থাপকৰ সভ্য নোহোৱা কিঙ্করে ভোট দিব নোৱাৰে। দুই সভাৰ মত বিৰোধ হলে যুটীয়া অধিবেশনৰ ভোটৰ দ্বাৰা মীমাংসা হব। দুয়োফালৰ ভোট সমান হলে ৰাষ্ট্ৰপৰিষদৰ (উচ্চ-শাখা) সভাপতিয়ে উপকৰা ভোট দি সিদ্ধান্ত কৰিব। যুটীয়া অধিবেশনত ৰাষ্ট্ৰপৰিষদৰ সভাপতিয়েই সভাপতিত্ব কৰিব, পৰিষদৰ কোনো সভ্যপদ খালি থাকিলেও কাম চলিব পাৰিব, কিন্তু কোনো খন সভাৰে সভ্যৰ অন্ততঃ ছভাগৰ এভাগ উপস্থিত নাথাকিলে সভাৰ কাম হব নোৱাৰে। সভাৰ কাৰ্য্য হৈ যোৱাৰ পাচত সভাত সভ্য হিছাপে যোগ দিয়া কোনো লোক সভাৰ সভ্য নাছিল বুলি প্ৰমাণিত হলেও সভাৰ কাৰ্য্য বাতিল নহয়।

যুটীয়া অধিবেশন

মন্ত্ৰী পদৰ নিচিনা পদৰ বাহিৰে অন্য পদপী লৈ চৰ্কাৰৰ দৰ্মহা খোৱা লোক, আদালতে বলিয়া বুলি ঘোষণা কৰা লোক, দেৱলীয়া বা নিৰ্ব্বাচন বিষয়ৰ মকৰ্দ্দমাৰ ৰায় অনুসৰি দোষী থিৰ হলে নিৰ্দ্দিষ্ট সময়ৰ নিমিত্তে সভ্য হব নোৱাৰাকৈ থোৱা লোক, দ্বীপান্তৰ বা দুবছৰ পৰ্য্যন্ত ফাটেক হলে তাৰ পাচত পাঁচ বছৰ বা বৰলাটে নিৰ্দ্দিষ্ট সময় লৈকে সভ্য হব নোৱাৰাকৈ থোৱা লোক; কোনো আইন সভাৰ সভ্য প্ৰাৰ্থী হৈ বা নিৰ্ব্বাচনত প্ৰতিনিধি হৈ নিৰ্ব্বাচনৰ খৰচৰ হিছাপ দিব নোৱাৰিলে পাঁচ বছৰলৈকে বা গৱৰ্ণৰ জেনেৰেলে থিৰ কৰি দিয়া সময়লৈকে সভ্য হব

কি কাৰণে আইন সভাৰ সভ্য হব নোৱাৰে।

নোৱাৰালোক ; আৰু দ্বীপান্তৰ বা আন ফৌজদাৰি দোষৰ শাস্তি ভোগ কৰা কালত ; আইন সভাৰ সভ্য প্ৰাৰ্থী হব নোৱাৰে।

ৰাজানুগতাৰ শপত আৰু আন নিয়ম, সভ্য সকলৰ সুবিধা

সভ্য সকলে যাতে সম্ৰাট আৰু আইন অনুসৰি চলা শাসনৰ বিৰুদ্ধে যাব নোৱাৰে তাৰ কাৰণে সকলো সভ্যই ৰজাৰ অনুগত হৈ থাকিব বুলি শপত খাব লাগে। যুক্তৰাষ্ট্ৰৰ আইন সভা বহি যেতিয়া-লৈকে সভ্য সকলৰ সুখ সুবিধা আদিৰ বিষয়ে নিয়ম গঠন নকৰে, তেতিয়া-লৈকে আগৰ কেন্দ্ৰীয় আইন সভাৰ নিয়ম কাৰণেই চলিব। একেজন মানুহে দুয়োখন সভাৰ সভ্য হব নোৱাৰে, একে লেথাৰিয়ে কোনো সভ্য ৬০ দিন সভাত অনুপস্থিত থাকিলে সভাই তেওঁৰ সভ্যপদ বাতিল কৰিব পাৰে। আইন সভাত বা তাৰ কোনো কমিটিত বক্তৃতা বা ভোট দিয়াৰ কাৰণে সভ্য সকলক দোষী সব্যস্ত কৰিব নোৱাৰে। কোনো পৰিষদৰ সভ্য নোহোৱাকৈ তাৰ কাৰ্য্যত যোগ দিলে প্ৰতিদিনে পাঁচশ টকাকৈ জৰিমনা হব। ব্যৱস্থাপক সভাই কৰা কমিটিত সাখী দিবলৈ অস্বীকাৰ কৰিলে সভাই দণ্ড দিব পাৰে। সভ্য সকলৰ দৰ্ম্মহা, ভাতা আদি সভাই থিৰ কৰি লব।

**যুক্ত ৰাষ্ট্ৰীয় ব্যৱস্থাপকৰ ক্ষমতা**—আইন কৰিব লগীয়া আৰু আন শাসন সম্বন্ধীয় বিষয় বিলাক তিনি ভাগত ভগোৱা হৈছে। গোটেই বৃটিছ ভাৰত আৰু যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত ৰাজ্যবিলাকত যি বিলাক বিষয় একে হৈয়ে চলিব তেনে কিছুমান বিষয় যুক্তৰাষ্ট্ৰৰ চৰ্কাৰৰ কৰ্তৃত্বত থাকিব আৰু যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভাই তাৰ বিষয় আইন প্ৰণয়ন কৰিব পাৰিব আৰু অন্যান্য প্ৰস্তাৱ আদি গ্ৰহণ কৰিব পাৰিব। অকল প্ৰদেশ সম্বন্ধীয় বিষয় বিলাক প্ৰদেশৰ কৰ্তৃত্বত থাকিব। কোনো কোনো বিষয় আছে যিবিলাকৰ লগত যুক্ত ৰাষ্ট্ৰীয় চৰ্কাৰ আৰু প্ৰাদেশিক চৰ্কাৰ দুয়ো জড়িত। এই বিষয় বিলাক শাসন আইনে, যতদূৰ সম্ভৱ

যুক্ত ৰাষ্ট্ৰীয় প্ৰাদেশিক আৰু যুটীয়া বিষয়

নির্দ্দিষ্ট কৰি তিনি ভাগত ভগাই তালিকা কৰি দিছে (১)। যুক্তৰাষ্ট্ৰীয় চৰ্কাৰ আৰু প্ৰাদেশিক চৰ্কাৰ দুয়ো জড়িত বিষয় বিলাক যুটীয়া বিষয় বুলি ধৰা হৈছে। এই নিৰ্দ্ধাৰিত বিষয় বিলাকৰ বাহিৰেও যদি কিবা বিষয় কাৰ্য্যক্ষেত্ৰত ওলায় পৰে তেন্তে সেই বিষয়ে আইন কৰিবৰ, টেক্স্ আদি ধাৰ্য্য কৰিবৰ ক্ষমতা প্ৰদেশৰ নে যুক্তৰাষ্ট্ৰৰ তাক বৰলাটে নিজ বিবেচনা মতে থিৰ কৰিব বুলি আইনত কোৱা আছে। এনে থিৰ নোহোৱা বিষয় বৰলাটৰ বিবেচনাতে থোৱা কাৰণেই ইয়াক একৰকম যুক্ত ৰাষ্ট্ৰীয় বিষয় বুলি কব পাৰি। প্ৰদেশ আৰু যুক্ত ৰাষ্ট্ৰ দুয়ো ঠাইতে থটা বিষয় বিলাকতো অধিকাৰ যুক্তৰাষ্ট্ৰৰে বেছি আছে। 'কাৰণ, এনে বিষয়ত কৰা প্ৰাদেশিক আইন যুক্তৰাষ্ট্ৰৰ আইনৰ বিৰুদ্ধে গলে কাৰ্য্যকৰী নহব। সাধাৰণতে যুক্তৰাষ্ট্ৰীয় আইনৰ বিৰোধী হলে, প্ৰাদেশিক আইন বা যুক্তৰাষ্ট্ৰত সোমোৱা দেশীয় ৰাজ্যৰ আইন এনেয়ে বাতিল হব। কিন্তু কোনো প্ৰাদেশিক আইন গৱৰ্ণৰ জেনেৰেল বা সম্ৰাটৰ সন্মতি পোৱাৰ পাচত তাৰ বিৰুদ্ধে যুক্তৰাষ্ট্ৰীয় আইন কাৰ্য্যকৰী নহয়। চিফ্ কমিচনাৰৰ শাসিত প্ৰদেশ বিলাকৰ সকলো বিষয়ৰ আইন যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভাই কৰিব পাৰিব। দেশীয়

**চিফ কমিচনাৰৰ প্ৰদেশ গৱৰ্ণৰৰ প্ৰদেশ আৰু দেশীয় ৰাজ্য সম্পৰ্কীয় আইন প্ৰণয়ন**

ৰাজ্যবিলাকে চুক্তি অনুসৰি যি বিষয় যুক্তৰাষ্ট্ৰৰ হাতত দিছে সেই বিষয়েহে যুক্তৰাষ্ট্ৰীয় আইন সভাই আইন আদি কৰিব পাৰিব। তালিকা মতে গৱৰ্ণৰৰ প্ৰদেশৰ কৰ্ত্তৃত্বত থকা বিষয় বিলাকৰ আইন যুক্তৰাষ্ট্ৰই কৰিব নোৱাৰে (২)। কিন্তু ভিতৰুৱা বা বাহিৰা অশান্তিৰ কাৰণে (৩) 'জৰুৰি অৱস্থা' বুলি বৰলাটে ঘোষণা কৰিলে

---

(১) এই তালিকা ৪র্থ অধ্যায়ত দিয়া হৈছে।

(২) এই তালিকাত ৫৪টা প্ৰাদেশিক বিষয় দিয়া আছে।

(৩) Emergency (এমাৰজেন্সি)

নির্দিষ্ট প্ৰাদেশিক বিষয় বিলাকৰ আইন আদিও যুক্তৰাষ্ট্ৰীয় আইন সভাই কৰিব পাৰিব, কিন্তু তেনে কৰিবলৈ বৰলাটৰ অনুমতি আগতে লব লাগিব। 'জৰুৰি অৱস্থা' ঘোষণা কৰিলে বৰলাটে ভাৰত সচিবক জনাব লাগে ; তেওঁ সেই বিষয়ে পাৰ্লিয়ামেণ্টক জনাব। ছমাহৰ ভিতৰত পাৰ্লিয়ামেণ্টে সমৰ্থন কৰিলে 'জৰুৰি অৱস্থা' অনির্দিষ্ট কাললৈ থাকিব নহলে বৰলাটৰ ঘোষণা অনুসৰি ছমাহতকৈ বেছি দিন থাকিব নোৱাৰিব। জৰুৰি অৱস্থাত যুক্তৰাষ্ট্ৰই কৰা আইন, জৰুৰি অৱস্থা গুচাৰ পাচত, ছমাহতকৈ বেছি দিন থাকিব নোৱাৰিব।

প্ৰদেশ সম্পৰ্কে জৰুৰি অৱস্থা

'জৰুৰি অৱস্থাৰ সময়ত প্ৰাদেশিক আইন সভাৰ ক্ষমতা থাকিব কিন্তু সেই ক্ষমতা যুক্তৰাষ্ট্ৰৰ আইন সভাই কৰা আইনৰ বিৰুদ্ধে গলে বাতিল হব। কেবাখনো প্ৰদেশ গোটখাই কিবা বিষয়ত আইন কৰিবৰ নিমিত্তে যুক্তৰাষ্ট্ৰৰ আইন সভাক ক্ষমতা দিলে, তেনে আইন কৰি দিব পাৰিব কিন্তু নিজ নিজ প্ৰদেশত প্ৰাদেশিক আইন সভাই, তেনেকুৱা আইন সাল সলনি কৰি লব পাৰিব বা উঠায়ো লব পাৰিব। ভাৰতৰ বাহিৰা ৰাজ্যৰ সম্পৰ্কত যুক্তৰাষ্ট্ৰৰ ক্ষমতাই স্বীকৃত হলেও, বিদেশৰ সৈতে, প্ৰদেশ বা যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত ৰাজ্য সম্বন্ধীয় কোনো চুক্তি বা সন্ধি পালনৰ আইন কৰিব খুজিলে প্ৰাদেশিক গৱৰ্ণৰ বা দেশীয় ৰাজ্যৰ ৰজাৰ অনুমতি নেপালে যুক্তৰাষ্ট্ৰই তেনে আইন কৰিব নোৱাৰে। তেনে সন্ধি বা চুক্তিৰ নির্দ্ধাৰিত সময়ৰ অন্তত প্ৰাদেশিক আইন সভা বা ৰাজ্যৰ কৰ্তৃপক্ষয় সেই বিষয়ৰ আইন উঠাই লব পাৰিব। যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত ৰাজ্য আৰু বৃটিছ ভাৰত সম্বন্ধে আইন কৰাৰ

---

প্ৰাদেশিক, যুক্তৰাষ্ট্ৰীয় আৰু যুটীয়া বিষয়ৰ তালিকাক ইংৰাজীত ক্ৰমে (Provincial list) প্ৰভিন্সিয়েল লিষ্ট, (Federal list) 'ফেডাৰল লিষ্ট' আৰু (concurrent list) 'কনৰেণ্ট লিষ্ট' বোলে।

উপৰিও তাৰ বাহিৰত থকা ঠাইবো কোনো কোনো বিষয় আইন কৰা ক্ষমতা যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভাৰ থাকিব। সেই বিলাক হৈছে :— যুক্তৰাষ্ট্ৰৰ বাহিৰে থকা দেশীয় ৰাজ্য, ফৰাচী ভাৰত আৰু পৰ্তুগীজ ভাৰতত থকা বৃটিছ প্ৰজা বা বিষয়া সম্বন্ধে; ভাৰতত বসতি কৰি থকা বৃটিছ প্ৰজা সম্বন্ধে; বৃটিছ ভাৰত বা যুক্তৰাষ্ট্ৰৰ ভিতৰত থকা কোনো দেশীয় ৰাজ্যত ৰেজেষ্টৰি কৰা জাহাজ, ব্যোমযান বা তাত উঠা মানুহৰ সম্বন্ধে; যুক্তৰাষ্ট্ৰত প্ৰৱেশ কৰিবলৈ কৰা চুক্তিপত্ৰ অনুসৰি যুক্তৰাষ্ট্ৰক গটোৱা বিষয় বিলাকৰ সম্পৰ্কত যতে ততে থকা দেশীয় ৰাজ্যৰ প্ৰজা সম্বন্ধে; আৰু বৃটিছ ভাৰতত গঠন কৰা জল, স্থল আৰু বিমান শক্তি সম্পৰ্কীয় সকলো ঠাইতে থকা সকলো মানুহ সম্বন্ধে।

যুক্তৰাষ্ট্ৰৰ বাহিৰত, যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপকৰ ক্ষমতা

কিছুমান বিষয়ৰ আলোচনা বা বিল গৱৰ্ণৰ জেনেৰেলৰ অনুমতি নহলে যুক্তৰাষ্ট্ৰীয় আইন সভাত দাঙি ধৰিব নোৱাৰিব। সেই বিষয় বিলাক হৈছে; বৃটিছ ভাৰতত খটা পাৰ্লিয়ামেণ্টৰ কোনো আইনৰ বিৰোধী, সংশোধনী বা প্ৰত্যাহাৰকাৰী আইন; গৱৰ্ণৰ জেনেৰেল বা গৱৰ্ণৰৰ কোনো আইন বা 'অৰ্ডিনেন্সৰ' বিৰোধী, সংশোধনকাৰী বা প্ৰত্যাহাৰকাৰী আইন; যি বিষয়ত গৱৰ্ণৰ জেনেৰেলে নিজ বিবেচনামতে কাম কৰিব পাৰে তাৰ বিৰুদ্ধে যোৱা আইন; পুলিচৰ কামৰ সাধাৰণ আলোচনাৰ বাহিৰে পুলিচ সম্বন্ধীয় কোনো আইনৰ বিৰোধী, সংশোধনকাৰী বা প্ৰত্যাহাৰকাৰী আইন; ইউৰোপীয় বৃটিছ প্ৰজা সম্পৰ্কীয় নিৰ্দ্ধাৰিত কৰি থোৱা ফৌজদাৰি বিচাৰ বিধি সম্বন্ধীয় কোনো আইন; বৃটিছ ভাৰতীয় লোক বা ব্যৱসায়ী কোম্পানীৰ দেয় টেক্স আদিতকৈ আনৰ বেছি টেক্স আদি নিৰ্দ্ধাৰণ কৰিবলৈ কৰা আইন; ইংলণ্ডত আয়কৰ দি থাকিলে ভাৰতীয় যুক্তৰাষ্ট্ৰত আয়কৰ নিদিয়াৰ বিৰুদ্ধে কোনো আইন।

গৱৰ্ণৰ জেনেৰেলৰ বিনা অনুমতিত দাঙি ধৰিব নোৱাৰা বিষয়

যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপকৰ দুইখন সভাই আইন অনুসৰি সভাৰ কাৰ্য্য চলোৱা নিয়ম প্ৰণালী কৰি লব। কিন্তু গৱৰ্ণৰ জেনেৰেলে নিজৰ দায়িত্ব থকা বিষয়ৰ কাম সুপ্ৰতুল ভাবে চলাবৰ নিমিত্তে আইন সভাৰ বিশেষ ব্যৱস্থা কৰিব পাৰিব। সেইদেখি নিজ বিবেচনাধীন কাম পৰিচালনা কৰিবৰ নিমিত্তে; বেগেতে আৰ্থিক ব্যৱস্থা কৰিবৰ কাৰণে; যুক্তৰাষ্ট্ৰক দেশীয় ৰাজ্যই হাত এৰি নিদিয়া বিষয়ৰ আলোচনা বন্ধ কৰিবৰ নিমিত্তে; সম্ৰাট, গৱৰ্ণৰ জেনেৰেল, বিদেশী ৰাজ্য বা ৰজা সম্বন্ধীয় কাৰ্য্য, আদিম জাতি বসতি কৰা ঠাই আৰু শাসন বহিভূ'ত অঞ্চলৰ আলোচনা আদি, প্ৰদেশৰ বিষয়ে গৱৰ্ণৰৰ নিজৰ বিচাৰাধীন বিষয়ৰ আলোচনা আদি, দেশীয় ৰাজ্যৰ ৰজাৰ ব্যক্তিগত আচৰণ সম্বন্ধে আলোচনা আদি বন্ধ কৰিবৰ নিমিত্তে আইন সভাৰ কাম কৰাৰ নিয়মাদি ব্যৱস্থাপকৰ দুই শাখাৰ সভাপতি দুজনৰ সৈতে বৰলাটে পৰামৰ্শ কৰি থিৰ কৰিব। বৰলাট এই সভাপতি দুজনৰ লগত পৰামৰ্শ কৰি ব্যৱস্থাপকৰ দুই শাখাৰ যুটীয়া অধিবেশন পতাৰ বিষয় নিয়ম আদিও কৰিব পাৰিব। এনেকুৱা যুটীয়া অধিবেশনত উচ্চশাখা বা ৰাষ্ট্ৰীয় পৰিষদৰ সভাপতিয়েই সভাপতি হব। যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভাত ইংৰাজী ভাষাই ব্যৱহৃত হব কিন্তু ইংৰাজী নজনা মানুহে আন ভাষাতো বক্তৃতা আদি দিব পাৰিব।

গৱৰ্ণৰ জেনেৰেলৰ কাৰ্য্য প্ৰণালী আদি

যুক্তৰাষ্ট্ৰৰ আইন সভাই যুক্তৰাষ্ট্ৰীয় আদালত, দেশীয় ৰাজ্যৰ হাইকোৰ্ট বা প্ৰাদেশিক হাইকোৰ্টৰ বিচাৰকৰ কাৰ্য্য সম্বন্ধে আলোচনা আদি কৰিব নোৱাৰিব। কোনো বিলৰ আলোচনাৰ দ্বাৰা দেশৰ শান্তি ভঙ্গ হোৱা যেন দেখিলে বৰলাটে তেনে বিলৰ আলোচনা বন্ধ কৰিব পাৰিব। আইন সভাৰ কাৰ্য্য পদ্ধতি নিৰ্দ্ধাৰক সকলৰ কাৰ্য্যৰ বিষয় আদালতত কোনো বিচাৰ আদি হব নোৱাৰে। নিয়মৰ বিৰুদ্ধে কৰা কোনো কাৰ্য্যৰ দ্বাৰা ব্যৱস্থাপক সভাৰ কৰি যোৱা কাম বাতিল হব নোৱাৰে।

যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভাৰ আইন প্ৰণয়ন—অৰ্থ বিষয়ৰ আইনৰ বাহিৰে সকলো আইন প্ৰস্তাৱ আদি ব্যৱস্থাপক সভাৰ যেই সেই শাখাতে দাখিল কৰিব পাৰে। কিন্তু প্ৰত্যেক বিল দুইখন সভাতে গৃহীত নহলে আইন সভাৰ দ্বাৰা গৃহীত আইন বুলি ধৰিব নোৱাৰে।

আইন প্ৰণয়ন আৰু যুটীয়া অধিবেশন

কোনো কোনো বিল এখন সভাত পাছ হৈ আন খন সভালৈ যায়। দুই খন সভাৰ মত নিমিলিলে বৰলাটে দুয়োখন সভা গোটাই তাৰ ভোটৰ অনুসৰি মীমাংসা কৰে। কোনো অৰ্থ সম্বন্ধীয় বিল নাইবা বৰলাটৰ নিজ দায়িত্বত থকা বিষয়ৰ বিল বেগেতে পাচ কৰিবলৈ হলে দুয়োখন সভাৰ যুটীয়া অধিবেশনত পাতিব পাৰে। দুয়োখন সভাত পাছ হৈ যোৱাৰ পাচত গৱৰ্ণৰ জেনেৰেলে বিলত সম্ৰাটৰ নামত সম্মতি দিব; সম্মতি নিদিব; সম্ৰাটৰ অনুমোদনৰ নিমিত্তে থৈ দিব বা নতুনকৈ বিবেচনা কৰি চাবৰ নিমিত্তে ব্যৱস্থাপক সভালৈ ঘূৰাই দিব। ৰজাৰ উপদেশ পত্ৰ মতে বৃটিছ ভাৰত সম্বন্ধে পাৰ্লিয়ামেন্টৰ কোনো আইন বিৰোধী বিল, প্ৰাদেশিক হাইকোৰ্টৰ কোনো নিৰ্দ্ধাৰিত ক্ষমতাৰ বিৰোধী কোনো বিল, চিৰস্থায়ী বন্দবস্ত বিৰোধী কোনো বিল আৰু গ্ৰেটব্ৰিটেনৰ কোনো অধিবাসীৰ পক্ষে ভাৰতত বসতি কৰা বা ব্যৱসায় আদি কৰাৰ পৃথক ব্যৱহাৰ কৰা কোনো বিল আইন সভাত পাছ হলে বৰলাটে সম্ৰাটৰ সম্মতিৰ নিমিত্তে থৈ দিব লাগিব। গৱৰ্ণৰ জেনেৰেলে সম্মতি দিয়া বিলো সম্ৰাটে ১২ মাহৰ ভিতৰত বাতিল কৰিব পাৰে। সাধাৰণতে প্ৰজাৰ মত অনুসৰি

অৰ্থ সংক্ৰান্ত আইন 'বজেট'

যি শাসন চলে তেনে শাসনত, চৰ্কাৰৰ গুৰি ধৰোতা কাৰ্য্য নিৰ্ব্বাহক বিভাগে আগত বছৰৰ আয় ব্যয় আদিৰ তালিকা এখন ব্যৱস্থাপক সভাৰ আগত দাখিল ধৰে। এই আয় ব্যয়ৰ তালিকা খনকে ইংৰাজীত 'বজেট' বোলে। আইন সভাই 'বজেট' খন আলোচনা কৰি বিষয় অনুসৰি আয় ব্যয় কম বেছি কৰিব

পাৰে বা কোনো বিষয়ত খৰচ মঞ্জুৰ নকৰিব পাৰে বা কোনো বিষয়ত খৰচ মঞ্জুৰ কৰিব পাৰে। এনে 'বজেটত' এপ্ৰিল মাহৰ পৰা মাৰ্চ মাহ পৰ্য্যন্ত এবছৰৰ আয় ব্যয় নিৰ্দ্ধাৰিত কৰা হয়। বৰলাটে মন্ত্ৰী সকলৰ দ্বাৰা এনে 'বজেট' কৰাই আইন সভাৰ আগত দাঙ্গি ধৰিবলৈ দিয়ে। অৰ্থ সচিবেই এই 'বজেট' খন অন্য মন্ত্ৰীসকলৰ সৈতে আলোচনা কৰি প্ৰস্তুত কৰে আৰু আইন সভাৰ আগত দাঙ্গি ধৰে। যুক্তৰাষ্ট্ৰই দিবই লাগিব বুলি থিৰ কৰি থোৱা বিষয় বিলাকৰ 'বজেট' বেলেগে কৰিবৰ নিমিত্তে নিৰ্দ্দেশ দিয়া আছে। গৱৰ্ণৰ জেনেৰেল, মন্ত্ৰী, উপদেষ্টা, এড্‌ভোকেট জেনেৰেল, চিফ্ কমিচনাৰ, ফেডাৰেল আদালতৰ বিচাৰক, হাইকোৰ্টৰ বিচাৰক আদিৰ দৰ্মহা, পেঞ্চন, ভাতা আদি; চৰ্কাৰী ধাৰ সম্বন্ধে লগা টকা; আদালতে যুক্ত ৰাষ্ট্ৰীয় গৱৰ্ণমেণ্টৰ বিৰুদ্ধে দিক্ৰি দিলে তাক দিবৰ কাৰণে লগা টকা; যুক্তৰাষ্ট্ৰৰ ৰাজস্বৰ পৰা দিব লগীয়া বুলি আইনত নিৰ্দ্দেশ থোৱা অন্যান্য খৰচ; প্ৰদেশ বিলাকক শাসন বহিৰ্ভূত অঞ্চল শাসনৰ নিমিত্তে দিয়া সহায়; সম্ৰাটে দেশীয় ৰাজ্য বিলাকৰ হৈ কৰ্ত্তব্য সম্পাদনৰ নিমিত্তে কৰিব লগীয়া খৰচ; গৱৰ্ণৰ জেনেৰেলৰ বৈদেশিক কাৰ্য্য সম্বন্ধীয়; নিজৰ বিবেচনামতে শাসন কৰিব লগীয়া ঠাইৰ শাসন সম্বন্ধীয় আৰু ধৰ্ম্ম যাজক সম্বন্ধীয় খৰচ আদিয়েই আইনমতে যুক্তৰাষ্ট্ৰই দিবলৈ এক ৰকম বাধ্য থকা খৰচ। ধৰ্ম্মযাজক সম্বন্ধীয় খৰচ বছৰত ৪২ লাখৰ বেছি হব নোৱাৰে বুলি নিৰ্দ্দেশ দিয়া আছে। বৰলাটৰ বিশেষ দায়িত্ব পালনৰ নিমিত্তে যি টকাৰ আৱশ্যক তাকো 'বজেটত' বেলেগে দেখুৱা হব। ওপৰত দিয়া খৰচ বিলাকৰ বিষয়ত ব্যৱস্থাপক সভাই ভোট দিব নোৱাৰিব কিন্তু গৱৰ্ণৰ জেনেৰেলৰ দৰ্মহা আদি আৰু দেশীয় ৰাজ্য সম্বন্ধে কৰ্ত্তব্য পালন কৰিবলৈ লগা টকাৰ বাহিৰে আন বিষয়ে ব্যৱস্থাপক সভাই আলোচনা কৰিব পাৰিব। ভাৰতীয় যুক্তৰাষ্ট্ৰৰ কাৰ্য্যনিৰ্ব্বাহক বিভাগৰ গুৰিয়াল হিচাপে সকলো বিষয়ৰে টকা মঞ্জুৰ কৰিবৰ নিমিত্তে 'বজেট' প্ৰথমতে নিম্ন পৰিষদত আৰু পাচত ওপৰ

পৰিষদত দাঙি ধৰাব। নিম্ন পৰিষদে কোনো টকা মঞ্জুৰ নকৰিলে, বৰলাটৰ অনুমতি নোহোৱাকৈ সেই বিষয়ে ওপৰ পৰিষদত দাঙি ধৰিব নোৱাৰিব। টকা মঞ্জুৰীৰ বিষয় দুই পৰিষদৰ মত নিমিলিলে বৰলাটে যুটীয়া অধিবেশন পাতি শেষ মীমাংসা কৰাব। আন গণতন্ত্ৰত নিম্ন পৰিষদেই আৰ্থিক বিষয়ত প্ৰায় ওপৰ হাত পায়; ভাৰত যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপকত তেনে নিয়ম নাই কিন্তু দুই সভাৰ যুটীয়া অধিবেশনে শেষ মীমাংসা কৰিবলৈ পোৱাৰ কাৰণে ইয়াতো নিম্ন পৰিষদৰ বিশেষ হাত আছে বুলি কব পাৰি; কাৰণ নিম্ন পৰিষদৰ সভ্য উচ্চ পৰিষদৰ সভ্যতকৈ বেছি। তথাপি আন বিষয়ৰ দৰে অৰ্থ-বিষয়তো বৰলাটৰ অনেক ক্ষমতা আছে, আইন সভাৰ বিষয় সম্বন্ধে তেওঁ আইন সভাৰ মতে চলিলেও সামৰিক, বৈদেশিক, আদি নিজ দায়িত্বৰ বিষয় বিলাকৰ খৰচ বিষয়ে তেওঁ প্ৰয়োজন অনুসৰি আইন সভাৰ মতৰ বিৰুদ্ধেও খৰচ কৰিব পাৰে। যুক্তৰাষ্ট্ৰই খৰচ কৰিব লগীয়া অনেক বিষয়ত আইন কৰিব লাগিলে প্ৰথমে বৰলাটৰ মত লৈহে তেনে বিল সভাত দাঙি ধৰিব পাৰিব (১)। আন সকলো বিষয়ৰ বিলো দুই সভাত পাছ হলেও বৰলাটৰ বিনা সন্মতিত কাৰ্য্যকৰী হব নোৱাৰে। এই বিলাক কাৰণত আইন সভাই যুক্তৰাষ্ট্ৰক বেছি খৰচী কৰিব নোৱাৰিব আৰু যুক্তৰাষ্ট্ৰৰ হৈ আৰ্থিক দায়িত্ব গ্ৰহণ কৰিব বা তেনে চুক্তি কৰিব নোৱাৰিব।

গৱৰ্ণৰ জেনেৰেলৰ আইন।

'অৰ্ডিনেন্স'।—অৰ্ডিনেন্স বা গৱৰ্ণৰ জেনেৰেলৰ আইন জৰুৰি কাৰণত বৰলাটে ব্যৱস্থাপক সভাৰ মত নোলোৱাকৈ কৰা আইন সভাৰ আইনৰ দৰেই এনে আইন কাৰ্য্যকৰী হব। আইন সভা নবহা সময়ত অলপ কালৰ নিমিত্তে

(১) নতুনকৈ টেক্স নিৰ্দ্ধাৰিত কৰা, বঢ়োৱা, মাৰ লোৱা, আদিম হোৱা, যুক্তৰাষ্ট্ৰই শাসন আইন মতে গ্ৰহণ কৰা আৰ্থিক দায়িত্ব সম্বন্ধীয় আইন আৰু যুক্তৰাষ্ট্ৰই দিবই লগীয়া বুলি নিৰ্দ্ধাৰিত হোৱা খৰচ বিষয়ক আইন আদিৰ সংশোধন।

এই আইন চলোৱা ক্ষমতা বৰলাটৰ আছে, আইন সভাই আইন কৰিবলৈ হলে যি বিষয়ত প্ৰথমতে বৰলাটৰ অনুমতি লাগে তেনে বিষয়ত 'অৰ্ডিনেন্স' কৰিবলৈ হলে বৰলাটৰ নিজ বিবেচনা মতে কাৰ্য্য কৰি সম্ৰাটৰ অনুমতি লব লাগে। পাচৰ আইন সভা বহালৈকে এনে আইন চলিব, সভা বহিলে সভাই এনে আইন উঠাব বা ৰাখিব পাৰে। যুক্তৰাষ্ট্ৰৰ আইন সভাৰ ক্ষমতাৰ বাহিৰে থকা বিষয়ত এনে আইন হব নোৱাৰে, গৱৰ্ণৰ জেনেৰেলৰ গাত থকা শাসনৰ দায়িত্বৰ নিমিত্তেও তেওঁ 'অৰ্ডিনেন্স' কৰিব পাৰে। এনে অৰ্ডিনেন্স ছমাহতকৈ বেছি দিন ৰাখিব খুজিলে, অন্ততঃ আৰু ছমাহ ৰাখিবৰ নিমিত্তে পাৰ্লিয়ামেণ্টৰ মত লব লাগিব, এনে আইনো যুক্তৰাষ্ট্ৰৰ ক্ষমতাৰ বাহিৰৰ বিষয়ত হব নোৱাৰে কেতিয়াবা মন্ত্ৰী সকলৰ সৈতে আলোচনা কৰি লৈ নিজ বিচাৰ বিবেচনাৰ দ্বাৰা তেওঁবিলাকৰ মত অগ্ৰাহ্য কৰি দুইখন পৰিষদকে জনাই বৰলাটে নিজেই আৱশ্যক অনুসৰি আইন কাৰ্য্যকৰী কৰিব পাৰে। এনে আইনেই 'গৱৰ্ণৰ জেনেৰেলৰ' আইন, এনেকৈ কৰা আইনত ভাৰত সচিবে পাৰ্লিয়ামেণ্টৰ মত লব লাগিব। গৱৰ্ণৰ জেনেৰেলৰ আইনো যুক্তৰাষ্ট্ৰীয় আইন সভাৰ অধিকাৰৰ বাহিৰত থকা বিষয়ত হব নোৱাৰিব। এইবিধ আইনৰ কাৰ্য্যকৰী ক্ষমতা আইনসভাই কৰা আইনৰ নিচিনাই।

**দুই পৰিষদৰ ভিতৰত সম্বন্ধ**—ওপৰৰ আলোচনাত এই বিষয়ে কোৱাই হৈছে। তাকে ইয়াত একে ঠাই কৰি দিয়া হল।

দেখাত আৰু কোৱাত দুয়োখন সভা উচ্চ, নিম্ন হলেও কোনো কাৰো তলতীয়া নহয়, কোনো কাম কৰাত কোনেও কাকো বাধ্য কৰিব নোৱাৰিব, এখনে কিবা অন্যায় কৰিলে আনখনে দেখুৱাই দিয়াত বাজে বাধ্যতামূলক একো কৰিব নোৱাৰে। দুয়োখন সভাই গ্ৰহণ কৰিলেহে আইন সভাই বিল পাছ কৰিলে বুলি ধৰা হয়। এটা বিষয়ত দুইখন সভাৰ বেলেগ মত হলে বৰলাটে দুইখন সভাৰ যুটীয়া অধিৱেশন বহুৱাই শেষ মীমাংসা ভোটৰ দ্বাৰা থিৰ কৰে। এনে যুটীয়া সভাত ওপৰ পৰিষদৰ সভাপতিয়েই সভাপতি

হয়। দুইফালে সমান ভোট হলে সভাপতিৰ উপকৰা ভোট তেওঁ দিব পাৰে।

উপৰ সভাৰ সাৰ্বভৌমত্ব। লেখাত নহলেও কাৰ্য্যতঃ ইখন সভাৰ ওপৰত সিখন সভাৰ অনেক ক্ষমতা আৰু প্ৰভাৱ আছে। পৰস্পৰৰ ভুল সংশোধন কৰিবৰ কাৰণেই ব্যৱস্থাপকৰ দুই শাখাৰ আৱশ্যক। দুইখন সভাৰ সম্মতিৰ আৱশ্যক কাৰণে অন্যায় বা জেদ ভাৱত কোনো আইন পাছ হব নোৱাৰে। অন্যায় ভাৱে কোনো কাৰ্য্য কৰিলে ইখন সভাই গ্ৰহণ নকৰিব বুলি ভাবিয়েই এখন সভাই অনেক ভাবিচিন্তি পাছ কৰে। দুখন সভাৰ নিমিত্তেই দায়িত্বশীল কাম উত্তেজনা বশতঃ হৈ উঠিব নোৱাৰে। (১)

**জৰুৰি অৱস্থাৰ ঘোষণা** (২)—কোনো কাৰণত শাসন আইন মতে কাৰ্য্য চলোৱা সম্ভৱপৰ নহয় যেন বুজিলে ৰাষ্ট্ৰপতিয়ে নিজ বিবেচনাৰে কৰ্ত্তব্য পালন কৰিবৰ নিমিত্তে ঘোষণাৰ দ্বাৰা যুক্তৰাষ্ট্ৰৰ কোনো বিষয় নিজে চলাবলৈ লব পাৰে। যুক্তৰাষ্ট্ৰৰ যি বিভাগৰ কাম এই দৰে লব লগীয়া হয় সেই বিভাগৰ ক্ষমতা স্থগিত থাকে কিন্তু সেই সম্পৰ্কে যুক্তৰাষ্ট্ৰীয় আদালতৰ ক্ষমতা উঠি নাযায়, এনে বিধান ভাৰত সচিবক জনাব লাগিব। ভাৰত সচিবে পাৰ্লিয়ামেণ্টক জনাব, পাৰ্লিয়ামেণ্টে গ্ৰহণ কৰিলে এই বিধান এবছৰলৈ থাকিব নহলে ছমাহতকৈ বেছি থাকিব নোৱাৰে। একেবাহে তিনি বছৰ ঘোষণাৰ অনুসৰি শাসন চলিলে, তাৰ পাচত পাৰ্লিয়ামেণ্টে অন্যবিধান নকৰিলে এই আইনৰ মতেই শাসন চলিব, শাসনতন্ত্ৰ মতে

(১) কেৱল বৰ্মা জমিদাৰ ধনী ব্যৱসায়ী আদিৰ দ্বাৰাই ওপৰৰ পৰিষদ গঠিত। সম্পত্তিৰ অনুপাতে সাধাৰণ লোকতকৈ তেওঁবিলাকৰ দায়িত্ব বেছি, সেই কাৰণে উত্তেজনাবশতঃ নিম্ন সভাই কিবা এটা কৰিলেও এওঁবিলাকে কৰিব নোৱাৰে। উচ্চ পৰিষদে নিজ স্বাৰ্থৰ কাৰণে সাধাৰণৰ স্বাৰ্থনষ্ট কৰে বুলিও কোনোৱে কয়।

(২) Proclamation of Emergency.

শাসন এইদৰে ভাগি গলেও দেশীয় ৰাজ্যৰ ওপৰত পাৰ্লিয়ামেণ্টৰ হাত থাকিব কাৰণ এবাৰ যুক্তৰাষ্ট্ৰত সোমালে আকৌ পাৰ্লিয়ামেণ্টৰ বাহিৰলৈ যাব পৰা নিয়ম নাই। এনে ঘোষণাৰ তলত চলা দিনৰ ভিতৰত ৰৰলাটে কোনো আইন কৰিলে চুবছৰলৈ কাৰ্য্যকৰী হৈ থাকিব।

**যুক্তৰাষ্ট্ৰৰ আদালত আৰু বেঙ্ক**—যুক্তৰাষ্ট্ৰ আৰু ইয়াৰ অন্তৰ্গত সমষ্টিৰ ভিতৰত, যুক্তৰাষ্ট্ৰত ভাগ কৰি দিয়া বিষয় ক্ষমতা আদিৰ বিষয়ে মতবিৰোধ হলে যুক্তৰাষ্ট্ৰীয় আদালতে বিচাৰ কৰি থিৰ কৰে। ভাৰতৰ এনে আদালতৰ ঠাই দিল্লীত হৈছে, প্ৰধান বিচাৰপতিৰ নিৰ্দ্দেশ মতে আন ঠাইতো আদালত বহিব পাৰিব। এই আদালতত যুক্তৰাষ্ট্ৰৰ বেতনভোগী সম্ৰাট নিয়োজিত ছজনলৈকে বিচাৰক থাকিব পাৰিব। এওবিলাকে ৬৫ বছৰ বয়সলৈকে সাধাৰণতে কাম কৰিব পাৰিব। শাসন বিধানৰ বিষয়ত হাইকোটৰ বিচাৰৰ আপিল এই আদালতে হাইকৰ্টৰ অনুমতি পালে শুধিব পাৰিব, যুক্তৰাষ্ট্ৰীয় আদালতৰ বিচাৰৰ আপিল প্ৰিভিকাউন্সিললৈ যাব পাৰে। যুক্তৰাষ্ট্ৰৰ স্থায়ী বিচাৰক হবলৈ হলে অন্ততঃ পাঁচবছৰ ভাৰতীয় কোনো হাইকৰ্ট বা যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত দেশীয় ৰাজ্যৰ হাইকৰ্টত বিচাৰক থাকিব লাগিব বা গ্ৰেট ব্ৰিটেন আৰু উত্তৰ আয়াৰলেণ্ডৰ এডভকেট হিচাপে অন্ততঃ দহ বছৰ আইন ব্যৱসায়ী হব লাগিব বা ভাৰতৰ, ওপৰত কৈ অহাৰ দৰে হাইকৰ্টৰ অন্ততঃ দহ বছৰৰ আইন ব্যৱসায়ী হব লাগিব। এই বিচাৰক সকলৰ ভিতৰত এজন প্ৰধান বিচাৰক হব তেওঁৰ দৰ্ম্মহা সাত হাজাৰ টকা আৰু বাকী বিচাৰকৰ দৰ্ম্মহা ৫,৫০০ টকালৈকে (১)।

---

(১) ১৯৩৭ চনৰ ১ অক্টোবৰৰ পৰা এই আদালত আৰম্ভ হৈছে; তিনিজন বিচাৰক নিযুক্ত হৈছে প্ৰধান বিচাৰপতি Sir Mawrice Gwyer (চাৰ মৰিচ গৱাৰ) বাকী দুজন শ্ৰীযুত মুকুন্দৰাম জয়কাৰ আৰু চাৰ মহম্মদ চুলেমান।

ৰাষ্ট্ৰৰ অৰ্থনীতিৰ ব্যৱস্থাৰ নিমিত্তে ১৯৩৫ চনৰ এপ্ৰিল মাহৰ এক তাৰিখৰ পৰা এটা ৰিজাৰ্ভ বেঙ্ক প্ৰতিষ্ঠা হৈছে।

ৰিজাৰ্ভ বেঙ্ক

ভাৰতৰ অৰ্থ নৈতিক বিষয়ৰ, বেঙ্ক, নোট, অৰ্থ বিষয়ক স্থায়িত্ব আদি লাহে লাহে এই অনুষ্ঠানৰ কৰ্তৃত্বলৈ আহিছে। ইয়াৰ কাম কৰিবৰ নিমিত্তে এজন গৱৰ্ণৰ দুজন ডেপুটি গৱৰ্ণৰ আছে। তেওঁ বিলাকক বৰলাটে নিযুক্ত কৰে। ইয়াৰ বাহিৰে ১২ জন ডিৰেক্টৰ আছে। এওঁ বিলাকৰ ৪ জন বৰলাটে মনোনীত কৰে আৰু বাকী ৮ জন অংশীদাৰ সকলে বাছি দিয়ে। এই সকলো গোট খাই যি সভা হয় তাক 'চেণ্ট্ৰেল বৰ্ড অৱ ডিৰেক্টৰচ' বোলে, ৰিজাৰ্ভ বেঙ্কে মুদ্ৰা প্ৰচলন আদি ব্যৱস্থা কৰিবলৈ হলে বৰলাটৰ মত লব লাগে। গৱৰ্ণৰ, ডেপুটি গৱৰ্ণৰ আদিৰ দৰমহা আদি বৰলাটে থিৰ কৰি দিয়ে।

**ভাৰতীয় যুক্তৰাষ্ট্ৰৰ স্বৰূপ**—১৯৩৫ চনৰ ভাৰত শাসন আইনত থকা, যুক্ত হলেও, চলিত ৰীতি মতে যাক যুক্তৰাষ্ট্ৰ বোলে তেনে নহয়। যুক্তৰাষ্ট্ৰৰ লক্ষণ স্বৰূপে ইয়াৰ শাসন বিষয় বিলাক যুক্তৰাষ্ট্ৰীয় বিষয় আৰু অন্তৰ্গত সমষ্টি বিলাকৰ ভিতৰত ভগাই নিৰ্দ্ধাৰিত কৰি দিয়া আছে। এই বিষয় আৰু ক্ষমতা বিলাক নিৰ্দ্দিষ্ট সীমাৰ ভিতৰত আছেনে নাই তাক চাবৰ নিমিত্তে যুক্তৰাষ্ট্ৰীয় আদালত আছে। আৰু সাধাৰণ ভাবে সলনি কৰিব নোৱাৰা লিখিত শাসন আইন আছে। যি বিলাক বিষয়ত আন যুক্তৰাষ্ট্ৰৰ তুলনাত ইয়াৰ বিশেষত্ব আছে তাক চমুকৈ তলত দিয়া হল।

সাধাৰণতে কেতবিলাক ওচৰাওচৰিকৈ থকা স্বাধীন ৰাজনৈতিক বিভাগ একে উদ্দেশ্যেৰে বাহিৰা শাসন সম্বন্ধীয় কথাত একত্ৰিত হৈ এখন ৰাজ্যত পৰিণত হয়; নিজ নিজ ভিতৰুৱা শাসন সকলোৱে একেদৰে স্বাধীন হৈয়ে থাকে। এইদৰে সাধাৰণ হিচাপে যুক্তৰাষ্ট্ৰ গঠন হোৱা মানে একেলগ হোৱা। ভাৰতত তাৰ বিপৰীত দেখা গৈছে, কাৰণ একে কেন্দ্ৰীয় শাসনৰ তলত বা একে সম্ৰাটৰ তলত থকা প্ৰদেশবিলাক আৰু দেশীয় ৰাজ্য-

বিলাকৰ আগৰ কেন্দ্ৰীয় একতা ভাঙি নতুন কৈ একত্ৰিত কৰিব লগীয়া হৈছে। আন যুক্তৰাষ্ট্ৰ, যুক্তৰাষ্ট্ৰৰ অন্তৰ্ভূক্ত সমষ্টিবিলাক গোট খাই গঠন কৰে কিন্তু ভাৰতৰ যুক্তৰাষ্ট্ৰ বৃটিছ পাৰ্লিয়েমেণ্টৰ সৃষ্টি।

যুক্তৰাষ্ট্ৰত সকলো সমষ্টিৰ আইন সঙ্গত অৱস্থা একে ধৰণৰ। কিন্তু ভাৰতীয় যুক্তৰাষ্ট্ৰৰ সমষ্টিৰ ভিতৰৰ বৃটিছ প্ৰদেশ আৰু দেশীয় ৰাজ্যৰ শাসন একেবাৰে বেলেগ। বৃটিছ প্ৰদেশবিলাক কম বেছি দায়িত্বপূৰ্ণ শাসনৰ অধীন আৰু দেশীয় ৰাজ্যবিলাক ৰজাৰ ব্যক্তিগত শাসনৰ তলতীয়া। যুক্তৰাষ্ট্ৰৰ আইন সভালৈ বৃটিছ প্ৰদেশৰ পৰা প্ৰজাৰ নিৰ্ব্বাচিত প্ৰতিনিধি যাব কিন্তু দেশীয় ৰাজ্যৰ পৰা ৰজাৰ মনোনীত সভ্য যাব। যুক্তৰাষ্ট্ৰত প্ৰজাৰ নাগৰিক স্বত্ব দুই ৰকমৰ, এবিধ প্ৰাদেশিক আৰু আনবিধ যুক্তৰাষ্ট্ৰীক। ভাৰতীয় যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত দেশীয় ৰাজ্যৰ প্ৰজাৰ যুক্তৰাষ্ট্ৰৰ নাগৰিক স্বত্ব নাই।

ভাৰতীয় যুক্তৰাষ্ট্ৰৰ ক্ষমতা যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত সকলো সমষ্টিৰ ওপৰত সমানে নাই। দেশীয় ৰাজ্যবিলাকে চুক্তি অনুসৰি যিবিলাক বিষয় যুক্তৰাষ্ট্ৰৰ হাতত এৰি দিয়ে সেইবিলাক বিষয়তহে যুক্তৰাষ্ট্ৰৰ হাত, অৱশ্যে বৃটিছ প্ৰদেশবিলাকত ক্ষমতা একে ধৰণৰ। চলিত ৰীতি মতে যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত সকলো সমষ্টিৰ ওপৰত যুক্তৰাষ্ট্ৰৰ সমানে হাত থাকিব লাগে।

ভাৰত-যুক্তৰাষ্ট্ৰৰ নিজ শাসনতন্ত্ৰ সালসলনি কৰিবৰ নিজা কোনো ব্যৱস্থা নাই আৰু ক্ষমতাও নাই, এই বিষয়ত বৃটিছ পাৰ্লিয়ামেণ্ট সৰ্ব্বেসৰ্ব্বা। আন যুক্তৰাষ্ট্ৰত শাসন আইন সালসলনি কৰিব পৰা ব্যৱস্থা আৰু ক্ষমতা আছে।

আন যুক্তৰাষ্ট্ৰত সমষ্টি বিলাকৰ আয়তন আৰু লোকসংখ্যাত ডাঙৰ সৰু নিৰ্ব্বিশেষে যুক্তৰাষ্ট্ৰীয় উচ্চ পৰিষদলৈ সমান প্ৰতিনিধি যাব পাৰে কিন্তু ভাৰতীয় যুক্তৰাষ্ট্ৰৰ ব্যৱস্থা তেনে নহয়। আন যুক্তৰাষ্ট্ৰত উচ্চ পৰিষদৰ প্ৰতিনিধি পৰোক্ষভাবে আৰু নিম্ন পৰিষদৰ প্ৰতিনিধি প্ৰত্যক্ষ ভাবে নিৰ্ব্বাচিত হয় কিন্তু ভাৰতীয় যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাত তাৰ ওলোটাটো হৈছে।

ভাৰতত কেন্দ্ৰীয় চৰ্কাৰৰ ব্যৱস্থা আগেয়ে আছিল আৰু এতিয়াও হৈছে। এতিয়া প্ৰদেশৰ ওপৰত যুক্তৰাষ্ট্ৰীয় বিষয়বোৰে হাত হব লাগে কিন্তু আগেয়ে প্ৰদেশৰ ওপৰত কেন্দ্ৰীয় চৰ্কাৰৰ যি প্ৰভুত্ব আছিল সিও নাইকিয়া হোৱা নাই।

ওপৰত কোৱা বিলাক ভাৰতীয় যুক্তৰাষ্ট্ৰৰ কিছুমান বিশেষত্ব। ভাৰতৰ এই ব্যৱস্থাৰ শাসনক যুক্তৰাষ্ট্ৰীয় শাসন বুলিবলৈ অনেকে সঙ্কোচ কৰে। কিন্তু ভাৰতৰ বিষয় সকলো কথা ভাবি এই শাসনতন্ত্ৰই উপযুক্ত বুলি বহুতে বিবেচনা কৰে। ইয়াক সাল সলনি কৰিলে আৰু উন্নত ধৰণৰ শাসন হব পাৰে বুলি অনেকে মত প্ৰকাশ কৰে। কোনোৱে আকৌ এনে শাসনতন্ত্ৰ প্ৰতিষ্ঠা হলে ভাৰতৰ ৰাজনৈতিক উন্নতি খৰ্ব্ব হব বুলি ভাবে। যুক্তৰাষ্ট্ৰত দেশীয় ৰাজ্যবিলাকৰ আইন সঙ্গত অস্তিত্বলৈ মন কৰি, সেই বিলাকৰ লগত প্ৰধান শক্তিৰ সম্বন্ধলৈ চাই আৰু শাসনতন্ত্ৰ বিষয়ক কৰাকৰি নিয়ম আলোচনা কৰি অনেকে কয় যে বৰ্ত্তমান শাসনতন্ত্ৰৰ দ্বাৰা ভাৰতত ৰাজনৈতিক দায়িত্ব স্থাপন কৰা অসম্ভৱ হলেও সহজ নহয়।

---

# চতুৰ্থ আধ্যায়

## শাসনতন্ত্ৰ অনুসৰি নিৰ্দ্ধাৰিত বিষয়ৰ তালিকা

১৯৩৫ চনৰ শাসন তন্ত্ৰ অনুসৰি ভাৰতৰ শাসন সম্পৰ্কীয় সকলো বিষয় তিনি ভাগত ভগোৱা হৈছে। ৫৯ টা বিষয় যুক্তৰাষ্ট্ৰৰ কৰ্ত্তৃত্বত, ৩৬ টা বিষয় যুক্ত ৰাষ্ট্ৰ আৰু সমষ্টি বিলাকৰ যুটীয়া কৰ্ত্তৃত্বত আৰু ৫৪ টা বিষয় প্ৰাদেশিক কৰ্ত্তৃত্বত ৰখা হৈছে।

**যুক্তৰাষ্ট্ৰৰ কৰ্ত্তৃভুক্ত থকা বিষয়**—এই বিষয় বিলাকৰ আইন হে যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভাই কৰিব পাৰিব। বৃটিছ প্ৰদেশ বিলাকে এই ৫৯ টা বিষয়ত আইন কৰিব নোৱাৰিব; কিন্তু দেশীয় যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত ৰাজ্যই চুক্তি অনুসৰি ইয়াৰ যিবিলাক বিষয় এৰি দিছে যুক্তৰাষ্ট্ৰই তাৰহে আইন কৰিব পাৰিব। (১) ভাৰত গৱৰ্ণমেণ্টৰ খৰচত ৰখা সম্ৰাটৰ জল, স্থল আৰু বিমান বাহিনী, কেন্দ্ৰীয় গুপ্তচৰ বিভাগ; দেশীয় ৰাজ্য সম্পৰ্কে সম্ৰাটৰ দায়িত্ব পালন। (২) জল, স্থল আৰু বিমান বাহিনী সংক্ৰান্ত কাম, বৃটিছ ভাৰতীয় সৈন্য থকা ঠাইৰ স্বায়ত্ব শাসন, আৰু ঘৰ সজা কাম আদিৰ ব্যৱস্থা। (৩) বৈদেশিক বিষয়, বিদেশৰ লগত সন্ধীচৰ্ত্ত ৰক্ষা আৰু বিদেশৰ পৰা পলাই অহা দোষীক নিজ দেশৰ গৱৰ্ণমেণ্টৰ ওচৰলৈ পথিওৱা ব্যৱস্থা (৪) ধৰ্ম্ম যাজক সম্বন্ধীয় কাৰ্য্য আৰু ইউৰোপীয় কবৰ আদি। (৫) মুদ্ৰা আদি বিষয়ৰ কাৰ্য্য। (৬) যুক্তৰাষ্ট্ৰৰ ধাৰ। (৭) পোষ্ট, টেলিগ্ৰাফ, পোষ্ট অফিচ চেভিংচ্ বেঙ্ক, টেলিফোন, বিনাতাৰ আৰু 'ব্ৰড্‌কাষ্টিং আদি। (৮) যুক্ত ৰাষ্ট্ৰীয় চৰ্কাৰৰ চাকৰী আৰু তাৰে চাকৰী কমিচন। (৯) যুক্তৰাষ্ট্ৰই দিব লগীয়া পেন্‌চন্। (১০) যুক্তৰাষ্ট্ৰৰ কামৰ নিমিত্তে সম্ৰাটৰ অধিকাৰত থকা কাৰখানা, মাটি আৰু ঘৰবাৰী। (১১) ইম্পিৰিয়াল লাইব্ৰেৰী,

ইণ্ডিয়ান মিউজিয়ম, ইম্পিৰিয়েল ৱাৰ মিউজিয়ম, ভিক্টোৰীয়া মেমৰিয়েল আৰু যুক্তৰাষ্ট্ৰৰ টকাত চলা অন্যান্য প্ৰতিষ্ঠান। (১২) যুক্তৰাষ্ট্ৰৰ গৱেষণা প্ৰতিষ্ঠান, ব্যৱসায় আৰু অন্যান্য বিশেষ কোনো বিষয়ে শিক্ষাৰ প্ৰতিষ্ঠান। (১৩) কাশী হিন্দু বিশ্ববিদ্যালয় আৰু আলিগড়ৰ মুছলমান বিশ্ববিদ্যালয়। (১৪) ভাৰতৰ চৰ্ভে বিভাগ, ভূতত্ব, উদ্ভিদ তত্ব, জন্তু বিষয়ক তত্ব, আৰু তেনে অন্যান্য প্ৰতিষ্ঠান বিলাক (১৫) পুৰণি কলীয়া আৰু বুৰঞ্জী সম্পৰ্কীয় গৌৰৱণী স্তম্ভ, শিল্পৰ কাৰু কাৰ্য্য, বুৰঞ্জীমূলৰ গৌৰৱৰ ঠাই, পুৰণি কলীয়া কীৰ্ত্তিৰ ধ্বংসাৱশেষ। (১৬) মানুহ পিয়ল। (১৭) ভাৰতত থকা বিদেশী অধিবাসীৰ (বৃটিছ সম্ৰাজ্যৰ মানুহ নহয়) ভাৰতলৈ, অহা, যোৱা, বা ভাৰতৰ পৰা বাহিৰ কৰি দিয়া। (১৮) সংক্ৰামক ৰোগ নিবাৰণৰ কাৰণে বন্দৰলৈ অহা জাহাজৰ লগত নগৰৰ সৈতে অহা যোৱা বন্ধ কৰা। নাবিকৰ হাচ্পাতাল আৰু আদান প্ৰদান বন্ধ জাহাজৰ হাচ্ পাতাল। (১৯) আমদানি কৰ ধাৰ্য্য কৰিবলৈ নিৰ্দ্ধাৰিত সীমাৰ ভিতৰত আমদানি, ৰপ্তানি। (২০) যুক্তৰাষ্ট্ৰৰ ৰেল, তাৰ নিৰাপদ ব্যৱস্থা, বেছি আৰু কম ভাৰা আদিৰ নিৰিখ, মাল নিয়া আৰু মানুহ নিয়াৰ দায়িত্ব আদি নিয়মিত কৰা, সৰু সৰু ৰেলৰ ওপৰত চকুৰখা। (২১) সাগৰৰ বাটেদি জাহাজ আদি চলাৰ ব্যৱস্থা আদি, সাগৰৰ সীমা সম্বন্ধীয় বিৰোধৰ বিচাৰ। (২২) প্ৰধান বন্দৰবিলাক; বন্দৰৰ কৰ্ত্তৃপক্ষৰ সংগঠন আৰু ক্ষমতা। (২৩) ৰাজ্যৰ সীমাৰ বাহিৰে সাগৰত মাছ ধৰা। (২৪) বিমানপোতৰ চাল চলন তাৰ আড্ডা আদিৰ বিষয় যাবতীয় ব্যৱস্থা। (২৫) জাহাজ আৰু বিমান চলাৰ সুবিধাৰ নিমিত্তে 'লাইট হাউচ' বা আলোকস্তম্ভ আদিৰ ব্যৱস্থা। (২৬) জল আৰু আকাশে যাত্ৰী বা মাল অনা নিয়া। (২৭) স্বত্ব সংৰক্ষণ, আৱিস্কাৰ, নক্সা, ট্ৰেড্মাৰ্ক আৰু মালৰ চিন। (২৮) হুণ্ডি, বিনিময় পত্ৰ (বিল অব্ একচেঞ্জ) আদি। (২৯) অস্ত্ৰ-শস্ত্ৰ, গোলা,

বাৰুদ, বন্দুক, ৰৰটোপ আদি (৩০) বোমা আদি (৩১) কানিৰ কাৰণে আফুখেতি, কানি কৰা, আৰু বেচা। (৩২) যুক্তৰাষ্ট্ৰৰ আইনত বেগেতে জুই লাগিব পৰা বুলি নিৰ্দ্দিষ্ট কৈ থোৱা পেট্ৰোলিয়ম আৰু তেনে আন জ্বলীয়া বস্তুৰ গৰাকীস্বত্ব, তেনে বস্তু ৰখা আৰু চালান দিয়া। (৩৩) বাণিজ্য প্ৰতিষ্ঠান, ভঁড়া, পত্তা আৰু নিয়মিতৰূপে চলোৱা (যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত দেশীয় ৰাজ্যৰ এনে প্ৰতিষ্ঠানৰ বাহিৰে)। (৩৪) যুক্তৰাষ্ট্ৰৰ আইনে যি বিলাক শিল্প সৰ্ব্বসাধাৰণৰ উপকাৰৰ কাৰণে যুক্ত-ৰাষ্ট্ৰৰ অন্তৰ্গত হব লাগে বুলি নিৰ্দ্দেশ দিছে তেনে বিষয়ৰ উন্নতি সাধন। (৩৫) সাধাৰণ খনি আৰু তেলৰ খনিৰ বনুৱাৰ সম্পৰ্কে আইন আৰু তাৰ নিৰাপদ বিধান। (৩৬) যুক্তৰাষ্ট্ৰৰ আইন অনুসাৰে সাধাৰণ স্বাৰ্থত তেল আৰু অন্যান্য খনিৰ ওপৰত যুক্তৰাষ্ট্ৰৰ বিধি ব্যৱস্থা। (৩৭) বীমা আইন, বীমা ব্যৱসায় বিষয়ৰ বিধি ব্যৱস্থা। (যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত দেশীয় ৰাজ্যৰ বীমা ব্যৱসায়ৰ আৰু যুটীয়া বিষয়ৰ অধিকাৰত থকা বীমাৰ বাহিৰে।) (৩৮) যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত দেশীয় ৰাজ্যৰ পৰিচালিত বেঙ্কিংৰ বাহিৰে বেঙ্কিং। (৩৯) পুলিচ বিভাগৰ কৰ্ম্মচাৰীৰ ক্ষমতা এখন প্ৰদেশৰ পৰা সিখন প্ৰদেশলৈ বা ৰাজ্যলৈ বিস্তাৰ কৰা। (৪০) যুক্ত-ৰাষ্ট্ৰৰ ব্যৱস্থাপক সভাৰ প্ৰতিনিধি নিৰ্ব্বাচন। (৪১) যুক্তৰাষ্ট্ৰৰ মন্ত্ৰী সকলৰ দৰ্মহা, যুক্তৰাষ্ট্ৰৰ দুইখন সভাৰ সভাপতি আৰু সহকাৰী সভাপতি সকলৰ দৰ্ম্মহা, সেই সভাৰ সভ্যৰ দৰ্মহা, আইন সভাৰ কমিটিত সাখী দিবলৈ অস্বীকাৰ কৰিলে শাস্তি বিধান। (৪২) এই তালিকাৰ অন্তৰ্গত বিষয়ৰ আইন অমান্য দোষ। (৪৩) এই তালিকান্তৰ্গত যেই কোনো বিষয়ৰ অনুসন্ধান আৰু হিচাপ। (৪৪) ৰপ্তানি আৰু আমদানি কৰ (৪৫) মদ, কানি, ভাং আৰু আন নিচাযুক্ত বস্তু; নিচাযুক্ত বস্তু থকা বা নথকা দৰব আদি আৰু নিচাযুক্ত বস্তু থকা বিলাসী সাজ সজ্জাৰ বস্তুৰ বাহিৰে ধপাত আৰু ভাৰতত উৎপন্ন আন বস্তুৰ ওপৰৰ

আবকাৰি টেক্স। (৪৬) কৰ্পৰেচন বা সম্মিলিত কাৰবাৰৰ ওপৰত টেক্স্। (৪৭) লোণ। (৪৮) চৰ্কাৰে পতা চিঠি খেল। (৪৯) প্ৰজাৰ অধিকাৰ লাভ। (৫০) ভাৰতৰ এক প্ৰদেশ এৰি আন প্ৰদেশত বাস। (৫১) ওজনৰ মাত্ৰা ধাৰ্য্য কৰা। (৫২) বাচিত থকা ইউৰোপীয় পগলাৰ হাচ্পাতাল। (৫৩) এই তালিকাৰ যেই সেই বিষয় সম্পৰ্কে ফেডাৰেল আদালতৰ বাহিৰে আন সকলো আদালতৰ ক্ষমতা, ফেডাৰেল আদালতৰ আপিল ক্ষমতা বৃদ্ধি। (৫৪) কৃষি আয়ৰ বাহিৰে অন্য আয়ৰ ওপৰত কৰ। (৫৫) কৃষিৰ মাটিৰ বাহিৰে অন্য সম্পত্তিৰ মূল্য অনুসৰি কৰ ধাৰ্য্য কৰা, ব্যৱসায়ৰ মূলধনৰ ওপৰত কৰ; কোম্পানীৰ মূলধনৰ ওপৰত কৰ। (৫৬) কৃষিৰ মাটিৰ বাহিৰে আন সম্পত্তিৰ উত্তৰাধিকাৰৰ ওপৰত কৰ। (৫৭) বিনিময়-পত্ৰ, চেক্, ইন্সুৰেন্স পলিচি, বিল অৱ লেডিং আদিৰ ষ্টাম্প ডিউটিৰ নিৰিখ। (৫৮) ৰেলেৰে আৰু আকাশ পথেদি নিয়া মাল আৰু যাত্ৰীৰ ওপৰত পথৰ শেষত লোৱা টেক্স, ৰেলৰ ভাৰাৰ ওপৰৰ টেক্স। (৫৯) কোনো আদালতত গ্ৰহণ কৰা ফিজৰ বাহিৰে এই তালিকাত থকা যি কোনো বিষয় সম্বন্ধে টেক্স।

**যুটীয়া অধিকাৰৰ বিষয়**—মুঠতে ৩৬ টা নিৰ্দ্দিষ্ট বিষয়ত যুক্তৰাষ্ট্ৰ আৰু প্ৰদেশ দুয়োৰে ক্ষমতা আছে; ইইতৰ কোনোটোতে যুক্তৰাষ্ট্ৰীয় আইন আৰু প্ৰাদেশিক আইন বিৰোধী হলে যুক্তৰাষ্ট্ৰীয় আইনেই কাৰ্য্যকৰী হব। যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত দেশীয় ৰাজ্যই ইয়াৰ কোনো কোনো বিষয়ত যুক্তৰাষ্ট্ৰক ক্ষমতা নিদি নিজে সকলো ক্ষমতা ৰাখিব পাৰে।

(১) যুক্তৰাষ্ট্ৰৰ আৰু প্ৰদেশৰ তালিকাত সোমোৱা আইনৰ বিৰুদ্ধাচৰণ আৰু যুদ্ধৰ বাহিৰে আন কাৰ্য্যত সম্ৰাটৰ সৈন্যবাহিনী ব্যৱহাৰ কৰাৰ বাহিৰে ভাৰতীয় দণ্ডবিধি আইনৰ অন্তৰ্গত বিষয় বিলাকৰ সৈতে

ফৌজদাৰি আইন। (২) ফৌজদাৰি কাৰ্য্যবিধি আৰু তাৰ ভিতৰৰ সকলো কাৰ্য্য। (৩) এখন প্ৰদেশৰপৰা আন এখন প্ৰদেশলৈ বন্দী আৰু বিচাৰাধীন লোকক চালান দিয়া। (৪) এই আইন পাছ হবৰ সময়লৈকে দেৱানি কাৰ্যবিধিৰ অন্তৰ্গত সকলো বিষয়ৰ আইন; গৱৰ্ণৰ বা চিফ্ কমিচনাৰৰ অধীন প্ৰদেশ বিলাকত টেক্স আৰু আন চৰকাৰী পাওনা আদায় কৰাৰ ব্যৱস্থা; বাকী মাটিৰ খাজনাৰ সৈতে টেক্স আদি আৰু অন্য চৰ্কাৰী দাবী আদায় কৰা। (৫) সাক্ষী লোৱা, শপত খোৱা আৰু বিচাৰ প্ৰণালী মানি লোৱা। (৬) বিয়া আৰু বিবাহ বিচ্ছেদ, শিশু, নাবালক আৰু তোলনীয়া পো গ্ৰহণ কৰা। (৭) কৃষিৰ মাটিৰ বাহিৰে অন্য সম্পত্তিৰ হস্তান্তৰ; দলিল পত্ৰ আদিৰ ৰেজিষ্ট্ৰেচন। (৮) কৃষিৰ মাটিৰ বাহিৰে আন সম্পত্তিৰ দানপত্ৰ আৰু উত্তৰাধিকাৰ। (৯) ট্ৰাষ্ট আৰু ট্ৰাষ্টী। (১০) কৃষিৰ বাহিৰে আন বিষয়ৰ চুক্তি। (১১) আপোচ মীমাংসা। (১২) দেৱলীয়া আইন অনুমোদিত কাম, এড্‌মিনিষ্ট্ৰেটৰ জেনেৰেল সকল আৰু বিষয় ৰবীয়া ট্ৰাষ্টী। (১৩) বিচাৰ বিভাগৰ ষ্টাম্পৰ বাহিৰে আন ষ্টাম্প ডিউটি। (১৪) যুক্তৰাষ্ট্ৰীয় আৰু প্ৰাদেশিক তালিকা অন্তৰ্গত বিষয় বিলাকৰ বাহিৰে শাস্তি পাবলগীয়া অপৰাধ। (১৫) এই তালিকাত থকা কোনো বিষয় সম্পৰ্কে যুক্তৰাষ্ট্ৰীয় আদালতৰ বাহিৰে আন আদালতত বিচাৰৰ অধিকাৰ। (১৬) আইন, চিকিৎসা আৰু আন ব্যৱসায়। (১৭) বাতৰি কাকত, কিতাপ আৰু ছপাখানা। (১৮) বলিয়া আৰু বলিয়া চিকিৎসাৰ ঠাই আদি। (১৯) বিহ আৰু মাৰাত্মক দৰব। (২০) যন্ত্ৰচালিত যান বাহন আদি। (২১) বয়লাৰ, (২২) পশুৰ প্ৰতি নিষ্ঠুৰতা নিবাৰণ, (২৩) এই দেশত থকা ইউৰোপীয় মানুহৰ উপজিব্যৰ উপায় নোহোৱাকৈ ভ্ৰমণ, অপৰাধ কৰাত অভ্যস্ত জাতি। (২৪) এই তালিকাৰ যেই সেই বিষয়ৰ অনুসন্ধান আৰু হিচাপ। (২৫) কৰ্টৰ দ্বাৰা গ্ৰহণ কৰা ফিৰ বাহিৰে এই তালিকাৰ আগতকৈ

অন্য ২৪টা বিষয়ৰ সম্বন্ধীয় ফি, (২৬) কাৰখানা। (২৭) বনুৱা শ্ৰেণীৰ হিতসাধন, তাহঁতৰ অৱস্থা আলোচনা, প্ৰভিডেণ্ট্ ফণ্ড, মালিকৰ দোষ আৰু বনুৱাৰ ক্ষতিপূৰণ, স্বাস্থ্যবীমা,—(২৭) উপজিব্য নোহোৱাৰ বীমা। (২৯) ট্ৰেড্ ইউনিয়ন বা শ্ৰমিক সঙ্ঘ আৰু শ্ৰমিক সম্বন্ধীয় বিৰোধ। (৩০) মানুহ, জন্তু, গছ-গছনি আক্ৰমণকাৰী সংক্ৰামক ৰোগৰ বিস্তাৰত বাধা প্ৰদান আৰু আগতে কৰিব নিদিয়া ব্যৱস্থা। (৩১) বিজুলী শক্তি। (৩২) দেশৰ ভিতৰ জলপথত যন্ত্ৰচালিত জাহাজ আদিৰ চলাচলৰ আৰু জলপথৰ বিধি-ব্যৱস্থা, ভিতৰুৱা জল পথেদি মাল আৰু মানুহ নিয়া বিষয়। (৩৩) যুক্তৰাষ্ট্ৰীয় চৰ্কাৰে আটক কৰা মানুহ, (৩৪) চিনেমা, আদি সৰ্ব্বসাধাৰণক দেখুৱাৰ অনুমতি। (৩৫) এই তালিকাৰ (২৬নং বিষয়ৰপৰা) এই অংশৰ যেই সেই বিষয়ৰ অনুসন্ধান আৰু হিচাপ। (৩৬) কটফিৰ বাহিৰে এই তালিকাৰ (২৬নং বিষয়ৰ পৰা) এই অংশৰ যেই সেই বিষয় সম্বন্ধীয় ফি।

**প্ৰাদেশিক অধিকাৰৰ বিষয়**—এই তালিকাৰ ৫৪টা বিষয় প্ৰাদেশিক চৰ্কাৰৰ হাতত ৰখা হৈছে,—(১) প্ৰদেশৰ সাধাৰণ শান্তি আৰু শৃঙ্খলা ৰক্ষা; বিচাৰ ব্যৱস্থা, যুক্তৰাষ্ট্ৰীয় আদালতৰ বাহিৰে সকলো আদালতৰ গঠন আদি তাৰ ফি, সাধাৰণ শৃঙ্খলাৰ কাৰণে আটক আৰু তেনেকৈ আটককৈ থোৱা লোক। (২) এই তালিকাৰ কোনো বিষয় সম্বন্ধে যুক্তৰাষ্ট্ৰৰ আদালতৰ বাহিৰে আন আদালতৰ অধিকাৰ ক্ষমতা; খাজনা আৰু ৰাজস্ব আদালতৰ কাৰ্য্যবিধি। (৩) পুলিচ: ৰেলৰ পুলিচ আৰু গাৱঁৰ চকিদাৰৰ সৈতে। (৪) জেল, চৰিত্ৰ সংশোধনৰ জেল, কম বয়সীয়া বিলাকৰ নিমিত্তে জেল আৰু এই জাতিৰ অন্যান্য প্ৰতিষ্ঠান আদি, তাত কয়েদ কৰি থোৱা মানুহ; জেল আৰু তেনে প্ৰতিষ্ঠান ব্যৱহাৰ কৰিবৰ নিমিত্তে আন প্ৰদেশৰ সৈতে বন্দবস্ত কৰা। (৫) প্ৰদেশৰ চৰকাৰী ধাৰ। (৬) প্ৰাদেশিক চৰকাৰী বিষয়া আৰু

প্ৰাদেশিক চৰকাৰী বিষয়া নিৰ্ব্বাচন কৰা কমিচন। (৭) প্ৰদেশে দিবলগীয়া পেনচন্। (৮) প্ৰদেশৰ কামৰ বাবে সম্ৰাটৰ হাতত দিয়া কাৰখানা, মাটি বা ঘৰবাৰী। (৯) বাধ্যতামূলক ভাবে মাটি লোৱা। (১০) প্ৰদেশৰ দ্বাৰা পৰিচালিত আৰু প্ৰাদেশিক ধনৰ দ্বাৰা চলোৱা লাইব্ৰেৰী, মিউজিয়ম প্ৰভৃতি। (১১) প্ৰাদেশিক আইন সভাৰ সভ্য নিৰ্ব্বাচন। (১২) প্ৰাদেশিক মন্ত্ৰী, ব্যৱস্থাপকৰ দুয়ো শাখাৰ সভাপতি, সহকাৰী সভাপতি, সভাৰ সভ্য সকলৰ দৰ্ম্মহা, ভাত্তা, বিশেষ অধিকাৰ আদি; প্ৰাদেশিক আইন সভাৰ কমিটিৰ ওচৰত সাথী দিবলৈ সম্মত নহলে শাস্তি বিধান। (১৩) স্থানীয় স্বায়ত্ত শাসন মূলক প্ৰতিষ্ঠান বিলাকৰ গঠন ক্ষমতা আদি, (১৪) সাধাৰণৰ স্বাস্থ্য, হাচপাতাল, ডিচপেন্সৰি, ওপজা. মৰাৰ তালিকা। (১৫) ভাৰতৰ ভিতৰৰ তীৰ্থযাত্ৰা। (১৬) কবৰ, কবৰৰ ঠাই। (১৭) শিক্ষা, (১৮) যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাৰ বাহিৰে সকলো ৰকম অহা যোৱাৰ ব্যৱস্থা। (১৯) পানী যোগোৱা, খেতিত পানী যোগোৱা তাৰ টেক্স, খাল নৰ্দ্দমা, মথাউৰি, পানীৰখা, সোঁতৰ পৰা কাৰ্য্য লোৱা। (২০) কৃষি, কৃষিশিক্ষা, কৃষি গৱেষণা, গছগছনিৰ পোক আৰু বেমাৰ দূৰ কৰা, গৰু আদি পশুৰ উন্নতি, পশুৰোগ নিবাৰণ, পশু চিকিৎসা, কাড়ীহৌজ আদি, (২১) মাটিৰ স্বত্ব, মাটি ভোগ দখলৰ ব্যৱস্থা, প্ৰজা জমিদাৰৰ সম্বন্ধ আৰু খাজানা আদায়, কৃষিৰ মাটি হস্তান্তৰ আৰু সম্পূৰ্ণ হস্তচ্যুত কৰা, মাটিৰ উন্নতি আৰু কৃষি সম্বন্ধীয় ধাৰ, আদায় কৰা, কৰ্ট অৱ ৱাৰ্ডচ্ ক্ৰোক কৰা জমিদাৰি আৰু শুদ্ধধন। (২২) বনবিভাগ, (২৩) সাধাৰণ খনি আৰু তেলৰ খনিৰ বিধি ব্যৱস্থা আৰু উন্নতি সাধন। (২৪) মাছ আদি ধৰা ব্যৱসায়। (২৫) বনৰ পশু-পক্ষী সংৰক্ষণ। (২৬) গেছ আৰু গেছৰ কাৰখানা। (২৭) প্ৰদেশৰ ভিতৰুৱা বাণিজ্য, বজাৰ, মেলা, ধাৰদান, আৰু ধাৰদাতা (২৮) বাটৰুৱা থকাঘৰ আৰু তাৰ পৰিচালক। (২৯) মাল উৎপাদন,

সৰবৰাহ আৰু শিল্পৰ উন্নতি। (৩০) খোৱা বস্তু আৰু আন বস্তুৰ ভেজাল, ওজন আৰু পৰিমাণ। (৩১) নিচা থকা বস্তু, মদ, কানি আৰু আন নিচাযুক্ত বস্তু কৰা, মজুত ৰখা, চালান দিয়া, বেচা। (৩২) ছুখীয়াক সহায় আৰু উপজিব্যহীন লোকৰ সমস্যা। (৩৩) যুক্তৰাষ্ট্ৰীয় অধিকাৰত থকা প্ৰতিষ্ঠানৰ বাহিৰে আন বাণিজ্য প্ৰতিষ্ঠানৰ প্ৰতিষ্ঠা, বিধি-ব্যৱস্থা, ব্যৱসায় উঠোৱা; কোম্পানী হিচাপে চলা নাই এনে ব্যৱসায়,. সাহিত্তিক, বৈজ্ঞানিক আৰু ধৰ্ম্ম আদি সম্বন্ধীয় সমিতি। সমবায় সমিতি (৩৪) দান আৰু দাতব্য প্ৰতিষ্ঠান। (৩৫) নাটক, নাটক অভিনয়, চিনেমা দেখুৱা। (৩৬) জুৱাখেলা; প্ৰতিযোগিতা। (৩৭) এই তালিকাৰ ভিতৰত থকা বিষয়ৰ আইনৰ বিৰুদ্ধাচৰণ। (৩৮) এই তালিকাভুক্ত যেই সেই বিষয় অনুসন্ধান আৰু গণনা। (৩৯) মাটিৰ ৰাজস্ব, ৰাজস্ব ধাৰ্য্য আৰু আদায়। (৪০) প্ৰদেশৰ ভিতৰত উৎপন্ন আৰু ভাৰতৰ আন প্ৰদেশৰ পৰা অহা, মদ, কানি, ভাং, আৰু আন নিচাযুক্ত বস্তুৰ ওপৰত আবকাৰি টেক্স; তেনে নিচাযুক্ত বস্তু থকা বিলাস সামগ্ৰী দৰৱ আদিৰ টেক্স। (৪১) কৃষিসংক্ৰান্ত আয়ৰ ওপৰত টেক্স। (৪২) মাটি বাৰী আদিৰ ওপৰত টেক্স। (৪৩) কৃষিৰ মাটিৰ উত্তৰাধিকাৰীৰ ওপৰৰ টেক্স। (৪৪) খনিৰ সম্পত্তিৰ ওপৰৰ টেক্স। (৪৫) 'কেপিটেচন' টেক্স। (৪৬) ডাক্তৰি, ওকালতি ইত্যাদি ব্যৱসায় আৰু বাণিজ্য চাকৰী আদিৰ ওপৰৰ টেক্স। (৪৭) প্ৰাণী আৰু নাৱৰ ওপৰৰ টেক্স। (৪৮) মাল বেচা আৰু বিজ্ঞাপনৰ ওপৰৰ টেক্স। (৪৯) ঠাই অনুসৰি কোনো বস্তু বেচিবৰ নিমিত্তে আনিলে তাৰ ওপৰৰ টেক্স। (৫০) বিলাসী বস্তুৰ ওপৰৰ টেক্স। (৫১) যুক্তৰাষ্ট্ৰীয় তালিকাভুক্ত বিষয়ৰ বাহিৰে আন কাৰবাৰৰ দলিল পত্ৰ আদিৰ ষ্টাম্পৰ নিৰিখ। (৫২) প্ৰদেশৰ ভিতৰত চলা জলযানত অনানিয়া কৰা মাল আৰু যাত্ৰীৰ ওপৰৰ কৰ। (৫৩) বেচিবলৈ অনা বস্তুৰ ওপৰত কৰ। (৫৪) কৰ্টফিৰ বাহিৰে এই তালিকাৰ যেই সেই বিষয় সম্বন্ধে ফি।

---

# দ্বিতীয় ভাগ

## পঞ্চম অধ্যায়

### প্ৰাদেশিক শাসন ব্যৱস্থা

**আগৰ কথা**—ভাৰতত ইংৰাজ ৰাজ্য বিস্তাৰৰ লগে লগে প্ৰদেশ-বিলাক ক্ৰমে গঠিত হৈ আহিছে। কোনো ভৌগোলিক, ভাষাগত বা আন স্বাভাৱিক একতালৈ মন কৰি প্ৰদেশ বিলাক গঠিত হোৱা নাই। সেই দেখি প্ৰদেশ বিলাকৰ সীমাৰ সাল সলনি বা নতুন প্ৰদেশ গঠন আদি কাৰ্য্য মাজে মাজে হৈ থকা স্বাভাৱিক। ভাষা-কৃষ্টি আদিৰ ভেটিত প্ৰদেশ গঠন কৰা আন্দোলন চলি আছে তাৰ ফলত নতুন শাসন সংস্কাৰ আইন প্ৰবৰ্ত্তন কৰাৰ আগে আগে বা লগে লগে কেবাখনো নতুন প্ৰদেশ গঠন হৈছে। আগলৈও এনে প্ৰদেশ গঠন বা সীমাৰ সাল সলনি যথেষ্ট ঠাই থকাৰ কাৰণে, আৱশ্যক মতে পাৰ্লিয়ামেণ্টে সম্ৰাটক তেনে কৰিবলৈ জনালে, ভাৰতৰ যুক্ত ৰাষ্ট্ৰীয় শাসন পৰিষদ আৰু সম্পৰ্কত থকা প্ৰাদেশিক ব্যৱস্থাপক সভাৰ মত লৈ, স-পৰিষদ সম্ৰাটে আদেশ পত্ৰৰ দ্বাৰা প্ৰাদেশিক সীমাৰ সাল সলনি বা নতুন প্ৰদেশ গঠন কৰিব পাৰিব।

নতুন প্ৰদেশ গঠন বা সীমাৰ সাল সলনি

১৯১৯ চনৰ আগতে ভাৰতত ১৫ খন প্ৰদেশ আছিল। এই প্ৰদেশ বিলাকৰ ভিতৰৰ বোম্বাই, মাদ্ৰাজ, আৰু বঙ্গদেশ স-পৰিষদ গৱৰ্ণৰে শাসন কৰিছিল। চাৰিখন প্ৰদেশত পৰিষদৰ সৈতে বা এনেয়ে লেফ্টেনাণ্ট গৱৰ্ণৰে শাসন কৰিছিল। তিনিখন ভাৰত গৱৰ্ণমেণ্টৰ প্ৰতিনিধি হিচাপে কমিছনাৰ সকলে আৰু বাকী বোৰ পোণে পোণে ভাৰত গৱৰ্ণমেণ্টে শাসন কৰিছিল। পৰিষদ থকা প্ৰদেশত শাসন কৰ্ত্তা সকলে পৰিষদৰ

আগৰ প্ৰাদেশিক শাসন

মতৰ বিপৰীতেও কাম কৰিব পাৰিছিল। এই প্ৰদেশ বিলাকৰ, প্ৰায় ডাঙৰ বোৰতে ব্যৱস্থাপক সভাও আছিল। ইয়াৰ বিষয় আগতে কৈ অহা হৈছে। ১৯১৯ চনৰ সংস্কাৰ আইনৰ দ্বাৰা ন খন প্ৰদেশত গৱৰ্ণৰৰ শাসন প্ৰতিষ্ঠা কৰা হল, বাকী বোৰ আগৰ দৰে থাকিল। এই গৱৰ্ণৰৰ প্ৰদেশ বিলাকত দ্বৈত শাসন বা 'ডায়াৰ্কি' প্ৰৱৰ্ত্তিত হল। ষোল বছৰে এই নতুন শাসন সংস্কাৰে বিশেষ একো কাম কৰিব নোৱাৰিলে, মাত্ৰ ভাৰতীয় লোকক পাৰ্লিয়ামেণ্টৰ ধৰণে শাসন কাৰ্য্য চলোৱাৰ এটা আভাস দিলে বুলিয়েই কব পাৰি। ১৯৩৫ চনত বৰ্ত্তমান চলিত শাসন-সংস্কাৰ আইন হয়। তাৰ অলপৰ আগতে উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ গৱৰ্ণৰ শাসিত প্ৰদেশ হয় আৰু সংস্কাৰ কাৰ্য্য কৰা হোৱাৰ লগে লগে উৰিষ্যা আৰু সিন্ধু দুখন গৱৰ্ণৰৰ প্ৰদেশ নতুনকৈ হয়।

বৰ্ত্তমান গৱৰ্ণৰ শাসিত প্ৰদেশ

বৰ্ত্তমান এঘাৰ খন প্ৰদেশত গৱৰ্ণৰৰ শাসন চলে আৰু এই কেইখনতেই প্ৰাদেশিক স্বায়ত্ত শাসন দিয়া হৈছে। বৰ্ম্মা-দেশক ভাৰতৰ পৰা পৃথক কৰা হৈছে। বৰ্ত্তমান গৱৰ্ণৰ শাসিত প্ৰদেশ বিলাক হৈছে। অসম, বঙ্গদেশ, বিহাৰ, উৰিষ্যা, মাদ্ৰাজ, বোম্বাই, মধ্য-প্ৰদেশ আৰু বেৰাৰ (১) সংযুক্ত প্ৰদেশ, পঞ্জাব, উঃ পঃ সীমান্ত-প্ৰদেশ, সিন্ধু। ইয়াৰ বাহিৰে

(১) বেৰাৰ প্ৰথমতে নিজাম-ৰাজ্যৰ অন্তৰ্গত আছিল; ১৮৫৩ চনত নিজামে হায়দ্ৰাবাদত থকা সৈন্যৰ খৰচ যোগাৰৰ নিমিত্তে ইংৰাজ কেম্পোনীক ধৰক দিয়ে। ১৯০২ চনত লৰ্ড কৰ্জনে নিজামৰ লৈতে বন্দ-বস্ত কৰি বছৰি ২৫ লাখ টকা নিজামক দিবলৈ প্ৰতিশ্ৰুতি দি আৰু বেৰাৰ নিজামৰে বাজ্য বুলি স্বীকাৰ কৰি, ইংৰাজ শাসনৰ তলতে একেবাৰে ৰাখিলে। তেতিয়াৰ পৰা পৃথক ভাবে থকা বেৰাৰ মধ্যপ্ৰদেশৰ লগ লাগিল আৰু হায়দ্ৰাবাদৰ সৈন্যদল ভাৰতীয় সৈন্যদলৰ অন্তৰ্ভুক্ত হল। ১৯৩৬ চনৰ ২৩ অক্টোবৰত নিজাম আৰু ভাৰত সম্ৰাটৰ ভিতৰত এখন নতুন চুক্তি হয়। এই চুক্তিৰ দ্বাৰা নিজামৰ উপাধি, হায়দ্ৰাবাদ আৰু বেৰাৰৰ নিজাম হল। যুৱৰাজক 'বেৰাৰৰ যুৱৰাজ' নাম কৰণ কৰা হল। বেৰাৰত বৃটিছ পতাকাৰ লগে লগে নিজামৰ পতাকাও উৰুৱা থিৰ হল।

যি বিলাক সৰু সৰু বৃটিছ প্ৰদেশ আছে সেইবিলাক যুক্তৰাষ্ট্ৰ বা কেন্দ্ৰীয় গৱৰ্ণমেণ্টৰ দ্বাৰা শাসিত হব আৰু হৈছে। গৱৰ্ণৰ জেনেৰেলৰ নিয়োজিত চিফ কমিছনাৰ সকল এই প্ৰদেশ বিলাকৰ শাসনকৰ্ত্তা (২)।

প্ৰদেশিক কাৰ্য্য নিৰ্ব্বাহক অনুষ্ঠান

১৯৩৫ চনৰ সংস্কাৰ আইন মতে, বৃটিছ প্ৰদেশ বিলাক স্ব-শাসিত প্ৰদেশ হল আৰু এই ক্ষমতা আইন অনুসৰি সম্ৰাটৰ পৰা পালে। ১৯১৯ চনৰ আইনে দিয়া দ্বৈত শাসন উঠি প্ৰদেশত সম্পূৰ্ণ স্বায়ত্ব শাসন স্থাপিত হল। প্ৰাদেশিক শাসন, প্ৰদেশিক ব্যৱস্থাপকৰ ওচৰত দায়ী হল। আইনে গোটেই প্ৰদেশৰ ক্ষমতা আৰু কৰ্ত্তৃত্ব, ৰজাৰ প্ৰতিনিধি হিছাপে, গৱৰ্ণৰৰ ওপৰতে দিলে। তেওঁৰ এখন মন্ত্ৰী সভা হল। আইনে যি বিলাক বিষয় তেওঁক নিজৰ ক্ষমতাৰে চলাবলৈ আছুতীয়াকৈ থৈছে আৰু যি বিলাক বিষয়ত তেওঁক বিশেষ দায়িত্ব দিছে সেইবিলাকৰ বাহিৰে আন সকলো বিষয়তে তেওঁ মন্ত্ৰীৰ সহায় আৰু পৰামৰ্শ অনুসৰি চলিব লাগে। নিজ ক্ষমতাৰে চলাব পৰা বিষয়ত তেওঁ মন্ত্ৰীৰ পৰামৰ্শ লবৰ আৱশ্যক নকৰে কিন্তু বিশেষ দায়িত্ব থকা বিষয়ত মন্ত্ৰীৰ পৰামৰ্শ ললেও তেওঁবিলাকৰ মত অনুসৰি কাম নকৰিব পাৰে। এই বিষয়ত প্ৰাদেশিক স্বায়ত্ব শাসন খৰ্ব্ব হৈছে। সম্পূৰ্ণ দায়িত্ব পূৰ্ণ শাসনৰ ৰীতি অনুসৰি গৱৰ্ণৰে ব্যৱস্থাপকৰ ওচৰত দায়ী মন্ত্ৰীৰ মতে কাৰ্য্য কৰক নকৰক, পৰামৰ্শ লোৱা উচিত। গৱৰ্ণৰে প্ৰদেশৰ ওপৰত ৰজাৰ ক্ষমতা চলায়।

---

বেৰাৰৰ মানুহে নিজামৰ খিতাপ লব পাৰিব, মধ্য-প্ৰদেশৰ গৱৰ্ণৰ ৰাখোতে নিজামৰ মতো লব লাগিব। আগৰ বছেৰেকীয়া ২৫ লাখ টকা নিজামে এতিয়াও পাব, বেৰাৰৰ লোক-সংখ্যা ৩২ লাখ। মাটি কালি সোতৰ হেজাৰ বৰ্গ মাইল।

(২) চিফ কমিছনাৰৰ প্ৰদেশ—ক্ৰঃ বেলুচিস্থান, আজমিৰ-মাৰোৱাৰ, পান্থ পিপ্‌লডা, কুৰ্গ, দিল্লী, আন্দামান নিকোবৰ দ্বীপ। ওপৰত কোৱা মতে সম্ৰাটে এই বিলাক প্ৰদেশৰো সাল সলনি ঘটাব পাৰে।

শেষ দায়িত্ব সমায় তেওঁৰ ওপৰত। সেই দেখি বিশেষ আৱশ্যকত তেওঁ এনেয়েও নিজ বিচাৰ বুদ্ধিৰে কাম কৰিব পাৰে।

**গৱৰ্ণৰ**

প্ৰাদেশিক চৰকাৰৰ সকলো ক্ষমতাৰ শেষ কৰ্তৃত্ব সম্ৰাটৰ হাতত, সেই ক্ষমতা সম্ৰাটৰ হৈ প্ৰাদেশিক গৱৰ্ণৰ সকলে চলায়। গৱৰ্ণৰক সম্ৰাটে নিয়োগ কৰে। তেওঁবিলাকৰ দৰ্মহা শাসন আইনত ধৰা আছে। অন্যান্য সকলো ৰকম ভাট্টা স-পৰিষদ সম্ৰাটে থিৰ কৰি দিয়ে। অস্থায়ী গৱৰ্ণৰেও স্থায়ী গৱৰ্ণৰৰ সমানেই দৰ্মহা আৰু ভাট্টা পায়। এই টকা বিলাক প্ৰাদেশিক পুঁজিৰ পৰাই দিয়া হয়। প্ৰাদেশিক ব্যৱস্থাপক সভাক শাসন আইনে যি বিলাক বিষয়ত আইন কৰিবলৈ ক্ষমতা দিছে, সেই সকলো বিষয় প্ৰাদেশিক কাৰ্য্য-নিৰ্ব্বাহকৰ দ্বাৰা সম্পাদিত হয়। (১) ওপৰত কৈ অহা নিজ বিবেকাধীন বিষয় বিলাকৰ বাহিৰে আন সকলো বিষয়তে গৱৰ্ণৰে মন্ত্ৰী পৰিষদৰ উপদেশ, পৰামৰ্শ আৰু সহায়ত কাৰ্য্য চলাব, কিন্তু আৱশ্যক অনুসৰি মন্ত্ৰীৰ কৰ্তৃত্বত থকা বিষয়তো তেওঁ নিজ বিবেচনা মতে কাৰ্য্য কৰিব পাৰে। গৱৰ্ণৰে মন্ত্ৰীসভাৰ সভাপতিত্ব কৰিব পাৰে। (২) প্ৰাদেশিক বিষয় বিলাকৰ ভিতৰত কোনটো তেওঁৰ বিশেষ দায়িত্বত আছে, কোনটো তেওঁ নিজ বিবেচনা মতে চলাব লাগে তাক নিৰ্দ্ধাৰণ কৰাত তেওঁৰ সিদ্ধান্তই শেষ সিদ্ধান্ত। তেওঁ কৰা কাৰ্য্যৰ ওপৰত উচিত অনুচিত বিচাৰ কৰা ক্ষমতা কাৰো নাই। প্ৰাদেশিক বিষয়ত তেওঁৰ ক্ষমতা তেওঁৱেই থিৰ কৰে। গৱৰ্ণৰে মন্ত্ৰী সকলক নিয়োগ কৰে আৰু আৱশ্যক

---

(১) বঙ্গদেশ, মাদ্ৰাজ, বোম্বাই, যুক্তপ্ৰদেশৰ গৱৰ্ণৰৰ মহেকীয়া দৰ্মহা এক লাখ বিশ হাজাৰ টকা, পঞ্জাব আৰু বিহাৰৰ এক লাখ টকা, মধ্যপ্ৰদেশৰ বাসত্তৰ হাজাৰ, অসম, উঃ পঃ সীমান্ত প্ৰদেশ, উৰিষ্যা আৰু সিন্ধুৰ ৬৬ হাজাৰ কৈ।

(২) আন স্বায়ত্ত শাসন প্ৰাপ্ত দেশত গৱৰ্ণৰে মন্ত্ৰী সভাৰ সভাপতিত্ব নকৰে। গৱৰ্ণৰ ৰজাৰ প্ৰতিনিধি হিচাপে দলগত ৰাজনীতিৰ ওপৰত থকাহে নিয়ম।

মতে ছেণ্ডবিলাকক গোটায়। মন্ত্ৰীসকলে গৱৰ্ণৰৰ পৰিষদৰ সভ্য হিচাপে শপত গ্ৰহণ কৰে আৰু আৱশ্যক হলে তেওঁকেই পৰামৰ্শ দিয়ে। গৱৰ্ণৰে প্ৰাদেশিক ব্যৱস্থাপক সভাৰ যেই যেই সভ্যকে মন্ত্ৰী পাতিব পাৰে, কিন্তু ৰাজ উপদেশ মতে যি সভ্যই ব্যৱস্থাপক সভাৰ সৰহ-ভাগৰ সমৰ্থন পাই তেনে লোকৰ হে মন্ত্ৰী পাতিব লাগে। ব্যৱস্থাপক সভাৰ সৰহীয়া সভ্যৰ সমৰ্থন পোৱা দলৰ নেতা জনকে মন্ত্ৰী সভা পাতিবৰ কাৰণে গৱৰ্ণৰে আহ্বান কৰাটো চলিত নিয়ম। সেই নেতা জনেই প্ৰধান মন্ত্ৰী হৈ গৱৰ্ণৰৰ সম্মতি সাপেক্ষে অন্যান্য মন্ত্ৰী নিযুক্ত কৰে। মন্ত্ৰী সভাত যাতে সকলো সম্প্ৰদায় আৰু সকলো স্বাৰ্থৰ সভ্যই ঠাই পাই তাৰ বাবে বিশেষ চকু দিব লাগে। যদিও মন্ত্ৰী সকলৰ ব্যক্তিগত দায়িত্ব বা যুটীয়া দায়িত্বৰ কথা শাসন আইনত নাই, তথাপি এনে মতৰ মন্ত্ৰী সকলৰ দ্বাৰা, মন্ত্ৰী সভা গঠিত হৈ যাতে যুটীয়া ভাৱে মন্ত্ৰী মণ্ডলি, শাসনৰ সকলো কাৰ্য্যৰ বাবে দায়ী থাকিব পাৰে তাৰ বিহিত উপায় গৱৰ্ণৰে কৰিব লাগে। ব্যৱস্থাপক সভাৰ সভ্য নোহোৱাকৈ কোনো মন্ত্ৰী ছমাহতকৈ বেছি দিন মন্ত্ৰী পদত থাকিব নোৱাৰে। ব্যৱস্থাপক সভাই

মন্ত্ৰীসভা।

স্থিৰ নকৰালৈকে মন্ত্ৰী সকলৰ দৰ্মহা গৱৰ্ণৰে স্থিৰ কৰি দিয়ে। কাৰ্য্য কালৰ ভিতৰত মন্ত্ৰীৰ দৰ্মহা কম বেছি হব নোৱাৰে। মন্ত্ৰীয়ে গৱৰ্ণৰক কি উপদেশ দিয়ে এই বিষয়ে কোনো আদালতে বিচাৰ কৰিব নোৱাৰে। মন্ত্ৰী নিয়োগ আৰু বৰ্খাস্ত কৰা, আহ্বান কৰা, দৰ্মহা স্থিৰ কৰা আদিত গৱৰ্ণৰে নিজ বিচাৰ বুদ্ধিৰে কাৰ্য্য চলায় (১)

---

(১) ইয়াত দেখা গল ব্যৱস্থাপক সভাৰ দ্বাৰা মন্ত্ৰী নিৰ্বাচন, মন্ত্ৰীয়ে দিয়া পৰামৰ্শ কোনেও বিচাৰ কৰিব নোৱাৰা, মন্ত্ৰী নিয়োগ, বৰ্খাস্ত আদি কৰাত সচৰাচৰ পাৰ্লিয়ামেণ্টৰী প্ৰথা অনুসৰণ কৰা হৈছে। কিন্তু কাৰ্য্যকালৰ ভিতৰত দৰ্মহা কম বেছি কৰিব নোৱাৰা প্ৰথাটো একেবাৰে পাৰ্লিয়ামেণ্টৰী প্ৰথা নহয়। ইয়াৰ দ্বাৰা দায়িত্বৰ কথাটো গুচাই দিয়া হৈছে। গৱৰ্ণৰৰ মতে মন্ত্ৰী সভাত সংখ্যা লঘিষ্ঠ দলৰ সভ্য লোৱা হৈছে যেনিয়েনি আছে।

তলত দিয়া বিষয় বিলাকত গৱৰ্ণৰৰ বিশেষ দায়িত্ব আছে:— (ক) তেওঁৰ প্ৰদেশ বা প্ৰদেশৰ কোনো অংশত শান্তি ভঙ্গ হলে তাক নিবাৰণ কৰা। (খ) সংখ্যা লঘিষ্ঠ সম্প্ৰদায়ৰ আইন সঙ্গত স্বত্ব ৰক্ষা কৰা। (গ) আগৰ আৰু বৰ্ত্তমানৰ চিভিল চাৰ্ভিচৰ বিষয়া সকলৰ আৰু তেওঁ বিলাকৰ পৰিয়ালৰ লোক সকলৰ স্বত্ব ৰক্ষা কৰা। (ঘ) অন্যায়কৈ কাৰবাৰ ওপৰত আইন কৰিলে বন্ধ কৰা। (ঙ) শাসন বহিভূৰ্ত অঞ্চল বা আংশিক ভাৱে শাসন বহিভূৰ্ত অঞ্চলৰ সুশাসন আৰু শান্তিৰ ব্যৱস্থা কৰা। (চ) প্ৰদেশৰ ভিতৰত থকা দেশীয় ৰাজ্যৰ স্বত্ব ৰক্ষা কৰা আৰু ৰজাৰ মৰ্য্যদা আৰু স্বত্ব ৰক্ষা কৰা। (ছ) গৱৰ্ণৰ জেনেৰেলে তেওঁৰ বিচাৰ বুদ্ধিৰে কৰিবলগীয়া কামৰ ভিতৰত কোনো কাম কৰিবলৈ আদেশ দিলে তাক কৰা।

গৱৰ্ণৰৰ বিশেষ দায়িত্ব কৰা বিষয়

ইয়াৰ বাহিৰে মধ্য প্ৰদেশৰ গৱৰ্ণৰে তেওঁৰ প্ৰদেশৰ ৰাজস্বৰ উচিত অংশ বেৰাৰত খৰচ কৰা হয়নে নহয় তাত চকু দিব লাগে আৰু সেই বিষয়ে দায়িত্ব গ্ৰহণ কৰিব লাগে, সিন্ধু দেশৰ গৱৰ্ণৰৰ লয়েড মধাউৰি আৰু খালৰ সুশাসন সম্পৰ্কে দায়িত্ব থাকে।

প্ৰদেশৰ নিমিত্তে এজন এডভকেট জেনেৰেল বা আইন বিষয়া নিয়োগ কৰা গৱৰ্ণৰৰ কৰ্ত্তব্য। হাইকৰ্টৰ বিচাৰক হবলৈ যিখিনি গুণৰ আৱশ্যক, এডভকেট জেনেৰেল হবলৈও সেইখিনি গুণ লাগে। প্ৰদেশ সম্বন্ধীয় আইনৰ বিষয়ত যি কাম তেওঁক গৱৰ্ণৰে কৰিবলৈ দিয়ে সেই কাম তেওঁ কৰিব লাগে। সাধাৰণতে প্ৰাদেশিক চৰকাৰক আইন বিষয়ত পৰামৰ্শ দিয়াই তেওঁৰ কাম। এওঁৰ নিযুক্তি, দৰ্মহা আৰু বৰ্খাষ্ট মন্ত্ৰীসভাৰ লগত পৰামৰ্শ কৰিলে গৱৰ্ণৰৰ নিজ বিবেচনাত হয়। এডভকেট জেনেৰেলে প্ৰাদেশিক আইন সভাত যোগ দিব পাৰিব কিন্তু ভোট দিব নোৱাৰে।

এডভকেট জেনেৰেল

গৱৰ্ণৰৰ চেক্ৰেটৰি

প্ৰদেশৰ এজন উপযুক্ত লোকক গৱৰ্ণৰে নিজা চেক্ৰেটৰি হিচাপে মকৰল কৰিব পাৰে। গৱৰ্ণৰে নিজে আন বিষয়াও ৰাখিব পাৰে। এই বিধৰ বিষয়াৰ ওপৰত মন্ত্ৰী সকলৰ হাত নাই।

বিপ্লৱী দমন ব্যৱস্থা

প্ৰদেশৰ সকলো কাৰ্য্য ব্যৱস্থাপক সভা আৰু মন্ত্ৰীসভাৰ কৰ্তৃত্বতে চলে। ইয়াৰ বাহিৰে প্ৰদেশিক কোনো বিষয় চলাবৰ নিমিত্তে আন কাৰ্য্যনিৰ্ব্বাহক মন্ত্ৰী নাথাকে। কিন্তু আৱশ্যক মতে বিপ্লৱী-আদিৰ ভয় হলে গৱৰ্ণৰে নিজ ক্ষমতা প্ৰয়োগ কৰি বিপ্লৱ দমন কৰিব পাৰে। এনে কৰিবলৈ হলে গৱৰ্ণৰে এজন বিশেষ বিষয়া নিয়োগ কৰিব পাৰে। এই বিষয়া জনে ব্যৱস্থাপক সভাত গৱৰ্ণৰে কবলগীয়া কথা ব্যক্ত কৰে। এওঁৰ ব্যৱস্থাপক সভাত কথাকোৱা আলোচনা কৰা আদি ক্ষমতা থাকিব কিন্তু ভোট দিয়া ক্ষমতা নাথাকে; ইয়াৰ বাহিৰে গৱৰ্ণৰে বিপ্লৱীৰ ফুট খেদা পুলিচক, বিপ্লৱীৰ বিষয় সকলো কথা পুলিচৰ ইনচ্পেক্টৰ জেনেৰেল, পুলিচ কমিচনাৰ্ বা গৱৰ্ণৰে নিৰ্দ্দিষ্ট কৈ দিয়া কোনো বিষয়াৰ আগতহে কবলৈ আদেশ দি, এই বিষয় উচিত বিধান কৰিব পাৰে।

প্ৰাদেশিক কাৰ্য্য নিৰ্ব্বাহ

মন্ত্ৰী সকলৰ সৈতে পৰামৰ্শ কৰি গৱৰ্ণৰে প্ৰদেশৰ শাসন কাৰ্য্য আদি চলোৱাৰ নিয়ম কাৰণ কৰিব। তেওঁৰ বিশেষ দায়িত্ব থকা বিষয় বিলাক মন্ত্ৰী সকলক জনাই দিব। তেনে বিশেষ দায়িত্ব থকা বিষয়ে মন্ত্ৰীয়ে কিবা কাৰ্য্য কৰিব লগীয়া হলে আৰু আলোচনা আদি হব লগীয়া থাকিলে, মন্ত্ৰীয়ে উক্ত বিষয় আগতে গৱৰ্ণৰক জনাব লাগে।

প্ৰাদেশিক শাসন সম্বন্ধীয় বিষয় বিলাক কেবাটাও ভাগত ভাগ কৰা হৈছে। অৰ্থ বিভাগ, স্বৰাষ্ট্ৰবিভাগ, ৰাজস্ব বিভাগ, শিক্ষা বিভাগ, কৃষিশিল্প

বিভাগ, ৰেজিষ্ট্ৰেচন বিভাগ, স্বায়ত্ত শাসন বিভাগ আদি (১)। এই বিভাগ বিলাক মন্ত্ৰী সকলে নিজৰ ভিতৰত ভাগ কৰি লয়। এজন মন্ত্ৰীৰ শাসনত এটাত কৈ বেছি বিষয়ো থাকিব পাৰে। সকলো বিষয়বোৰ ভাৰ প্ৰাপ্ত মন্ত্ৰীজনে স্ব ইচ্ছাই চলালেও বিশেষ দায়িত্বশীল বিষয় বিলাক মন্ত্ৰীসকলে পৰামৰ্শ কৰি চলায়। মন্ত্ৰী সকলৰ ভিতৰত যাতে যুটীয়া দায়িত্ব প্ৰচলিত হয় তাৰ কাৰণে সম্ৰাটে আদেশ পত্ৰৰ দ্বাৰা গৱৰ্ণৰক চকুদিবলৈ কোৱা আছে। বৰ্ত্তমান চলিত মন্ত্ৰী সভা বিলাকো সেই দলৰেই চলিছে। যি দলৰেই মন্ত্ৰী সভা হওক লাগে, সেই দলৰ মতত খাপ্ খোৱা বিভিন্ন সম্প্ৰদায়ৰ লোকে মন্ত্ৰী সভাত ঠাই পাইছে। গৱৰ্ণৰে মন্ত্ৰী নিয়োগ কৰোতে সংখ্যা লঘিষ্ঠ দলৰ মন্ত্ৰী লোৱাৰ বিষয়ত মন্ত্ৰী সভাত মতানৈক্য হোৱাৰ যি আশঙ্কা কৰা হৈছিল, কাৰ্য্য ক্ষেত্ৰত তেনে বিশেষ একো হোৱা নাই। (২) প্ৰদেশ ডাঙৰ সৰু হিচাপে মন্ত্ৰী সকলৰ সংখ্যা কম বেছিকৈ লোৱা হৈছে। মন্ত্ৰী-সংখ্যা সদায় একেৰৰে নাথাকিবও পাৰে।

---

(১) সাধাৰণ বিভাগ বিলাক; ওপৰত দিয়াবোৰৰ বাহিৰে—স্বাস্থ্য, পূৰ্ত্ত, বাণিজ্য, যানবাহন, শ্ৰমিক, পুলিচ-জেল, সমবায়, বন, আবকাৰী, আদি।

(২) প্ৰাদেশিক স্বায়ত্ত শাসন প্ৰতিষ্ঠাৰ লগে লগে যি নিৰ্ব্বাচন হল, সেই নিৰ্ব্বাচনত সৰহ ভাগ প্ৰদেশত কংগ্ৰেছী সভ্যই সৰহীয়াকৈ নিৰ্ব্বাচিত হল, প্ৰথমতে কংগ্ৰেছে মন্ত্ৰীত্ব গ্ৰহণ কৰাৰ কথা নাছিল। কিন্তু শেষত কোনো কোনো প্ৰদেশত কংগ্ৰেছ দলৰ আগত কোনো মন্ত্ৰীসভা টিকা আশা নাইকিয়া হল, গতিকে গৱৰ্ণৰ সকলে যতদূৰ সম্ভৱ নিজৰ বিশেষ ক্ষমতা প্ৰয়োগ নকৰাৰ চৰ্ত্তত কংগ্ৰেছে মন্ত্ৰীত্ব ললে। প্ৰতি কংগ্ৰেছী মন্ত্ৰীৰ দৰ্মহা ৫০০,ৰ ওপৰ হব নোৱাৰিব, প্ৰথমতে অনাৰেবল চাৰ চাদুল্লা অসমৰ, অনাৰেবল ফজলুল হক বঙ্গদেশৰ, অনাৰেবল ইউনুচ বিহাৰৰ, পাৰলাকিমেডিৰ ৰাজাবাহাদুৰ উৰিষ্যাৰ, অনাৰেবল খাৰেখেৰাও মধ্যপ্ৰদেশৰ, চাৰ চেকেন্দাৰ হায়াত খান পঞ্জাবৰ, অনাৰেবল হেদায়েতুল্লা সিন্ধুৰ, অনাৰেবল এ. কোৱাছেম সীমান্তৰ; অনাৰেবল ভি, কে, ৰেড্ডি মাদ্ৰাজৰ আৰু অনাৰেবল কুপাৰ বোম্বাইৰ প্ৰধান মন্ত্ৰী হৈ মন্ত্ৰী সভা গঠন কৰে। পাচত বিহাৰত শ্ৰীকৃষ্ণ

শাসন কাৰ্য্য চলাবৰ নিমিত্তে যি কাৰ্য্যালয় বা প্ৰতিষ্ঠান তাক 'চেক্ৰেটৰিয়েট' বোলে। ব্যৱস্থাপক সভাৰ নিৰ্দ্দেশ মতে প্ৰদেশৰ মন্ত্ৰী সকলে শাসন কাৰ্য্য চলায়, কিন্তু দৈনিক শাসন সম্বন্ধীয় সকলো কাৰ্য্য মন্ত্ৰী সকলে নিজে চলোৱা সম্ভৱ পৰ নহয়। প্ৰাদেশিক আইন সভা পৰিৱৰ্ত্তন হোৱাৰ লগে লগে মন্ত্ৰী সকলো সাধাৰণতে পৰিৱৰ্ত্তন হয়, গতিকে শাসন কাৰ্য্য মন্ত্ৰী সকলৰ দ্বাৰা একেবাৰে চলাই থকাও সম্ভৱ নহয়। সেই কাৰণে মন্ত্ৰী সকলৰ তলত স্থায়ী চেক্ৰেটৰি সকল থাকে। শাসনৰ এটা বা অধিক বিভাগ এজোজন চেক্ৰেটৰিয়ে চলায়। প্ৰদেশ অনুসৰি চেক্ৰেটৰিৰ সংখ্যা কম বেছি থাকে। এই চেক্ৰেটৰি সকলৰ তলত এক বা ততোধিক সহকাৰী চেক্ৰেটৰি থাকে। এওঁ বিলাকে স্থায়ী কৰ্ম্মচাৰী হিচাপে, সাল সলনি হৈ থকা মন্ত্ৰী সকলক পৰামৰ্শদি সহায় কৰে আৰু মন্ত্ৰী সকলৰ মতেই শাসন কাৰ্য্য চলায়। সাধাৰণতে আই, চি, এচ বা ওপৰ থাপৰ আন বিষয়াৰ পৰা তিনি বছৰৰ কাৰণে চেক্ৰেটৰি মকৰৰ কৰা হয়। চেক্ৰেটৰি সকলৰ ওপৰত ভাৰ থকা বিষয় বিলাক চলাবৰ কাৰণে ডাঙৰীয়া তলতীয়া কেৰেণী আদি অন্যান্য বিষয়া থাকে।

প্ৰাদেশিক চেক্ৰেটৰিয়েট

মন্ত্ৰী আৰু চেক্ৰেটৰি সকলৰ নিৰ্দ্দেশ মতে কাৰ্য্য কৰিবৰ নিমিত্তে বিভাগীয় প্ৰধান বিষয়া থাকে। সেই সকল হৈছে: শিক্ষা বিভাগৰ ডিৰেক্টৰ, পুলিচৰ ইন্‌স্‌পেক্টৰ জেনেৰেল, জেলৰ ইন্সপেক্টৰ জেনেৰেল, কৃষি বিভাগৰ ডিৰেক্টৰ,

বিভাগীয় প্ৰধান বিষয়া

সিংহ, উৰিষ্যাত শ্ৰীযুক্ত বিশ্বনাথ দাস, যুক্ত প্ৰদেশত পণ্ডিত গোবিন্দ বল্লভ পন্থ, সীমান্তত ডাঃ খাঁ, বোম্বাইত মিঃ খেৰ, মাদ্ৰাজত ৰাজ গোপাল আচাৰিয়াৰ আৰু মধ্য প্ৰদেশত ডাঃ খাৰে আছিল, এতিয়া পণ্ডিত শুক্ল হৈছে। অসমৰ প্ৰতিক্ৰিয়াশীল চাদুল্লা মন্ত্ৰীসভাৰ পতনত 'কোৱালিচন' বা সংযুক্ত মন্ত্ৰীসভা মাননীয় গোপীনাথ বৰদলৈৰ প্ৰধানমন্ত্ৰীত্বত হৈছে। এই মন্ত্ৰীসভা কংগ্ৰেচৰ নীতি মতেই চলিব।

ৰেজিষ্ট্ৰেচনৰ ইন্সপেক্টৰ জেনেৰেল, শিল্প বিভাগৰ, আবকাৰী কমিছনাৰ, আদি (১)।

**প্ৰাদেশিক ব্যৱস্থাপক সভা**—প্ৰতি প্ৰাদেশিক শাসনৰ গুৰিত আছে, গৱৰ্ণৰ, মন্ত্ৰীসভা আৰু ব্যৱস্থাপক সভা। কোনো প্ৰদেশত এই ব্যৱস্থাপক সভাৰ উচ্চ আৰু নিম্ন দুই শাখা আছে আৰু কোনো প্ৰদেশত ব্যৱস্থাপক সভা মাত্ৰ এখনেই। উচ্চ সভাক ইংৰাজীত লেজিছ লেটিভ কাউন্সিল আৰু নিম্ন সভাক লেজিছ লেটিভ এচেম্বলি বোলে। আৱশ্যক অনুসৰি আমি কাউন্সিল আৰু এচেম্বলি বুলিয়েই কৈ যাম। বঙ্গদেশ, বোম্বাই, মাদ্ৰাজ, যুক্তপ্ৰদেশ, অসম আৰু বিহাৰত ব্যৱস্থাপকৰ দুই পৰিষদ আছে। সীমান্ত, পঞ্জাব, সিন্ধু, উৰিষ্যা আৰু মধ্য প্ৰদেশত ব্যৱস্থাপক সভা এখনীয়া। গৱৰ্ণৰৰ সম্মতি নহলে কোনো আইনেই দুই

---

(১) **১৯৩৫ চনৰ শাসননীতিমতে অসম দেশৰ প্ৰথম আৰু দ্বিতীয় মন্ত্ৰী সভা**—অনাৰেবল চাৰ মহম্মদ চাদুল্লা কে, টি, এম, এ, বি, এল, প্ৰধান মন্ত্ৰী। অনাৰেবল শ্ৰীযুত ৰোহিণীকুমাৰ চৌধুৰী বি, এল, অনাৰেবল ৰেভাৰেণ্ড জবমোহন নিকলাচ ৰয় বি, এ, অনাৰেবল ছামচুল উলেমা মৌলানা আবু মহম্মদ ৱাহেদ এম, এ, অনাৰেবল মৌলবী মহম্মদ আলি হায়দাৰ খান, অলপ দিনৰ আগতে মন্ত্ৰী সভা ভাঙি ৱাহেদ আৰু হায়দাৰ খাঁ চাহাবক গুচাই তেওঁলোকৰ ঠাইত মোঃ মফিজ চৌধুৰী বি, এল, আৰু মোঃ মনোৱাৰ আলি বি, এলক লোৱা হৈছে। তাৰোপৰি শ্ৰীযুত অক্ষয়কুমাৰ দাসক মন্ত্ৰী সভাত বেছিকৈ লোৱা হল।

**তৃতীয় কোৱালিচন কেবিনেট বা সংযুক্ত মন্ত্ৰীসভা**—অনাৰেবল গোপীনাথ বৰদলৈ এম, এ, বি, এল, (প্ৰধান মন্ত্ৰী—হম আৰু শিক্ষা); অনাৰেবোল ফকৰুদ্দিন আলি আহমদ এম, এ, বাৰ-এট-ল, (অৰ্থ আৰু ৰাজহ); অনাৰেবোল ৰূপনাথ ব্ৰহ্ম (বন আৰু ৰেজিষ্ট্ৰেচন); অনাৰেবোল ৰামনাথ দাস বি, এল, (মেডিচিন, স্বাস্থ্য); অনাৰেবোল অক্ষয়কুমাৰ দাস (শিল্প আৰু বাণিজ্য); অনাৰেবোল কামিনীকুমাৰ সেন (বিচাৰ আৰু স্বায়ত্তশাসন); অনাৰেবোল খান বাহাদুৰ মাকুৰআলি (কৃষি); অনাৰেবোল আলি হায়দৰ খান (সাধাৰণ)।

সভাত পাছ হলেও কাৰ্য্যকৰী নহয়। সেইদেখি গৱৰ্ণৰকো আইন সভাৰ অঙ্গ বুলি ধৰা হয়। এইদৰে দেখা যায় দুই পৰিষদ যুক্তপ্ৰদেশত তিনিখন দুৱাৰ সৰকিলেহে বিল আইনত পৰিণত হয়। প্ৰাদেশিক ব্যৱস্থাপক সভাৰ এচেম্বলি পাচ বছৰতকৈ বেছি থাকিব নোৱাৰে। আৱশ্যক বুজিলে তাৰ আগতো গৱৰ্ণৰে এচেম্বলি ভাঙি দি নতুন নিৰ্ব্বাচন কৰিব পাৰে (১)। এই প্ৰাদেশিক এচেম্বলিৰ পৰাই

এচেম্বলি।

যুক্ত ৰাষ্ট্ৰৰ এচেম্বলিলৈ সভ্য পঠোৱা ব্যৱস্থা কৰা হৈছে। যুক্তৰাষ্ট্ৰৰ আইন সভাৰ নিম্ন শাখাৰ সভ্য নিৰ্ব্বাচন প্ৰসঙ্গত এই কথা কোৱা হৈছে।

লেজিচ্লেটিভ্ কাউন্সিল স্থায়ী সভা, প্ৰতি তিনি বছৰে এই সভাৰ তিনি ভাগৰ এভাগ সভ্যই অৱসৰ পাব আৰু

কাউন্সিল

তেওঁবিলাকৰ ঠাইত নতুন সভ্য নিৰ্ব্বাচিত হব। যত জমিদাৰ, শ্ৰেণীৰ মানুহ বা অন্য প্ৰকাৰৰ বিশেষ ধনী মানুহ থাকে তাতহে উচ্চ পৰিষদ গঠিত হয়। এই সভা স্থিৰবুদ্ধি সম্পন্ন, দূৰদৰ্শী, সম্মানিত, ব্যক্তিত্ব সম্পন্ন, অভিজ্ঞ লোকৰ সভাবুলি ভবা হয়। আগত কৈ অহা দৰে যুক্ত ৰাষ্ট্ৰীয় চৰ্কাৰৰ এনে পৰিষদৰ আৱশ্যক হব পাৰে, কিন্তু প্ৰাদেশিক শাসনত এনে পৰিষদৰ বিশেষ কাম নাই বুলি অনেকে মত প্ৰকাশ কৰে। তেওঁবিলাকে কয় অবাবত এখন অনাৱশ্যকীয় সভাত ধন খৰচ কৰাৰ উপৰিও এনে সভাই সৰ্ব্বসাধাৰণৰ প্ৰতিনিধিৰে গঠিত নিম্ন পৰিষদৰ কামত বাধাও জন্মাব পাৰে। অনেকৰ মতে আকৌ এই সভা নিতান্ত থকা উচিত। পাৰ্লিয়ামেণ্টৰী শাসনৰ আৱশ্যকীয় অঙ্গ।

---

(১) কোনো বিষয়ত নিৰ্ব্বাচকমণ্ডলিৰ মত লোৱা আৱশ্যক বুলিলে এচেম্বলি ভাঙি নতুন নিৰ্ব্বাচন কৰিব পাৰে। নতুন নিৰ্ব্বাচন কৰোতে যি বিষয়ত মত লোৱা হয়, সেই বিষয়ক সমৰ্থন কৰা লোকো সভ্য প্ৰাৰ্থী হয়; যদি এনে প্ৰাৰ্থীয়েই সৰহীয়াকৈ নিৰ্ব্বাচিত হৈ আছে, তেন্তে জানিব লাগিব, নিৰ্দ্দিষ্ট বিষয়ত দেশৰ সৰহ ভাগৰ সমৰ্থন আছে।

[ প্ৰদেশ বিলাকত কেনেকৈ আইন কৰাৰ ক্ষমতা দিয়া হৈছে আৰু কেনেকৈ আইন সভা প্ৰতিষ্ঠা কৰা হৈছে তাৰ আগতে কৈ অহা হৈছে। ১৮৬১ চনত গৱৰ্ণৰ জেনেৰেলৰ সম্মতি লৈ মাদ্ৰাজ আৰু বোম্বায়ে আইন কৰিব পৰা হয়। তেতিয়া প্ৰাদেশিক ব্যৱস্থাপক সভা বিলাক শাসন পৰিষদৰে পৰিবৰ্দ্ধিত সভা হিচাপেই চলিছিল। ১৮৯২ চনত প্ৰাদেশিক ব্যৱস্থাপক সভাবিলাক ডাঙৰ কৰা হল, কিন্তু তাত বেচৰকাৰীয়া বিষয়াৰ সংখ্যা সৰহ ৰখা হল। তেওঁবিলাকে যি বেছি ক্ষমতা পাইছিল, সেই ক্ষমতা পৰামৰ্শমূলক হে। ১৯০৯ চনৰ মৰ্লি মিণ্টো সংস্কাৰ মতে ডাঙৰ প্ৰদেশবিলাকত ৫০ জনলৈকে আৰু সৰু প্ৰদেশবিলাকত ৩০ জনলৈকে সভ্য লৈ ব্যৱস্থাপক সভা গঠিত হয়। এইবাৰ বিষয়াৰ বাহিৰে আন সভ্য, সভা বিলাকত বেছি কৰা হয়; এইবাৰতে সাম্প্ৰদায়িক নিৰ্ব্বাচন প্ৰথা ওলায়। মৰ্লি মিণ্টো সংস্কাৰে আইন কৰাত আৰু পৰামৰ্শ দিয়াত অলপ ক্ষমতা দিলে যদিও শাসনৰ ওপৰত বিশেষ একো ক্ষমতা দিয়া নাছিল, তেতিয়াও দেশৰ শাসন কৰ্ত্তাই আইন কৰা বিষয়তো ওপৰ হাত ৰখা নিয়ম আছিল। ১৯১৯ চনৰ আইনে প্ৰদেশত দ্বৈত শাসন প্ৰৱৰ্ত্তন কৰিলে আৰু নিৰ্ব্বাচিত সভ্য সংখ্যা আগতকৈ বহুত বেছি কৰিলে। এই দ্বৈত শাসন চলা যোল বছৰৰ পাচত বৰ্ত্তমানৰ শাসন সংস্কাৰ আইন প্ৰৱৰ্ত্তিত হৈছে। ]

প্ৰাদেশিক ব্যৱস্থাপকৰ ক্ৰম বিকাশ

১৯৩২ চনৰ সিদ্ধান্ত মতে (১) আইন সভা বিলাকলৈ সাম্প্ৰদায়িক হিচাপে সভ্য পঠোৱা থিৰ হয়। পাৰ্লিয়ামেণ্টে আগতে আন ব্যৱস্থা নকৰিলে দহ বছৰলৈ আইন সভাৰ গঠন প্ৰণালী বা সভ্য সংখ্যাৰ সালসলনি হব নোৱাৰিব। সকলোবিলাক পৃথক স্বাৰ্থৰ প্ৰতিনিধি ব্যৱস্থাপক সভালৈ নিয়াৰ ব্যৱস্থা

আইন সভাৰ গঠন প্ৰণালী

(১) ৰাউণ্ড টেবল কন্‌ফাৰেন্স প্ৰসঙ্গত কোৱা হৈছে। ১৯৩২ চনত বৃটিছৰ প্ৰধান মন্ত্ৰী ৰামছে মেকডনেল্ডে এই সাম্প্ৰদায়িক ভাগ বটোৱা কৰে।

কৰা সহজ নহয় সেই কাৰণে বাম পৰি যোৱা স্বাৰ্থ বা সম্প্ৰদায়ৰ বা মহিলা সকলৰ প্ৰতিনিধি পঠাব পৰাকৈ উচ্চ পৰিষদত গৱৰ্ণৰে মনোনীত কৰি পঠোৱা সভ্যৰ দ্বাৰা পূৰ্ণ কৰিবৰ নিমিত্তে প্ৰতি প্ৰদেশত দুই চাৰি আসন ৰখা হৈছে। প্ৰদেশ অনুসৰি কাউন্সিলৰ সভ্য সংখ্যা কম বেছিকৈ নিৰ্দ্ধাৰিত কৰা আছে, বঙ্গদেশত ৬৫; বোম্বাইত ৩০; অসমত ২২; বিহাৰত ৩০; মাদ্ৰাজত ৫৪; যুক্ত প্ৰদেশত ৬০। এই সভ্যৰ ভিতৰত বঙ্গত ৬৩ তকৈ, বোম্বাই আৰু বিহাৰত ২৯ তকৈ, মাদ্ৰাজত ৫৪ তকৈ; যুক্ত প্ৰদেশত ৫৮ তকৈ আৰু অসমত ২১ তকৈ কম হব নোৱাৰিব। সংখ্যা কম কৰিব পৰা খিনি গৱৰ্ণৰৰ মনোনীতৰ ভিতৰত হে হব লাগিব, কাৰণ ভাগ পতাই থোৱা আসনৰ পৰা কম কৰা সম্ভৱ নহয় (১)।

কাউন্সিলৰ সভ্যসংখ্যা

প্ৰদেশৰ আয়তন লোকসংখ্যা আদিৰ অনুপাতে এচেম্বলিবো সভ্য সংখ্যা কম বেছি নিৰ্দ্ধাৰণ কৰা হৈছে। এচেম্বলিত মনোনীত সভ্যৰ নিমিত্তে আসন নাই। ইয়াৰ আসন বিলাক সাম্প্ৰদায়িক হিচাপে ভাগ কৰি দিয়া হৈছে। প্ৰদেশ হিচাপে নিম্ন পৰিষদ বা এচেম্বলিৰ মুঠ সভ্য সংখ্যা—অসম ১০৮; বঙ্গদেশ ২৫০; বিহাৰ ১৫২; উড়িষ্যা ৬০; মাদ্ৰাজ ২১৫; বোম্বাই ১৭৫; সিন্ধু ৬০; উত্তৰ পশ্চিম সীমান্ত প্ৰাদেশ ৫০; পঞ্জাব ১৭৫; যুক্তপ্ৰদেশ ২২৮; মধ্যপ্ৰদেশ আৰু বেৰাৰ ১১২; সভ্যৰ সংখ্যা বঙ্গদেশত সকলোতকৈ বেছি আৰু উত্তৰ পশ্চিম সীমান্ত প্ৰদেশতে সকলোতকৈ কম।

এচেম্বলিৰ সভ্যসংখ্যা

(১) অসমৰ ২২ জনৰ ভিতৰত:—সাধাৰণ ১০; মুছলমান ৬; ইউৰোপীয়ান ২; গৱৰ্ণৰৰ মনোনীত ৪ জনৰ বেছি হব নোৱাৰে।

বঙ্গদেশৰ ৬৫ জনৰ ভিতৰত:—সাধাৰণ ১০, মুছলমান ১৭; ইউৰোপীয়ান ১; আৰু আৰু গৱৰ্ণৰৰ মনোনীত বৰ বেছি ৮ নিম্ন পৰিষদৰ দ্বাৰা অধিকৃত আসন ২৭।

সভ্য সকলে ৰাইজৰ প্ৰতিনিধি স্বৰূপে দেশৰ শাসন কাৰ্য্য সম্পাদনত মতামত দিয়ে। দেশৰ মানুহ সকলোবোৰ গোটখাই নিজৰ মতামত ব্যক্ত কৰা সম্ভৱ নহয় কাৰণে এনে প্ৰতিনিধিৰ ব্যৱস্থা কৰা হৈছে। গণতন্ত্ৰ মতে চলা পুৰণি কালিয়া অনেক ৰাজ্যত সকলো মানুহ একেঠাই হৈ আলোচনা আদি কৰাৰ কথা বুৰঞ্জীয়ে কয়। অৱশ্যে তেতিয়াৰ গণতন্ত্ৰ, আয়তনত আজি কালিতকৈ অনেক সৰু আছিল। একোখন নগৰো একোখন ৰাজ্য আছিল। বৰ্ত্তমান চুইজাৰ লেণ্ডৰ কোনো সমষ্টিত বা প্ৰদেশত এনে গণতন্ত্ৰ এতিয়াও আছে। বৰ্ত্তমান

**নির্ব্বাচক সকলৰ ভাগ**

সাধাৰণতে ভাৰতীয় নিৰ্ব্বাচক সকলক গাৱলীয়া আৰু নগৰীয়া দুই ভাগত ভাগ কৰি লোৱা হৈছে, ইয়াৰ উপৰিও সাম্প্ৰদায়িক হিচাপে এইদৰে ভাগ কৰা হৈছে:—পুৰুষৰ—সাধাৰণ, মুছলমান, ইউৰোপীয়ান, এংলো ইণ্ডিয়ান, ভাৰতীয় খৃষ্টান শিখ। মহিলাৰ—সাধাৰণ, মুছলমান, এংলো ইণ্ডিয়ান, ভাৰতীয় খৃষ্টান। স্বাৰ্থ অনুসৰি জমিদাৰ, বনুৱা, ভাৰতীয় ব্যৱসায়ী, বিশ্ববিদ্যালয়, ইউৰোপীয় ব্যৱসায়ী আৰু অনুন্নত জাতি। সাধাৰণ সমষ্টি আকৌ দুইভাগে ভাগ কৰা হৈছে—হিন্দু আৰু অনুন্নত হিন্দু। (১) আইন সভা বিলাকৰ, জড়িত সংখ্যা গৰিষ্ঠ দলৰ মতলৈ সম্বিধান, সম্ৰাটে ১০ বছৰৰ পাচত আৱশ্যক বুজিলে সম্প্ৰদায়িক নিৰ্ব্বাচন উঠাই দিব পাৰে।

---

(১) অসমৰ ১০৮টা আসন এইদৰে ভাগ কৰা হৈছে—সাধাৰণ ৪৭, (অনুন্নত ৭); পাচপৰা জাতি ৯; মুছলমান ৩৪; ইউৰোপীয় ১; ভাৰতীয় খৃষ্টান ১; শিল্প বাণিজ্য, চাহ ব্যৱসায়ী ১১; বনুৱা ৪; মহিলা ১।

বঙ্গদেশত—মুঠ ২৫০; সাধাৰণ (অনুন্নত ৩০); মুছলমান ১১৭; এংলো ইণ্ডিয়ান ৩; ইউৰোপীয় ১১; ভাৰতীয় খৃষ্টান ২; শিল্প বাণিজ্য আদি ১৯; জমিদাৰ ৫; বিশ্ববিদ্যালয় ২; বনুৱা ৮; মহিলাৰ সাধাৰণ ২; মুছলমান ২; এংলো ইণ্ডিয়ান ১।

উড়িষ্যা আৰু অসমত মহিলাৰ নিৰ্ব্বাচনত সাম্প্ৰদায়িক নিৰ্ব্বাচনৰ ব্যৱস্থা নাই।

তলত দিয়া বিষয় বিলাকৰ ওপৰত ব্যৱস্থাপকৰ সভ্য নির্ব্বাচনত ভোট দিয়াৰ ক্ষমতা নির্ভৰ কৰে। সম্প্ৰদায়, থকাঠাই, টেক্স, সম্পত্তি, শিক্ষা, সৈন্য,

ভোটদাতা সকলৰ যোগ্যতা

তিৰোতা। স্বার্থ সম্পৰ্কিত আৰু অন্যান্য ধৰণৰ দুই এক বিষয়তো ভোট দিয়াৰ অধিকাৰ নির্ভৰ কৰে। বাগিছাৰ মালিকে প্ৰতিনিধি পঠাবলৈ হলে কেনেকুৱা বাগিছাৰ মালিকে ভোট দিব পাৰিব বা বাগিছাৰ আন কোনো কৰ্ম্মচাৰীয়ে ভোট দিব পাৰিব তাক নির্দ্দিষ্ট কৰি দিয়া আছে। বিশ্ববিদ্যালয়ৰ প্ৰতিনিধি নির্ব্বাচন কৰিবলৈ হলে, সম্পৰ্কিত বিশ্ববিদ্যালয়ৰ প্ৰতি গ্ৰেজুৱেটেই ভোট দিব পাৰিব, ইত্যাদি। সম্প্ৰদায় হিছাপে যি সম্প্ৰদায়ৰ লোক সেই সম্প্ৰদায়ৰ নির্দ্দিষ্ট আসনৰ কাৰণেহে ভোট দিব পাৰিব। হিন্দু এজনে মুছলমানৰ কাৰণে থোৱা আসনলৈ প্ৰাৰ্থী হোৱা লোকক ভোট দিব নোৱাৰে, সেইদৰে মুছলমানেও সাধাৰণৰ কাৰণে, শিখৰ কাৰণে বা আন কাৰবাৰ কাৰণে ভোট দিব নোৱাৰে। মুছলমানে মুছলমানক আৰু শিখে শিখক হে ভোট দিব পাৰিব। এইদৰেই সকলো বিষয় নির্দ্দিষ্ট হৈ আছে। বছৰৰ সৰহ ভাগ সময় মানুহ জন যত থাকে বা যি সম্পত্তিৰ ওপৰত নির্ভৰ কৰি ভোটৰ অধিকাৰ পাইছে সেই সম্পত্তি যত থাকে, সেই ঠাইৰপৰা ওলোৱা প্ৰাৰ্থীকহে ভোট দিব পাৰে। এটা নির্দ্দিষ্ট হাৰত টেক্স দিয়া লোকে ভোট দিব পাৰে। সম্পত্তিৰ মূল্য অনুসৰি তাৰ ওপৰত লগা খাজনা বা টেক্সৰ নির্দ্দিষ্ট নিৰিখ অনুপাতে ভোট দিয়াৰ অধিকাৰ পায়; শিক্ষাৰ হিছাপে, উত্তীর্ণ হোৱা পৰীক্ষা আদি লৈ মন কৰি যোগ্যতা থিৰ কৰা হয়। সৈন্য বিভাগৰ কাম কৰা লোকৰ ভোট দিয়া যোগ্যতাত বিশেষত্ব আছে। পুৰুষৰ যোগ্যতাতকৈ বহুত কম যোগ্যতাতো তিৰোতাক ভোটৰ অধিকাৰ দিয়া হয়। ভোট দিয়াৰ অধিকাৰ পাবলৈ আৰু ব্যৱস্থাপক সভাৰ সভ্য প্ৰাৰ্থী হবলৈ হলে, মানুহজন বৃটিছৰ প্ৰজা, দেশীয় ৰাজ্যৰ ৰজা বা প্ৰজা হব লাগিব।

তেওঁৰ কোনো মানসিক বিকাৰ আছে বুলি আদালতে থিৰ কৰা হব নালাগিব, ভোট দিবলৈ তেওঁৰ বয়স ২১ বছৰৰ কম হব নালাগিব, উচ্চ পৰিষদৰ সভ্য হবলৈ ৩০ বছৰৰ আৰু নিম্ন পৰিষদৰ সভ্য হবলৈ ২৫ বছৰৰ কম হলে নহব। ভোট দিয়া বিষয়ত অন্ততঃ ছমাহ কাটেক থোৱা আৰু নিৰ্ব্বাচন সম্পৰ্কত অন্ততঃ এবছৰ কাটেক থোৱা লোকে পাচ বছৰলৈ ভোট দিয়াৰ বা সভ্য হোৱাৰ অধিকাৰ নাপায়। প্ৰাদেশিক দুইখন সভাৰ ভিতৰত যেই সেই এখনৰহে সভ্য হব পাৰে। মন্ত্ৰী সকলৰ বাহিৰে সম্ৰাটৰ দৰ্ম্মহা খোৱা বিষয়া সভ্য প্ৰাৰ্থী হব নোৱাৰে। ভোট দিবৰ অধিকাৰ নথকা লোক সভ্য প্ৰাৰ্থী হবও নোৱাৰে। এই নতুন আইন হোৱাৰ আগতে শতকৰা ৩ জনৰ হে ভোট দিবৰ ক্ষমতা আছিল, বৰ্ত্তমান এই ক্ষমতা শতকৰা ১৪ জনে পাইছে।

সভ্যৰ যোগ্যতা

ব্যৱস্থাপক সভাৰ দুই শাখাতে সভাপতি আৰু সহকাৰী সভাপতি সভ্য সকলৰ ভিতৰৰপৰা নিৰ্ব্বাচিত হয়। ব্যৱস্থাপকৰ নিম্ন শাখাৰ সভাপতিক ইংৰাজীত 'স্পিকাৰ' বোলে, আৰু সহকাৰীজনক ডেপুটি স্পিকাৰ বোলে। উচ্চ শাখাৰ সভাপতিক ক্ৰমে সভাপতি বা 'পেচিডেণ্ট' আৰু সহকাৰী সভাপতি বা 'ডেপুটি প্ৰেচিডেণ্ট' বোলে। সভাপতিৰ সকলৰ অনুপস্থিতিত সভাপতি হবৰ কাৰণে চাৰি জন সভ্যৰ নাম থিৰ কৰা হয়। এই সকলক 'সভাপতি মণ্ডলী' বা ইংৰাজীত 'পেনেল অৱ চেয়াৰমেন' (১) বোলে। সভা সুচাৰুৰূপে চলোৱাটোৱেই সভাপতিৰ কাম। সভাপতিৰ দৰ্ম্মহা নিজৰ নিজৰ সভাই

সভাপতি

(১) Speaker, Deputy Speaker, President, Deputy President, Panel of Chairmen, যি প্ৰদেশত এখন সভা থাকে, সি নিয়ে সভাই। তেনে প্ৰদেশত বিল এখন সভাত পাছ হৈয়েই গৱৰ্ণৰৰ ওচৰ পাৱগৈ। মুঠতে দুইখন সভাৰ কাম এখন সভায়ে কৰে।

থিৰ কৰি দিয়ে। সভাপতিক ভোটাধিক্যৰ দ্বাৰা পদচ্যুত কৰিব পৰা ক্ষমতাও সভাৰ আছে। সভাপতিয়ে ইচ্ছা কৰিলে নিজেও যেতিয়াই তেতিয়াই পদত্যাগ কৰিব পাৰে। সভাই সভাপতিক অতবাবৰ কাৰণে ভোট লোৱা থিৰ কৰিলে তাক অন্ততঃ ১৪ দিনৰ আগত জনাব লাগে। সভাপতিয়ে এটা উপকৰা ভোট দিব পাৰে। যেতিয়া কোনো বিষয়ত দুই ফালৰ ভোট সমান হয় তেতিয়া সভাপতিয়ে এই ভোটটো দিয়ে। ( আমি ইয়াত সভাপতি বুলি 'স্পিকাৰ' 'প্ৰেচিডেণ্ট' দুইকো বুজাইছো, আৰু সভাই কৰা মানে নিজ নিজ সভাৰ কথা কৈছো। )

আইন সভা অন্ততঃ এবছৰত এবাৰকৈ বহিব লাগিব। ইখন সভাৰপৰা সিখন সভালৈ বাৰমাহতকৈ বেছি ব্যৱধান থাকিব নালাগে। গৱৰ্ণৰে এখন বা দুইখন সভা নিজৰ বিবেচনা মতে সময়, ঠাই, নিৰ্দ্ধাৰণ কৰি বহুৱাব পাৰে।

আইন সভাৰ অধিবেশন।

গৱৰ্ণৰে আৱশ্যক বুজিলে সভাৰ অধিবেশন স্থগিত ৰাখিব পাৰে বা নিম্ন সভা ভাঙি দিব পাৰে। গৱৰ্ণৰে দুই সভাতে বেলেগে বেলেগে বা একেলগে বক্তৃতা দিব পাৰে। আইন সভাত তোলা কোনো বিল বা আলোচনাৰ বিষয়ে গৱৰ্ণৰে লিখিত বাণী পঠাব পাৰে। যুটীয়া বা গুটীয়া অধিবেশনত আৱশ্যক হলে 'এডভকেট জেনেৰেলে' আলোচনাত যোগ দি বক্তৃতা দিব পাৰে, কিন্তু ভোট দিব নোৱাৰে। মন্ত্ৰীসকলে বক্তৃতা দিব পাৰিবই আৰু যুটীয়া অধিবেশনত বা নিজে যিখন সভাৰ সভ্য সেইখনত ভোটো দিব পাৰিব।

কৰম।

নিম্ন পৰিষদত ছভাগৰ এভাগ আৰু ওপৰ পৰিষদত দহ জন মাত্ৰ সভ্য উপস্থিত হলেই সভাৰ কাৰ্য্য চলিব পাৰে। কোনো সভ্যই একেবাহে ৬০ দিন পৰিষদত উপস্থিত নাথাকিলে, তেওঁৰ সভ্য পদ বাতিল হৈছে বুলি সভাই ঘোষণা কৰিব পাৰে।

কোনো বিষয়ত আইন সভাৰ দুই শাখাৰ ভিতৰত মত নিমিলিলে গৱৰ্ণৰে দুইখন সভা যুটীয়া কৈ বহুৱাই মত নিমিলা বিষয়ত একেলগে ভোট লব পাৰে।

যুটীয়া অধিবেশন।

এনে সভাত উচ্চ পৰিষদৰ সভাপতিয়েই সভাপতি হয় আৰু আৱশ্যক হলে তেওঁৰ উপকৰ্ত্তা ভোট দিব পাৰে। মতানৈক্য হোৱা বিষয়ত যুটীয়া অধিবেশনৰ সিদ্ধান্তই শেষ সিদ্ধান্তস্বৰূপে গৱৰ্ণৰৰ সম্মতিৰ কাৰণে যায়। গৱৰ্ণৰে একেঠাইতে বক্তৃতা দিবৰ কাৰণে বা কোনো কাৰ্য্য সোনকালে কৰাবৰ আৱশ্যক হলে, দুই শাখাৰ যুটীয়া অধিবেশন পাতিব পাৰে।

পৰিষদ চলাবৰ কাৰণে নিয়ম কাৰণ আদি পৰিষদেই কৰি লয়। সভ্য সকলকো নানা বিষয়ৰ স্বাধীনতা পৰিষদে দিয়ে কোনো সভ্যই পৰিষদৰ নিয়ম ভঙ্গ কৰিলে পৰিষদেই তেওঁক বাহিৰ কৰি দিব পাৰে। গণতন্ত্ৰত আইন সভাকে মুল ৰাজশক্তি বুলি বিবেচনা কৰা হয়, গতিকে সভাত সভ্যসকলে নির্ভয়ে সকলো কথা কব পাৰে অৰ্থাৎ কথা কওতে আইন মতে দণ্ডনীয় নোহোৱাকৈ চৰকাৰৰ কাৰ্য্যাদিৰ সমালোচনা কৰিব পাৰে আৰু পৰিষদৰ নিৰ্দ্দেশ মতে তেনে বক্তৃতা আদি বাতৰি কাকত আদিত প্ৰকাশ কৰিব পাৰে; অথচ এনে বক্তৃতা আন ঠাইত দিলে বা প্ৰকাশ কৰিলে আইনৰ ওচৰত দায়ী হব পাৰে। পৰিষদৰ হাতত ইংলণ্ডৰ লৰ্ড সভাৰ দৰে বিচাৰৰ ব্যৱস্থা নাই। কোনো সভ্যৰ বিপক্ষে বা আন উচ্চ পদস্থ কৰ্ম্মচাৰীৰ বিপক্ষে পৰিষদে বিচাৰ নকৰে; কিন্তু আইন সভাৰ কমিটিত কোনোৱে সাখী দিবলৈ বা দলিল পত্ৰ দাখিল কৰিবলৈ অস্বীকাৰ কৰিলে পৰিষদে আইন কৰি তেনেলোকক আদালতৰ হতুৱাই দণ্ড দিয়াব পাৰে। সাধাৰণতে আইন সভাত বক্তৃতা আদি ইংৰাজী ভাষাতে হোৱা নিয়ম, কিন্তু ইংৰাজী নজনা বা ভালকৈ নাবুজে প্ৰাদেশিক ভাষা বা আন ভাষাতো

সভ্যসকলৰ অধিকাৰ আদি

আইন সভাৰ সভ্য সকলৰ ভাষা।

বক্তৃতা দিব পাৰে। কি কি ভাষাত বক্তৃতা দিব পাৰে তাক সভাপতিয়েই থিৰ কৰি দিয়ে।

যুক্তৰাষ্ট্ৰৰ আদালত বা হাইকৰ্টৰ কোনো বিচাৰকৰ কাৰ্য্যৰ বিষয়ে প্ৰাদেশিক আইন সভাত কোনো আলোচনা হব নোৱাৰে। গৱৰ্ণৰৰ শান্তি আৰু শৃঙ্খলা ৰক্ষাৰ দায়িত্বৰ বিৰুদ্ধে যোৱা কোনো প্ৰস্তাৱ বা আলোচনা, গৱৰ্ণৰে বন্ধ কৰিব পাৰে। গৱৰ্ণৰ জেনেৰেলৰ আগতে অনুমতি নোলোৱাকৈ তলত দিয়া বিষয় বিলাকৰ আইন কৰা প্ৰস্তাৱ প্ৰাদেশিক আইন সভাই হব নোৱাৰে। (ক) পালিয়ামেণ্টে বৃটিছ ভাৰতত খটাবৰ কাৰণে কৰা কোনো আইনৰ বিৰুদ্ধে যোৱা বিল, বা তেনে আইনৰ সংশোধন বা প্ৰত্যাহাৰ কাৰী বিল। (খ) গৱৰ্ণৰ জেনেৰেলৰ কোনো আইন বা 'অৰ্ডিনেন্সৰ' বিৰুদ্ধে যোৱা, সংশোধন কৰা বা প্ৰত্যাহাৰ কাৰী বিল। (গ) গৱৰ্ণৰ জেনেৰেলৰ নিজ বিবেচনা মতে যি কাৰ্য্য কৰিব পাৰে তাৰ বিৰুদ্ধে যোৱা বিল। (ঘ) ইউৰোপীয় বৃটিছ প্ৰজা সম্পৰ্কীয় বিচাৰ কাৰ্য্য বিৰোধী বিল। প্ৰাদেশিক গৱৰ্ণৰৰ অনুমতি নোলোৱাকৈ তলত দিয়া বিষয় বিলাক প্ৰাদেশিক আইন সভাত তুলিব নোৱাৰে। (ক) গৱৰ্ণৰৰ কোনো আইন বা অৰ্ডিনেন্স বিৰোধী কোনো বিষয়; (খ) পুলিচ সম্পৰ্কীয় আইনৰ প্ৰত্যাহাৰ, সংশোধন বা তাৰ বিৰোধে যোৱা আইন; (গ) আইন, ইঞ্জিনিয়াৰিং, মেডিকেল আদি ব্যৱসায়ৰ বা বাণিজ্য কৰিবৰ কাৰণে যোগ্যতা নিৰ্দ্দিষ্ট কৰি দিয়া বিল প্ৰস্তাৱ আদি। ইংলণ্ডত বসতি কৰিবৰ কাৰণে অধিকাৰ পোৱা কোনো মানুহে বা কোম্পানীৰ বিৰুদ্ধে ভাৰতত প্ৰৱেশ কৰা, সম্পতি দখল কৰা, চাকৰী আৰু ব্যৱসায় কৰা ইত্যাদি বিষয়ে প্ৰাদেশিক আইন সভাই কোনো বৈষম্যমূলক

প্ৰস্তাৱ আলোচনা আদি বিষয়ত পৰিবৰ্ত্তৰ ক্ষমতা আদি।

গৱৰ্ণৰ আৰু গৱৰ্ণৰ জেনেৰেলৰ অনুমতিলৈ কৰিব লগীয়া আলোচনা আদি।

আইন কৰিব নোৱাৰে। গৱৰ্ণৰে ব্যৱস্থাপক সভাৰ দুই শাখাৰ সভাপতি দুজনৰ সৈতে পৰামৰ্শ কৰি তলত দিয়া বিষয় বিলাকৰ ব্যৱস্থা নিজ বিবেচনা মতে কৰিব। (ক) গৱৰ্ণৰৰ স্ব-ইচ্ছাই যি কাম কৰিবৰ অধিকাৰ আছে তাৰ পৰিচালনাৰ ব্যৱস্থা। (খ) সময় মতে অৰ্থ বিষয়ক ব্যৱস্থা। (গ) কৰদ মিত্ৰ ৰাজ্য সম্পৰ্কে প্ৰশ্ন আলোচনা আদিত বাধা প্ৰদান। (ঘ) বিদেশী গৱৰ্ণমেণ্টৰ লগত সম্বন্ধ বিষয়ে প্ৰশ্ন বা আলোচনা; (ঙ) শাসন বহিৰ্ভূত ঠাইৰ সম্পৰ্কে শাসন, খৰচ আদি বিষয়ৰ বাহিৰে আন প্ৰশ্ন বা আলোচনা। (চ) দেশীয় ৰজা বা ৰাজ পৰিয়ালৰ ব্যক্তিগত ব্যৱহাৰ সম্বন্ধে আলোচনাত বাধা প্ৰদান।

কোনো নিয়মৰ ব্যতিক্ৰম হৈ আইন সভাৰ কাৰ্য্য হৈ গলে, সেই কাৰ্য্যৰ বিৰুদ্ধে কোনো ওজৰ আপত্তি হলে, তাক আদলতে বিচাৰ কৰিব নোৱাৰে।

শাসন আইনৰ দ্বাৰা নিষেধ কৰা বিষয় বিলাকত বাজে, প্ৰাদেশিক শাসনৰ অন্তৰ্ভুক্ত বিষয় বিলাকৰ সম্বন্ধে প্ৰাদেশিক ব্যৱস্থাপক সভাই, আলোচনা, প্ৰস্তাৱ আদি কৰিব পাৰিব আৰু বিল আদি দাঙি ধৰিব পাৰিব। অৱশ্যে কোনো কোনো বিষয়ত গৱৰ্ণৰৰ অনুমতি আগতে লব লাগিব। অৰ্থ-সম্বন্ধীয় বিলৰ বাহিৰে সকলো বিলাক বিল দুই শাখাযুক্ত ব্যৱস্থাপকৰ যেই সেই এখন সভাতে দাঙি ধৰিব পাৰে। এই বিল দুইখন সভাতে পাছ হৈ গৈ গৱৰ্ণৰৰ সম্মতি পালেহে আইনত পৰিণত হয়। দুইখন সভাৰ মতানৈক্য হলে যুক্ত-অধিবেশনৰ দ্বাৰা সিদ্ধান্ত কৰা হয়। দুইখন সভাতে পাছ হৈ যোৱাৰ পাচত গৱৰ্ণৰে বিলত সম্মতি দিব পাৰে, নিদিব পাৰে, বা গৱৰ্ণৰ জেনেৰেলৰ সম্মতিৰ কাৰণে থব পাৰে। গৱৰ্ণৰ আৰু গৱৰ্ণৰ জেনেৰেলে সম্মতি দিলেও সম্ৰাটে বাৰ মাহৰ ভিতৰত তেনে আইন, আৱশ্যক হলে, বাতিলো কৰিব পাৰে।

আইন প্ৰণয়ণ।

প্ৰাদেশিক আইন বিলাক তিনি ভাগত বিভক্ত কৰা হৈছে। (ক) সাধাৰণ আইন, (খ) অৰ্থ বিষয়ৰ আইন (গ) গৱৰ্ণৰৰ আইন।

সাধাৰণ আইন, সাধাৰণ ভাবেই যেই সেই এখন সভাত উত্থাপিত হৈ, দুই সভাত পাছ হৈ বা যুক্ত অধিবেশনত পাছ হৈ ওপৰত কোৱাধৰে আইনত পৰিণত হয়। গৱৰ্ণৰে, ৰাজ-উপদেশ পত্ৰ অনুসৰি, বৃটিছ ভাৰতত পাৰ্লিয়ামেণ্টৰ আইন বিৰোধী, হাইকৰ্টৰ ক্ষমতা বিৰোধী, চিৰস্থায়ী বন্দোবস্ত বিৰোধী আৰু গৱৰ্ণৰে নিজ বিবেচনা মতে কৰিব পৰা কাৰ্য্য বিৰোধী বিল প্ৰাদেশিক ব্যৱস্থাপক সভাত পাছ হৈ গলে বৰলাটৰ সন্মতিৰ কাৰণে থৈ দিব লাগে। কোন কোন বিষয়ত আগতে অনুমতি লোৱা আৱশ্যক তাক কৈ অহা হৈছে।

অৰ্থ বিষয়ক আইনৰ টেক্স বহুৱা, ৰাজস্ব গ্ৰহণ আৰু খৰচ সম্বন্ধীয় প্ৰস্তাৱ গৱৰ্ণৰৰ বিনা অনুমতিত আইন সভাত তুলিব নোৱাৰে। বছৰৰ আনুমানিক আয়-ব্যয়ৰ হিচাপ গৱৰ্ণৰৰ নিৰ্দ্দেশ মতে মন্ত্ৰী সভাই,—সাধাৰণতে অৰ্থ মন্ত্ৰীয়ে এচেম্বলি বা নিম্ন পৰিষদৰ আগত দাঙি ধৰে। নিম্ন পৰিষদে, নিৰ্দ্দিষ্ট বিষয়ক খৰচ কিছুমানৰ বাহিৰে, বাকী বোৰৰ বিষয়ে আলোচনা কৰি ভোট লৈ, কম, বেছি কৰিব পাৰে বা নাকচ কৰিব পাৰে। বজেটত প্ৰথমতে দুটা বিষয়ৰ খৰচ দেখুৱা হয়। এটা বিষয়ত, প্ৰাদেশিক ৰাজস্বৰ পৰা আগৰ পৰাই দিব লগীয়া হৈ থকা খৰচ আৰু আনটো বিষয়ত, আগতে থিৰ কৰি থোৱা, অৱশ্যে কৰিব লগীয়া খৰচৰ বাহিৰে প্ৰাদেশিক ৰাজস্বৰ পৰা কৰিবলৈ থিৰ কৰা আন খৰচ। 'বজেটত' এই দুইটা বিষয় বেলেগে বেলেগে দেখুৱা হয়। গৱৰ্ণৰৰ বিশেষ দায়িত্ব পালনৰ নিমিত্তে যি খৰচৰ প্ৰয়োজন তাকো বেলেগে দেখুৱাব লাগে। ব্যৱস্থাপক সভাৰ কৰ্ত্তৃত্বৰ বাহিৰত থকা খৰচ—(ক) গৱৰ্ণৰ আৰু তেওঁৰ নিজা বিষয়া বিলাকৰ দৰ্মহা ভাত্তা আদি;

সাধাৰণ আইন।

অৰ্থ বিষয়ৰ আইন আৰু 'বজেট'।

(খ) ধাৰ, সুদ আৰু তাৰ বিষয়-ব্যৱস্থাৰ খৰচ; (গ) মন্ত্ৰী আৰু 'এড্‌ভোকেট জেনেৰেলৰ' দৰ্মহা ভাতা আদি; (ঘ) হাইকৰ্টৰ বিচাৰক সকলৰ দৰ্মহা ভাতা আদি; (ঙ) শাসন সংস্কাৰ বহিৰ্ভূত অঞ্চলৰ শাসন আদিৰ খৰচ; (চ) বিচাৰৰ ৰায় অনুযায়ী ব্যয়; অৰ্থাৎ কোনো বিষয়ত উপযুক্ত বিচাৰক মণ্ডলীয়ে চৰ্কাৰৰ ওপৰত 'ডিক্ৰি' দিলে তাৰ খৰচ। (ছ) ভাৰত শাসন আইন বা প্ৰাদেশিক আইনে অৱশ্যই দিব লগীয়া বুলি থিৰ কৰা খৰচ। মন্ত্ৰীৰ দৰ্মহা এবাৰ যি থিৰ হয় কাৰ্য্য কালৰ ভিতৰত তাৰ লৰচৰ হব নোৱাৰে। ব্যৱস্থাপক সভাই ভোট দিব নোৱাৰা খৰচৰ ভিতৰত (ক) ৰ নিৰ্দ্দিষ্ট খৰচৰ বাহিৰে অন্য খৰচত আলোচনা কৰিব পাৰে।

গৱৰ্ণৰে ব্যৱস্থাপক সভাই নামঞ্জুৰ কৰা বা কম কৰা খৰচ, একান্ত আৱশ্যকীয় আৰু যুক্তি সঙ্গত বুলি বিবেচনা কৰিলে, তেওঁৰ বিশেষ দায়িত্ব অনুসৰি তাক দাবী কৰা দৰেই মঞ্জুৰ কৰিব পাৰে।

গণতান্ত্ৰিক দেশত অৰ্থ সম্বন্ধীয় বিষয়ত প্ৰজাৰ প্ৰতিনিধিৰ কৰ্তৃত্ব থকাই স্বায়ত্বশাসনৰ প্ৰধান লক্ষণ। সেই দেখি স্বায়ত্বশাসন প্ৰাপ্ত দেশত অৰ্থ বিষয়ক ক্ষমতা সৰ্ব্বসাধাৰণৰ প্ৰতিনিধি থকা নিম্ন পৰিষদৰ হাততে দিয়ে, নতুন শাসনতন্ত্ৰই এই ক্ষমতা নিম্ন পৰিষদ আৰু গৱৰ্ণৰৰ হাতত দিছে। গৱৰ্ণৰে যতদূৰ সম্ভৱ পৰাপক্ষত এই বিষয়ে নিম্ন পৰিষদৰ মতামতৰ ওপৰত হস্তক্ষেপ নকৰে বুলি ধৰি লব পাৰি।

বিশেষ দায়িত্ব অনুসৰি কাম কৰিবৰ নিমিত্তে গৱৰ্ণৰে আইন সভাত দাখিল নকৰাকৈয়ে বৰলাটৰ সম্মত লৈ আইন কৰিব পাৰে, এনে আইন আন সাধাৰণ আইনৰ দৰে স্থায়ীভাবে হব পাৰে, কিন্তু এই বিষয় আইন ভাৰত সচিবৰ জৰিয়তে পাৰ্লিয়ামেণ্টৰ আগত দাঙি ধৰিব লাগে। গৱৰ্ণৰে নিতান্ত আৱশ্যক অনুসৰিয়েই এই আইন কৰিছেনে, নিজ ক্ষমতাৰ অপব্যৱহাৰ কৰিয়েই কৰিছে তাকে চাবৰ নিমিত্তে এনে আইন পাৰ্লিয়ামেণ্টৰ আগত দাঙি ধৰিব লাগে।

গৱৰ্ণৰৰ আইন আৰু অভিনান্স

অতি আৱশ্যকীয় জৰুৰি বিষয়ৰ সমাধান কৰিবৰ নিমিত্তে 'অৰ্ডিনেন্স্' বা জৰুৰি আইন কৰা হয়। শাসনৰ কৰ্তৃপক্ষয় অলপ দিনৰ কাৰণে এনে আইন কৰে। আগেয়ে গৱৰ্ণৰ জেনেৰেলৰ হে এই ক্ষমতা আছিল বৰ্ত্তমান নতুন শাসনতন্ত্ৰ মতে এই ক্ষমতা গৱৰ্ণৰ সকলেও পাইছে, এনে অৰ্ডিনেন্স্ দুই ৰকমে কৰা হয়। (ক) মন্ত্ৰী সকলৰ পৰামৰ্শ লৈ আৱশ্যক অনুসৰি, তেওঁবিলাকৰ, কৰ্তৃত্বত থকা বিষয়ত গৱৰ্ণৰে আইন সভা নবহাৰ সময়ত 'অৰ্ডিনেন্স' কৰিব পাৰে। আইন সভা বহি 'অৰ্ডিনেন্স্' তুলিলোৱা মাত্ৰেই বা আইন সভা বহাৰ ছসপ্তাহৰ অন্তত এনে 'অৰ্ডিনেন্স' উঠি যায়; 'অৰ্ডিনেন্সৰ' কাম হৈ গলে গৱৰ্ণৰে তাৰ আগতে তুলিও লব পাৰে। (খ) গৱৰ্ণৰে নিজ বিবেচনাধীন বিষয়ত অৰ্ডিনেন্স্ কৰিব পাৰে। এনে 'অৰ্ডিনেন্স্' ছমাহলৈ থাকে, আৰু ছমাহ বঢ়াবলৈ হলে পাৰ্লিয়ামেণ্টৰ আগত দাঙি ধৰিব লাগে। এনে অৰ্ডিনেন্স্ সম্ৰাটে বাতিল কৰিব পাৰে বা গৱৰ্ণৰে নিজে তুলি লব পাৰে বা গৱৰ্ণৰে প্ৰথমে প্ৰয়োগ কৰোঁতেও বৰলাটৰ সম্মতি লব লাগে। পাচৰ শ্ৰেণীৰ অৰ্ডিনেন্স গৱৰ্ণৰৰ বিশেষ দায়িত্ব থকা বিষয়ৰ আইন বুলিবও পাৰি।

শাসনতন্ত্ৰ অচল হলে ব্যৱস্থা

যেতিয়া শাসনতন্ত্ৰৰ অনুসৰি শাসন কাৰ্য্য চলোৱা অসম্ভৱ হৈ উঠে, তেতিয়া গৱৰ্ণৰে, গৱৰ্ণৰজেনেৰেলৰ মত লৈ, নিজ ইচ্ছামতে গোটেই প্ৰদেশৰ শাসন কাৰ্য্য হাতত লয়। প্ৰাদেশিক শাসনৰ আন ব্যৱস্থা এনে ঘোষণাৰ দ্বাৰা বন্ধ হয়। অৱশ্যে প্ৰদেশত থকা হাইকৰ্টৰ কাৰ্য্য আগৰ দৰেই চলে। গৱৰ্ণৰে পাচত আকৌ ঘোষণাৰ দ্বাৰা এনে ঘোষণা উঠাই লব পাৰে। এনেকুৱা অচল অৱস্থাত কৰা ঘোষণা ভাৰত সচিবে পাৰ্লিয়ামেণ্টৰ আগত দাঙি ধৰে আৰু ছমাহৰ পাচত আপুনি উঠি যায়। পাৰ্লিয়ামেণ্টৰ দুই শাখাই অনুমোদন কৰিলে আৰু এবছৰ এই ঘোষণা বাহাল থাকিব পাৰে, এনে ঘোষণাৰ দ্বাৰা শাসন তিনি বছৰৰ বেছি থাকিব নোৱাৰে। ইতিমধ্যে পাৰ্লিয়ামেণ্টে হয় নতুন আইন চলাব, নহয় আগৰ আইনেই থাকি যাব। এই ঘোষণাৰ কালৰ ভিতৰত কৰা গৱৰ্ণৰৰ

আইন, ঘোষণাৰ অন্তত প্ৰাদেশিক আইন সভাই বাতিল নকৰিলে দুবছৰলৈ চলি থাকিব।

মন্ত্ৰীয়ে যি কামকে কৰিব খোজে, প্ৰথমে গৱৰ্ণৰৰ অনুমোদন লব লাগে, তাৰ পাচত ব্যৱস্থাপক সভাৰ অনুমোদন আৱশ্যক। অনেকৈ কৰিব খোজা কাৰ্য্য ব্যৱস্থাপক সভাই অনুমোদন নকৰিলে, মন্ত্ৰীৰ ওপৰত সভাৰ আস্থা নোহোৱা বুজায় আৰু তেতিয়া মন্ত্ৰীয়ে পদত্যাগ কৰা উচিত। ৰীতিমতে এজন মন্ত্ৰীৰ ওপৰত আস্থা নোহোৱা হলেই গোটেই মন্ত্ৰীসভাই পদত্যাগ কৰিব লাগে। ব্যৱস্থাপক সভাই 'ৰজেটৰ' দাবী নামঞ্জুৰ কৰিলে বা কমালেও মন্ত্ৰী সভাই পদত্যাগ কৰা উচিত। ব্যৱস্থাপক সভাই কোনো মন্ত্ৰী বা মন্ত্ৰী সভাক গুছাব খুজিলে অনাস্থাজ্ঞাপক প্ৰস্তাৱ দাঙি ধৰিব পাৰে। এনে প্ৰস্তাৱক সৰহীয়া সভ্যই ভোট দিলে মন্ত্ৰীসভাই পদত্যাগ কৰিব লাগে।

মন্ত্ৰী সকলৰ বিষয় জানিব লগীয়া কথা

**চিফ কমিছনাৰৰ প্ৰদেশ**—বৃটিছ ভাৰতৰ গৱৰ্ণৰৰ শাসনত নথকা প্ৰদেশ বিলাক চিফ্‌ কমিছনাৰ সকলে শাসন কৰে। চিফ্‌ কমিছনাৰ সকল গৱৰ্ণৰজেনেৰেলৰ 'এজেণ্ট স্বৰূপ।' গৱৰ্ণৰ জেনেৰেলে এই প্ৰদেশ বিলাক পোনে পোনে তেওঁৰ 'এজেণ্ট' চিফকমিছনাৰ সকলৰ দ্বাৰা শাসন কৰায়। শাসন আইনত এই প্ৰদেশ বিলাকক 'চিফকমিছনাৰৰ প্ৰদেশ বুলি কৈছে। এই প্ৰদেশ বিলাকৰ নাম আগতে কৈ অহা হৈছে। চিফকমিছনাৰক বৰলাটে নিয়োগ কৰে। বৃঃ বেলুচিস্থানৰ শাসন সম্পৰ্কে গৱৰ্ণৰ জেনেৰেলে নিজ বিচাৰ বুদ্ধিৰে কাম কৰে। তেওঁৰ বিশেষ আদেশ নহলে যুক্তৰাষ্ট্ৰৰ আইন তাত কাৰ্য্যকৰী নহয়, বৃঃ বেলুচিস্থানৰ নিমিত্তে বৰলাটে যুক্তৰাষ্ট্ৰৰ আইন সালসলনি কৰি দিব পাৰে বা নিজে আইন কৰি দিব পাৰে। তেওঁ কৰা আইন আকৌ সম্ৰাটে বাতিল কৰিব পাৰে। আন্দামান নিকোবৰ দ্বীপ সম্পৰ্কেও সেই একে ব্যৱস্থা। গভৰ্ণৰৰ প্ৰদেশত গভৰ্ণৰে আৰু প্ৰাদেশিক

ব্যৱস্থাপক সভাই যি কাম কৰে চিফ্‌কমিছনাৰৰ প্ৰদেশত বৰলাটে আৰু যুক্তৰাষ্ট্ৰৰ ব্যৱস্থাপক সভাই সেই কাম কৰিব।

**শাসন বহিভূ´ত ঠাই**—সাধাৰণতে যেনে শাসন ভাৰতৰ অন্যান্য বৃটিছ অধিকাৰৰ ঠাইবোৰত চলিছে, তেনে শাসন কোনো কোনো ঠাইত চলাবৰ উপযুক্ত নহয় বুলি থিৰ কৰা আছে। এনে ঠাইক সাধাৰণ শাসন বহিভূ´ত অঞ্চল বুলি কোৱা হৈছে। এনে শাসন বহিভূ´ত অঞ্চল দুবিধ; এবিধ সম্পূৰ্ণ শাসন বহিভূ´ত অঞ্চল আৰু আনবিধ আংশিক শাসন বহিভূ´ত অঞ্চল। শাসন বহিভূ´ত অঞ্চল প্ৰদেশৰ ভিতৰে ভিতৰে আছে। গতিকে যি প্ৰদেশত তেনে ঠাই থাকে, তাত গৱৰ্ণৰে আইন সভাৰ আইন প্ৰয়োগ বন্ধ কৰি দিব পাৰে। গৱৰ্ণৰে নিজ ইচ্ছামতে শাসন বহিভূ´ত অঞ্চল শাসন কৰিব পাৰে। প্ৰাদেশিক আইন সভাত এনে অঞ্চলৰ প্ৰতিনিধি নাথাকে। আংশিক শাসন বহিভূ´ত অঞ্চলৰ প্ৰতিনিধি প্ৰাদেশিক আইন সভাত থাকে আৰু মন্ত্ৰী সকলে সেই অঞ্চল শাসন কৰে, কিন্তু গৱৰ্ণৰে ইচ্ছা কৰিলে, ইয়াৰ শাসন আৰু আইনত হস্তক্ষেপ কৰিব পাৰে। ভাৰতৰ আদিম অধিবাসী বাস কৰা আঠোটা অঞ্চলক সম্পূৰ্ণ সাধাৰণ শাসন বহিৰ্ভূত অঞ্চল কৰি আৰু ২৮টা অঞ্চলক আংশিক সাধাৰণ শাসন বহিভূ´ত অঞ্চল কৰি ৰখা হৈছে। সম্ৰাটক এই অঞ্চল বিলাকৰ সীমা সাল সলনি বা ইয়াৰ আইন সঙ্গত অৱস্থা পৰিৱৰ্ত্তন কৰিব পৰা ক্ষমতা শাসন আইনে দি থৈছে। এনে ঠাই নেৰাচে, কমিব পাৰে, অসমৰ আংশিক সাধাৰণ শাসন বহিভূ´ত ঠাই—গাৰো পাহাৰ; মিকিৰ পাহাৰ; ছিলং মিউনিচিপেলিটি আৰু কেণ্টনমেণ্টৰ বাহিৰে খাচিয়া জয়ন্তিয়া পাহাৰৰ বৃটিছ অধিকৃত ঠাই। সম্পূৰ্ণ শাসন বহিভূ´ত অঞ্চল—উত্তৰ পুব সীমান্ত জিলা; নগা পাহাৰ, লুচাই পাহাৰ; উত্তৰ কাছাৰ।

**যুক্ত ৰাষ্ট্ৰ প্ৰৱৰ্ত্তন নোহোৱালৈকে ব্যৱস্থা**—প্ৰথমতে প্ৰাদেশিক স্বায়ত্ব শাসন প্ৰতিষ্ঠা হলেহে যুক্ত ৰাষ্ট্ৰীয় শাসন প্ৰৱৰ্ত্তন

হোৱা কথা। স্বায়ত্ব শাসন প্ৰদেশত প্ৰৱৰ্ত্তিত হলেও কেন্দ্ৰত যুক্ত ৰাষ্ট্ৰীয় শাসন প্ৰৱৰ্ত্তন নোহোৱালৈকে. কেন্দ্ৰীয় চৰকাৰ ১৯১৯ চনৰ আইন মতে চলি থাকিব। এনে অৱস্থাত কেন্দ্ৰীয় চৰকাৰৰ গঠন আগৰ দৰে থাকিলেও প্ৰাদেশিক বিষয়ত যুক্ত ৰাষ্ট্ৰীয় নিয়ম কাৰণত চলিব লাগে, বৰলাট কেন্দ্ৰীয় কাৰ্য্যনিৰ্ব্বাহক সভাৰ সৈতে আগৰ দৰেই ভাৰত সচিবৰ তলত থাকিব কিন্তু প্ৰাদেশিক গৱৰ্ণৰ বা প্ৰাদেশিক কাৰ্য্য নিৰ্ব্বাহক সভা আগৰ দৰে ভাৰত সচিবৰ কৰ্তৃতাধীনত সম্পূৰ্ণৰূপে নাথাকে, যুক্তৰাষ্ট্ৰ প্ৰৱৰ্ত্তন নাই হোৱা যদিও প্ৰাদেশিক স্বায়ত্ব শাসনৰ লগে লগে যুক্ত ৰাষ্ট্ৰীয় আদালত, ৰেলৱে বৰ্ড, কৰ্ম্মচাৰী নিৰ্ব্বাচন কমিছন, আদি প্ৰতিষ্ঠিত হৈ কাম আৰম্ভ কৰিছে।

---

# ষষ্ঠ আধ্যায়।

## প্রাদেশিক চৰ্কাৰৰ ওপৰত বৰলাটৰ কৰ্ত্তৃত্ব।

যুক্ত ৰাষ্ট্ৰৰ শেষ কৰ্ত্তৃত্ব সম্ৰাটৰ ওপৰত দিয়া আছে, ভাৰতবৰ্ষত গৱৰ্ণৰ জেনেৰেল সম্ৰাটৰ প্ৰতিনিধি। গতিকে ভাৰত যুক্তৰাষ্ট্ৰৰ ওপৰত প্ৰভুত্ব আৰু কাৰ্য্য নিৰ্ব্বাহক ক্ষমতা বৰলাটৰ ওপৰত দিয়া হৈছে, বৰলাটে ভাৰত সম্ৰাটৰ হৈ সেই সকলো বোৰ শক্তি প্ৰয়োগ কৰে। এই ক্ষমতা তেওঁ শাসন আইন অনুসৰিয়েই পাইছে, শাসন আইনৰ বিৰোধে নোযোৱা, সম্ৰাটৰ যি বিলাক নিজা ক্ষমতা আছে সেই বিলাক সম্ৰাটে তেওঁৰ হাতলৈ এৰি দিছে। যুক্তৰাষ্ট্ৰ প্ৰৱৰ্ত্তন আৰু প্ৰাদেশিক স্বায়ত্ব শাসন প্ৰৱৰ্ত্তন হোৱাৰ আগতে কেন্দ্ৰীয় চৰ্কাৰৰ কৰ্ণধাৰ স্বৰূপে বৰলাটেই সৰ্ব্বে সৰ্ব্বা আছিল, এতিয়া যদিও প্ৰাদেশিক স্বায়ত্ব শাসন দিয়া হৈছে তথাপি কেতবিলাক ক্ষমতা বৰলাটৰ হাতত আগৰ দৰেই আছে আৰু প্ৰাদেশিক গৱৰ্ণৰ সকলে বৰলাটৰ হৈ, বৰলাটৰ আদেশ উপদেশ মতে সেই বিলাক কাৰ্য্য কৰিব লাগে।

ভাৰতবৰ্ষৰ শান্তি শৃঙ্খলাৰ নিমিত্তে শেষ কৰ্ত্তৃত্ব বৰলাটৰ ওপৰতে দিয়া আছে। এই কাৰণে গৱৰ্ণৰ জেনেৰেলে প্ৰদেশ বিলাকৰ ওপৰত বিশেষ চকু ৰখাৰ লাগে আৰু অনেক বিষয়ত শাসনো কৰিব লাগে। প্ৰদেশ আৰু দেশীয় ৰাজ্যত যুক্তৰাষ্ট্ৰৰ যি বিলাক আইন খাটিব আৰু যুক্তৰাষ্ট্ৰই প্ৰদেশত যি বিলাক কাম আইন মতে কৰিব লাগে সেই বিলাক কৰোতে যাতে প্ৰাদেশিক আইন বা কাৰ্য্যই কোনো বাধা নিদিয়ে তাৰ বাবে প্ৰাদেশিক কৰ্ত্তৃপক্ষৰ চকুৰাখি সকলো কাম চলাব, সেইদৰে যুক্তৰাষ্ট্ৰীয় আইন খটাওতেও প্ৰাদেশিক কাৰ্য্যত যাতে বাধা নপৰে তালৈ চাব লাগিব।

গৱৰ্ণৰ জেনেৰেলে কোনো প্ৰাদেশিক গৱৰ্ণৰক তেওঁৰ এজেণ্ট স্বৰূপে, সাধাৰণ শাসন বহিৰ্ভূত অঞ্চল, দেশৰক্ষা, বৈদেশিক নীতি, ৰাজকীয় ব্যৱস্থা আদি, তেওঁৰ বিশেষ দায়িত্বত থকা বিষয় বিলাকৰ হৈ, আৱশ্যকীয় কাম কৰিবৰ নিমিত্তে কৰ পাৰে। গৱৰ্ণৰে গৱৰ্ণৰ জেনেৰেলৰ উপদেশ সাপেক্ষে নিজ বিবেচনাৰ দ্বাৰা এই বিলাক কাম কৰিব লাগে।

যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত থকা প্ৰদেশত কৰিব লগীয়া কাম বিলাক বৰলাটৰ কৰ্তৃত্বত চলিব লাগে। এই প্ৰাদেশিক যুক্তৰাষ্ট্ৰৰ অন্তৰ্গত থকা কাৰ্য্য বিলাক কেবা ৰকমে সমাধা কৰিব পাৰে।

যুক্তৰাষ্ট্ৰীয় বিষয়।

কোনো কোনো প্ৰদেশত যুক্তৰাষ্ট্ৰৰ বিষয়াই যুক্তৰাষ্ট্ৰীয় কাৰ্য বিলাক প্ৰদেশত পোনে পোনে কৰে; কোনো প্ৰদেশত গৱৰ্ণৰ জেনেৰেলে, প্ৰাদেশিক গৱৰ্ণৰৰ সন্মতি মতে, বিশেষ চৰ্ত্ত অনুসৰি বা এনেয়েই যুক্তৰাষ্ট্ৰীয় বিষয় বিলাক প্ৰাদেশিক চৰ্কাৰক চলাবলৈ দিয়ে; কোনো প্ৰদেশৰ, প্ৰাদেশিক চৰ্কাৰ বা প্ৰদেশৰ কোনো বিষয়াক যুক্তৰাষ্ট্ৰৰ আইন অনুসৰি সেই বিষয় বিলাক চলাবলৈ ক্ষমতা দিয়ে। শেষৰ দুই ৰকমে প্ৰদেশৰ ওপৰত ভাৰ দিলে, এই কাৰ্য্য বিলাক চলাওতে যি খৰচ হয় সেই খৰচ যুক্তৰাষ্ট্ৰৰ চৰ্কাৰে প্ৰাদেশিক চৰ্কাৰক দিব লাগে। যুক্তৰাষ্ট্ৰৰ চৰ্কাৰে প্ৰদেশত যুক্তৰাষ্ট্ৰীয় কাৰ্য্য সম্পাদন কৰিবৰ নিমিত্তে আইন কৰিব আৰু সেই আইন মতে যুক্তৰাষ্ট্ৰীয় কাৰ্য্য চলাবলৈ প্ৰাদেশিক চৰ্কাৰ বাধ্য থাকিব।

আমি ওপৰত দেখি আহিছো, অনেক প্ৰাদেশিক আইন কৰাৰ আগতে গৱৰ্ণৰ জেনেৰেলৰ সন্মতি আগতে লব লাগে। যি বিষয় বিলাক গোটেই ভাৰতৰ বিষয় হব পাৰে বা কেবাখনো প্ৰদেশৰ উমৈহতীয়া বিষয় হব পাৰে বা যি বিষয় বিলাক গৱৰ্ণৰ জেনেৰেলৰ বিশেষ দায়িত্ব থকা বিষয়, সেই বিলাকত প্ৰদেশ বিলাকৰ ওপৰতো গৱৰ্ণৰ জেনেৰেলৰ যথেষ্ট হাত আছে।

প্ৰাদেশিক আইন সভাই বিল পাছ কৰি গৱৰ্ণৰৰ ওচৰলৈ সন্মতিৰ নিমিত্তে পঠিয়ালে গৱৰ্ণৰে, বৰলাটৰ বিবেচনাৰ মতে অনেক ৰকমৰ বিল থৈ

দিব লাগে, সেই বিলাক গৱৰ্ণৰ জেনেৰেলৰ অনুমোদন নাপালে আইনত পৰিণত হব নোৱাৰে।

প্ৰদেশৰ শাসন কৰ্ত্তা স্বৰূপে গৱৰ্ণৰে সম্ৰাটৰ আদেশ পত্ৰ অনুসৰি প্ৰদেশ শাসন কৰে। গৱৰ্ণৰক গৱৰ্ণৰ জেনেৰেলে আৱশ্যক মতে যি কৰিবলৈ কয় তাক কৰে। আগতে গৱৰ্ণৰে কোনো কাম কৰিলে সেই কাম বিধিমতে হোৱা নাই বুলি গৱৰ্ণৰ জেনেৰেলে প্ৰতিবাদ কৰিব নোৱাৰে। গৱৰ্ণৰ জেনেৰেলে নিজৰ কৰ্তৃত্বৰ ভিতৰত থাকি গৱৰ্ণৰকো কৰ্তৃত্বৰ বাহিৰলৈ ননাকৈ কাৰ্য্য সম্পাদন কৰিবৰ নিমিত্তে আদেশ দিব পাৰে। গৱৰ্ণৰ জেনেৰেলৰ আদেশ পালন কৰোতে গৱৰ্ণৰে যাতে সম্ৰাটৰ আদেশ পত্ৰ লঙ্ঘন নকৰে আৰু গৱৰ্ণৰ জেনেৰেলে আদেশ দিওতেও যাতে তেওঁক সম্ৰাটে দিয়া আদেশ পত্ৰৰ বাহিৰে নাযায় তাৰ বাবে বিশেষ সতৰ্ক হব লাগে। গৱৰ্ণৰ, তেওঁৰ বিশেষ দায়িত্বপূৰ্ণ কাম বিলাকৰ নিমিত্তে গৱৰ্ণৰ জেনেৰেল আৰু ভাৰত মন্ত্ৰীৰ ওচৰত দায়ী। বিদেশীয় ব্যৱস্থাত গৱৰ্ণৰৰ হাত নাই, খৃষ্টান ধৰ্ম্ম বিষয়ক কাৰ্য্য, দেশৰক্ষা, শাসন বহিভূৰ্ত অঞ্চল আদি বিষয়ত গৱৰ্ণৰে গৱৰ্ণৰ জেনেৰেলৰ উপদেশ মতে কাম কৰে।

গৱৰ্ণৰ জেনেৰেল আৰু গৱৰ্ণৰৰ সম্পৰ্ক।

আগতে কৈ অহা হৈছে চিফ্ কমিছনাৰৰ প্ৰদেশ বিলাকত, গৱৰ্ণৰ জেনেৰেলে নিজৰ গোটেই ভাৰতবৰ্ষৰ ওপৰত খটোৱা ক্ষমতাৰ উপৰিও, গৱৰ্ণৰৰ প্ৰদেশত গৱৰ্ণৰে যি ক্ষমতা চলায়, সেই ক্ষমতাও প্ৰয়োগ কৰে।

চিফ কমিছনাৰৰ প্ৰদেশ।

———o———

# সপ্তম অধ্যায়।

## জিলা আৰু মহকুমা।

ভাৰতত গাঁও বিলাকেই শাসনৰ ক্ষুদ্ৰতম সমষ্টি। এই গাঁও বিলাকতে ভাৰতৰ দহ ভাগৰ ন ভাগ মানুহে বাস কৰে, ভালেখিনি গাঁও গোট খাই টালুক, টহছিল, মৌজা, থানা আদি গঠিত হয়, এনে টালুক, টহছিল, মৌজা থানা গোটখাই মহকুমা হয়। এক বা ততোধিক মহকুমাৰে এখন জিলা হয়; কিন্তু সাধাৰণতে ৩।৪ টা মহকুমা গোট খাইহে একোখন জিলা হয়। কেবাখনো জিলা গোটখালে এটা বিভাগ হয়। মাদ্ৰাজৰ বাহিৰে ভাৰতৰ সকলো প্ৰদেশতে বিভাগ আছে (১) গাঁও বিলাকৰ লগত চৰ্কাৰৰ বিশেষ সম্বন্ধ ৰখাই গাঁওবুঢ়া, চকিদাৰ, পেটেল, ৰেডি আদি সৰু সৰু বিষয়াৰ। টালুক, টহছিল, মৌজা, আৰু থানাৰ ভাৰ প্ৰাপ্ত লোক ক্ৰমে টালুকদাৰ, টহছিলদাৰ, মৌজাদাৰ, দাৰোগা আদি। আমাৰ অসমত মৌজাদাৰকেই গাঁওবুঢ়াই সপ্তাহে সপ্তাহে গাঁৱৰ খবৰ থাবাৰ দিয়ে। আন সকলো গাঁৱলীয়া বিষয়ত গাঁওবুঢ়াই চৰ্কাৰক সহায় কৰিব লাগে, মৌজাদাৰক চৰ্কাৰী বিষয়া নহয় বুলি কয়, কিন্তু জিলাৰ শাসনকৰ্ত্তাৰ হৈ, তেওঁৰ এলাকাৰ গাঁৱৰ ওপৰত

---

(১) বিবিধ বিষয় চলাবৰ নিমিত্তে আৰু নানা ৰকমৰ ভাগ কৰা হয়। মাটি সংক্ৰান্ত বিষয়ে মহকুমাটো কেবাটাও চবডেপুটিৰ চাৰ্কোলত ভাগ কৰা হয়। পবকাৰ্যালি কাৰ্য্যৰ সুবিধাৰ নিমিত্তে কেবাটাও মহকুমা লগলগাই একোটা ডিভিজন কৰা হয়। এনে বিভাগত একেখন জিলাৰ মহকুমাই দুটা ডিভিজনত সোমাব পাৰে।

ভাৰতবৰ্ষত গাঁৱলীয়া ৰায়তে দুই ৰকমে মাটি ভোগ কৰে—(ক) ৰায়টোৱাৰি প্ৰথা (খ) জমিদাৰি, টালুকদাৰি আদি প্ৰথা, জমিদাৰি প্ৰথাত মাটিৰ গিৰিহঁতস্বৰূপে জমিদাৰৰ পৰা ৰায়তে মাটি লয়। ৰায়টোৱাৰি প্ৰথাত যি, মাটিৰ খাজনা চৰ্কাৰক দি থাই তেৱেঁই সাধাৰণভাবে মাটিৰ গিৰিহঁত অৰ্থাৎ আইনমতে মাটিৰ গিৰিহঁত বলা।

খাজনা তোলাৰ বাহিৰেও ভালেখিনি চৰ্কাৰী কাম কৰে। এওঁবিলাকৰ আইন সঙ্গত অৱস্থা লৈ আজিকালি ভালেখিনি আলোচনা চলিছে। মহকুমাৰ শুৰি ধৰোতা জনৰ কেবা ঠাইত কেবাটাও নাম, কিন্তু আমাৰ অসমত সাধাৰণতে 'চাব্‌ ডিভিজনেল অফিচাৰ' বোলে। জিলাৰ শুৰি ধৰোতা জনক ডেপুটি মেজিষ্ট্ৰেত ডেপুটি কলেক্টাৰ আৰু আমাৰ অসমত ডেপুটি কমিছনাৰ বোলে। বিভাগীয় প্ৰধান কৰ্ম্মচাৰী জনক 'কমিছনাৰ' বোলে।

**কমিছনাৰ আৰু বিভাগ**—প্ৰদেশখন কেবাটাও আহল বহল ভাগত প্ৰথমতে ভাগ কৰা হয়। এনে ভাগ কেবাখনো জিলা গোট খাই হয়। অসমত এনে (১) বিভাগ দুটা, ব্ৰহ্মপুত্ৰ বা অসম উপত্যকা; চুৰ্ম্মা উপত্যকা আৰু পৰ্ব্বতীয়া বিভাগ। বিভাগীয় ঘাই কৰ্ম্মচাৰী জনক কমিছনাৰ বোলে। তেওঁ বিভাগীয় সদৰত থাকে, অসম উপত্যকাৰ কমিছনাৰ গুৱাহাটীত আৰু চুৰ্ম্মা উপত্যকা আৰু পৰ্ব্বতীয়া বিভাগৰ কমিছনাৰ চিলচৰত থাকে। কমিছনাৰ সকলৰ বিচাৰৰ ক্ষমতা নাই। এওঁবিলাকে নিজৰ বিভাগৰ ভিতৰত থকা জিলা বিলাকৰ ৰাজস্বৰ বিষয়ত আৰু আন শাসন আদি সম্বন্ধীয় সকলো কথাতে চকুৰাখে। জিলাৰ কৰ্ত্তৃপক্ষৰ ঠিক ওপৰতেই কমিছনাৰ সকলৰ স্থান। গৱৰ্ণমেন্ট আৰু জিলাৰ কৰ্ত্তৃপক্ষৰ মাজত এই বিষয়া সকলেই প্ৰাদেশিক ৰাজস্ব বিষয়ৰ কৰ্ত্তা। কমিছনাৰ সকল সাধাৰণতে ভাৰতীয় 'চিভিল চাৰ্ভিচৰ' অভিজ্ঞ বিষয়া। সাধাৰণতে ডেপুটি কমিছনাৰৰ পৰাই কমিছনাৰ নিযুক্ত হয়। (২)

---

(১) বিভাগক ইংৰাজীত 'ডিভিজন'—Division বোলে।

(২) ১৯৩৭ চনৰ ১৭ আগষ্টত অসমৰ কমিছনাৰ পদ দুটা উঠাই দিব লাগে বুলি অসম ব্যৱস্থাপক সভাই মত প্ৰকাশ কৰিছে, ব্যৱস্থাপক সভাই কমিছনাৰৰ পদ তুলি দিব পাৰে নে নোৱাৰে এই লৈ এটা প্ৰশ্ন উঠিছে। অসম এচেম্বলিৰ সভাপতি মাননীয় শ্ৰীযুত বসন্তকুমাৰ দাস আৰু এড্‌ভকেট জেনেৰেল চাৰ এ, কে, ৰায়ে সভাৰ সিদ্ধান্তক শেষ

ৰাজহ বৰ্ড।

মাটিৰ খাজনা আদি বিষয়ক জটিল কাৰ্য্য বোৱৰ নিমিত্তে কমিছনাৰৰ বাজেও চৰ্কাৰৰ তলতে এখন ৰাজহ বৰ্ড বা ৰাজহ কমিছন থাকে। এই ৰাজহ বৰ্ড বা 'ৰেভিনিউ কমিছনাৰ' প্ৰাদেশিক গৱৰ্ণমেণ্ট আৰু ৰাজহ বা চেটলমেণ্ট বিষয়াৰ মাজতে থাকে। বোম্বাই প্ৰদেশৰ বাহিৰে সকলো প্ৰদেশতে এনে 'বৰ্ড' বা কমিছনাৰ আছে। সাধাৰণতে দুই তিনি জন 'চিভিল চাৰ্ভিচৰ' বিষয়াৰ দ্বাৰা এনে বৰ্ড গঠিত হয়।

জিলা

জিলাৰ কৰ্ত্তা।

ভাৰতবৰ্ষত তিনিশতকৈও বেছি জিলা আছে। এই জিলা বিলাকেই শাসনৰ অতি আৱশ্যকীয় সমষ্টি। অসমত ১৩ খন আৰু বঙ্গদেশত ২৮ খন জিলা আছে। দিল্লী, কুৰ্গ, আজমিৰ মাৰোৱাৰত আকৌ একোখন জিলাৰেই প্ৰদেশ হৈছে। ভাৰতবৰ্ষত, বসতি হিচাপে বঙ্গদেশৰ ময়মনসিং জিলাই আটাইতকৈ ডাঙৰ জিলা ইয়াত ৫১ লাখ মানুহ আছে আৰু ইয়াৰ আয়তন ৬৩৭৪ বৰ্গমাইল। আয়তন হিচাপে মাদ্ৰাজৰ ভিজিগাপট্টম জিলা আটাইত কৈ ডাঙৰ ইয়াৰ আয়তন ১৭১৬৮ বৰ্গ মাইল।

প্ৰতিখন জিলাই এজন বিশেষ দায়িত্বশীল ওখ থাপৰ বিষয়া একোজনৰ তলত থাকে। এই বিষয়া জনক জিলাৰ ডেপুটি মেজিষ্ট্ৰেট আৰু কলেক্টৰ, বা ডেপুটি কমিছনাৰ বোলে। অসমত এনে বিষয়াক ডেপুটি কমিছনাৰ বোলে। জিলাৰ কৰ্ত্তাজনৰ নানা ৰকমৰ ভাৰ থাকে। জিলাৰ, তেওঁৰ

---

সিদ্ধান্ত বুলি মত দিছে। সুৰমা উপত্যকাৰ কমিছনাৰ উঠি যাব লাগে বুলি ভাৰত সচিবে মত দিলে। অসম উপত্যকাৰো কমিছনাৰ উঠি যাব লাগে বুলি কংগ্ৰেছ দলে যুক্তি দৰ্শাইছে। আনফালে আকৌ পমি পিটিকি চালে ডেপুটি কমিছনাৰ সমূহৰ শক্তি বাঢ়ি যাব বুলি ভয় কৰা হৈছে। কমিছনাৰ গুছি গ'লে ব্যয় কমিব সঁচা কিন্তু সেই অনুপাতে ডেপুটি কমিছনাৰৰো শক্তি হ্ৰাস কৰিব লাগিব।

শাসনৰ অধীনত থকা সকলো বিষয়তে তেওঁৰ অপ্ৰতিহত ক্ষমতা। তেওঁক সহায় কৰিবৰ নিমিত্তে কেবাজনো সহকাৰী মেজিষ্ট্ৰেত থাকে। জিলাৰ কলেক্টৰ হিচাপে তেওঁ ৰাজহ আদায় কৰে, মাটিৰ বন্দবস্তও তেওঁৰ হাতত্তে, জিলাৰ শান্তি শৃঙ্খলা ৰক্ষাৰ ভাৰ তেওঁকে দিয়া থাকে। জিলাখনত এজোজন পুলিছৰ চুপাৰিণ্টেণ্ডেণ্ট থাকে। তেওঁৰ কাম জিলাৰ শান্তি শৃঙ্খলা ৰক্ষা কৰা। তেওঁৰ তলতে জিলাৰ পুলিছ বিভাগ থাকে, জিলাৰ শান্তি শৃঙ্খলা শাসন আদিৰ বাবে ডেপুটি কমিছনাৰ দায়ী, সেই কৰণে পুলিছৰ চাহাব তেওঁৰ একৰকম সহকাৰী বিষয়া। জিলাৰ সকলো কাৰ্য্যৰ ওপৰতে ডেপুটি কমিছনাৰে চকু দিব লাগে, সেইদেখি, জিলাৰ প্ৰায় সকলো বিভাগৰ কৰ্ম্মচাৰীৰ লগতে ডেপুটি কমিছনাৰৰ সম্বন্ধ আছে। আগেয়ে জিলাৰ প্ৰায় সকলো বিলাক কাৰ্য্য ডেপুটি কমিছনাৰৰ তলতেই চলিছিল কিন্তু বিভাগ অনুসৰি প্ৰাদেশিক বিষয়া হোৱাৰ পৰা তেওঁৰ ভাৰ কিছু পাতলিছে।

জিলা মেজিষ্ট্ৰেটৰ বা ডেপুটি কমিছনাৰৰ ফৌজদাৰি বিচাৰৰ অধিকাৰ আছে। আন বিষয়ত তেওঁ প্ৰাদেশিক চৰ্কাৰৰ অধীন হলেও এই বিষয়ত তেওঁ জিলা জজ আৰু হাইকৰ্টৰ অধীন। তেওঁ দুবছৰ লৈকে ফাটেক দিব পাৰে আৰু এহেজাৰ টকালৈকে জৰিমনা কৰিব পাৰে। প্ৰাণদণ্ড কৰা, দ্বীপান্তৰ কৰা, আৰু ওপৰত কৈ অহাত কৈ বেছি ফাটেক দিয়া বা জৰিমনা কৰা তেওঁৰ ক্ষমতা নাই।

ডেপুটি কমিছনাৰেই জিলাত চৰ্কাৰৰ প্ৰতিনিধি, জিলাৰ ভালেখিনি কৰ্ম্মচাৰী তেওঁ নিয়োগ কৰে। অনাৰেৰি বা অবৈতনিক মেজিষ্ট্ৰেত, লোকেল-বৰ্ড মিউনিচিপেলিটি আদিৰ মনোনীত সভ্য তেওঁৰ পৰামৰ্শ মতেই মকৰল হয়। উপাধি আদি দিয়া বিষয়ত ৰজা ঘৰীয়া দৰবাৰ আদিলৈ নিমন্ত্ৰণ আদি কৰাৰ বিষয়ত, তেওঁৰ পৰামৰ্শ মতেই সাধাৰণতে সকলো কাৰ্য্য চলে। জিলাৰ সাম্প্ৰদায়িক অশান্তি আদি দূৰ কৰিবৰ নিমিত্তে তেওঁ ৰাইজৰ লগত মীমাংসা আদিও কৰে। জিলাৰ ভিতৰত দুৰ্ভিক্ষ হলে, বাণ পানী

হলে, সংক্ৰামক ব্যাধি আদি হলে তেওঁ সেই বিলাক পৰিদৰ্শন কৰি গৱৰ্ণমেন্টক তাৰ বিষয়ে জনাই আৱশ্যকীয় কাৰ্য্য কৰিব লাগে। ডেপুটি কমিছনাৰে জিলাৰ ভিতৰৰ সকলো কথা নিজৰ সহকাৰী সকলৰ পৰা আৰু আন আন বিভাগৰ কৰ্ম্মচাৰী সকলৰ পৰা জানি থাকে। তেওঁ অনেক কামত জিলাৰ ভিতৰত ফুৰিব লাগে। সেইকাৰণে জিলাৰ সাধাৰণ অৱস্থাৰ লগত তেওঁৰ পৰিচয় অতি বেছি। প্ৰাদেশিক গৱৰ্ণমেণ্টে শাসনৰ মূল নীতি থিৰ কৰিলেও তাক যথাযথ ভাবে কাৰ্য্যকৰী কৰাৰ ভাৰ ডেপুটি কমিছনাৰ আৰু তেওঁৰ তলতীয়া কৰ্ম্মচাৰী সকলৰ হাতত থাকে। ডেপুটি কমিছনাৰ সকল সাধাৰণতে ভাৰতীয় 'চিভিল চাৰ্ভিচৰ' পৰা মকৰল কৰা হয়। প্ৰাদেশিক চিভিল চাৰ্ভিচৰ বিষয়াকো এই পদ দিয়া হয়। প্ৰতি জিলাত কেবা জনো সমগ্ৰ ভাৰতীয় থাপৰ বিষয়া থাকে। সাধাৰণতে জিলা থনত চিভিল চাৰ্জন, পুলিচ চুপাৰিণ্টেণ্ডেণ্ট, এক্সিকিউটিভ্ ইঞ্জিনিয়াৰ, ফৰেষ্ট অফিচাৰ, স্কুল বিভাগৰ বিষয়া আদি থাকে। তেওঁবিলাকে নিজ বিভাগৰ প্ৰাদেশিক বিষয়াৰ আদেশ মতে কাম কৰিলেও প্ৰত্যেকেই বিভাগৰ প্ৰয়োজনীয় ঘটনা আদি ডেপুটি কমিছনাৰক জনাব লাগে। এই বিলাক কাৰ্যও ডেপুটি কমিছনাৰে পৰিদৰ্শন কৰা ক্ষমতা আছে। লোকেল বৰ্ড, মিউনিচিপেলিটিৰ কাম আদিও তেওঁ তদাৰক কৰে। জিলাৰ উন্নতি, শান্তি শৃঙ্খলা ৰক্ষা, সাধাৰণ শাসন আদিৰ বাবে তেওঁৰ কাম অপাৰ। জিলাৰ ভিতৰত তেওঁতকৈ দায়িত্বশীল আৰু ক্ষমতাপন্ন বিষয়া আৰু নাথাকে।

জিলাৰ একো ভাগক মহকুমা বোলে। ডেপুটি কমিছনাৰে গোটেই জিলা থনত যিখিনি কাৰ্য্য চলাব লাগে মহকুমাৰ অধিপতিয়ে তেওঁৰ মহকুমাত ডেপুটি কমিছনাৰৰ তলত থাকি সেইখিনি কামকেই চলাব লাগে। তেওঁ মহকুমাৰ ফৌজদাৰি বিচাৰক আৰু শাসনকৰ্ত্তা, অন্যান্য বিভাগৰ, জিলাৰ কাৰণে থকা কৰ্ম্মচাৰী বোৰৰ ডেপুটি কমিছনাৰৰ লগত যেনে সম্পৰ্ক

মহকুমা আৰু চাব-ডিভিজনেল অফিচাৰ।

মহকুমাত থকা বিভিন্ন বিভাগৰ কৰ্ম্মচাৰী বোৰৰো এওঁৰ লগত তেনে সম্বন্ধ। তেওঁক সহায় কৰিবৰ নিমিত্তে চব-ডেপুটি, ই-এ-চি, আদি বিষয়া থাকে। মহকুমাৰ শাসন সম্পৰ্কত তেওঁ জিলাৰ অধিপতিৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰাখে। মহকুমা-মেজিষ্ট্ৰেত বা চাব-ডিভিজনেল-অফিচাৰ, আই-চি-এচ বিষয়া বা অন্য প্ৰাদেশিক চিভিল চাৰ্ভিচৰ বিষয়াৰ পৰাই নিযুক্ত হয়।

মহকুমা খন ভাগ কৰি কেবাখনো থানাৰ এলাকা ভুক্ত কৰা হয়। সাধাৰণতে ৩।৪।৫ টা মৌজাৰে এটা সমষ্টি কৰি এখন থানাৰ অধীনত ৰখা হয়। থানাৰ কৰ্ত্তা জনক 'দাৰোগা' বা 'অফিচাৰ-ইন চাৰ্জ' বোলে, তেওঁ মহকুমাত থকা পুলিচ ইন্‌স্পেক্টৰবো তলৰ বিষয়া। নিজৰ এলাকাত শান্তি আৰু শৃঙ্খলা ৰক্ষাই তেওঁৰ প্ৰধান কৰ্ত্তব্য। তেওঁৰ হাতত বিচাৰৰ ক্ষমতা নাই। 'থানাৰ' এলাকাৰ আয়তন লোকসংখ্যা আৰু কাম অনুসৰী দাৰোগাৰ তলত এক বা অধিক সহকাৰী বিষয়া থাকে আৰু ভালেখিনি চিপাহী থাকে।

থানা আৰু দাৰোগা।

খাজনা তুলিবৰ সুবিধাৰ নিমিত্তে মহকুমাখন ভালেখিনি মৌজাত ভাগ কৰা হয়। এই মৌজাত একোজন লোক নিয়োজিত হৈ মৌজাৰ খাজনা তোলে। খাজনা তোলাৰ উপৰিও মৌজাৰ সৰু সুৰা বিচাৰ কৰিবৰ নিমিত্তে সদৰৰ কৰ্ত্তৃপক্ষয় তেওঁক আদেশ দিয়ে। চৰ্কাৰৰ হৈ ৰাইজৰ মাজত জনাব লগীয়া কথা মৌজাদাৰৰ জৰিয়তেই জনোৱা হয়। নিজ এলাকাৰ ভিতৰলৈ চৰ্কাৰী বিষয়া আদি আহিলে, এলাকাৰ ভিতৰত 'ভোট' লোৱা আদি কাৰ্য্য হলে, সকলো বিলাকতে মৌজাদাৰে তদাৰক কৰিব লাগে। বান, পানী হলে, সংক্ৰামক ৰোগ হলে আৰু অন্য আপদ বিপদ হলে তেওঁৰ অনেক কৰ্ত্তব্য ওলায় পৰে। মৌজাদাৰে তেওঁৰ তলৰ গাওঁবুঢ়া, টেকেলা, মহৰী আদিৰ সহায়ত খাজনা তোলাৰ পৰা আৰম্ভ কৰি আন সকলো কাৰ্য্য সমাধা কৰে। মৌজাদাৰে দৰ্ম্মহা নেপায়, তেওঁ তোলা ধনৰ ওপৰত নিৰ্দ্দিষ্ট নিৰিখে কমিচন পায়।

মৌজা মৌজাদাৰ।

এই হিচাপে চাবলৈ গলে তেওঁ চৰ্কাৰী কৰ্ম্মচাৰী নহয় কিন্তু কৰিব লগীয়া কাৰ্য্যবিলাকলৈ চালে আৰু কাৰ্য্য ক্ষেত্ৰত মহকুমা অধিপতি, জিলা অধিপতি বা আন মেজিষ্ট্ৰেত চাব-ডেপুটি আদিৰ লগত তেওঁৰ সম্পৰ্কলৈ মন কৰিলে তেওঁক চৰ্কাৰী বিষয়া বুলি নোৱাৰি। মৌজাদাৰ বিষয় থাইকৈ অসমত হে আছে।

অন্যান্য এলাকা

বিভিন্ন বিষয়ৰ বিভাগীয় কাৰ্য্য চলাবৰ নিমিত্তে জিলা মহকুমা আদি বেলেগ বেলেগ ভাগত ভগোৱা হয়। যেনে, চব ডেপুটিৰ চাৰ্কোল, চব ইন্‌স্পেক্টৰৰ চাৰ্কোল, পৰকাপ্তানি বিভাগৰ ডিভিজন, ফৰেষ্ট বিভাগৰ এলাকা আদি। আমাৰ অসমত জিলাই জিলাই স্কুল ইন্‌স্পেক্টৰ নাথাকে ; গোটেই ডিভিজনটোৰ ওপৰত এজন ইন্‌স্পেক্টৰ থাকে আৰু তেওঁৰ তলত প্ৰতি মহকুমাই মহকুমাই একোজন ডেপুটি ইন্‌স্পেক্টৰ থাকে ; এই ডেপুটি ইন্‌স্পেক্টৰৰ তলত এক বা অধিক চব ইন্‌স্পেক্টৰ থাকে।

আন প্ৰদেশৰ ব্যৱস্থা।

প্ৰতি প্ৰদেশতে মহকুমাৰ তলত থকা কৰ্ম্মচাৰী আদিৰ নাম, কৰ্ত্তব্য আদি স্থান ভেদে পৃথক, মহকুমা মেজিষ্ট্ৰেতৰ তলতে একোটা তহছিল বা টালুকৰ ওপৰত বোম্বাইত মাম্‌লাত দাৰ, পঞ্জাবত তহছিলদাৰ, সিন্ধুদেশত মোক্তাৰ আছে। এওঁবিলাকে অলপ অলপ মেজিষ্ট্ৰেতৰ ক্ষমতা পায়। থানাৰ উপৰিও গাঁৱৰ শান্তি ৰক্ষা কৰিবৰ নিমিত্তে চকিদাৰ থাকে। আমাৰ ইয়াত তেনে চকিদাৰ নাই, যি প্ৰদেশৰ মাটি জমিদাৰৰ লগত বন্দবস্ত সেই প্ৰদেশত একোজন জমিদাৰৰ এলেকাই শাসনৰ বহুত সুবিধা দিয়ে। জমিদাৰৰ বেলেগ কাছাৰি কৰ্ম্মচাৰী আদি থাকে।

---

# অষ্টম আধ্যায়

## বিচাৰ ব্যৱস্থা

বিচাৰ ব্যৱস্থাৰ কাৰণে ভাৰতৰ ইংৰাজ ৰাজত্বত বিশেষতঃ আছে। নিখুঁত বিচাৰৰ কাৰণে চৰ্কাৰে যদূৰ সম্ভৱ চেষ্টা কৰিছে। দোষীয়েহে যাতে দণ্ড পাই, নিৰ্দোষীয়ে যাতে অন্যায় দণ্ড নেপায় তাৰ নিমিত্তে বিচাৰ বিভাগ সদায় সজাগ। আইনৰ আগত সৰু বৰ নাই। আইনে ধনী, নিধনী, সকলো সমান বুলি ভাবে, শাসন বহিৰ্ভূত অঞ্চল আদিৰ বাহিৰে বিচাৰ ব্যৱস্থা সাধাৰণ শাসন তন্ত্ৰৰ বাহিৰ।

বিচাৰৰ বিভিন্ন প্ৰতিষ্ঠান

বিচাৰৰ কাৰণে অনেক ৰকমৰ আদালত আছে। এটাই বোৰ আদালতে এটাইবোৰ বিচাৰ কৰিব নোৱাৰে। বিচাৰ সাধাৰণতে দুভাগ—দেৱানি বিচাৰ আৰু ফৌজদাৰি বিচাৰ। নিৰ্দ্দিষ্ট ক্ষমতা অনুসৰি আদালত বিলাকে এই দুই বিষয়ৰ বিচাৰ কৰে। তলৰ পৰা ওপৰলৈ আদালত বিলাকৰ থাপ আছে, আৰু তলৰ বিচাৰত অসন্তুষ্ট হলে ওপৰৰ আদালতত বিচাৰ কৰাব পাৰে। অৱশ্যে, এই বিলাক সকলোবে নিৰ্দ্দিষ্ট বিধি আছে। এইদৰে তলৰ আদালতৰ ৰায়ত সন্তুষ্ট নহৈ ওপৰৰ আদালতত বিচাৰ প্ৰাৰ্থী হলেই 'আপিল' কৰা বোলে। বৃটিছ সাম্ৰাজ্যৰ শেষ বিচাৰৰ ঠাই হৈছে সম্ৰাটৰ 'প্ৰিভি কাউন্সিল'ৰ বিচাৰ সমিতি। তাৰ পাচতে আজি কালি ভাৰতবৰ্ষত যুক্তৰাষ্ট্ৰীয় আদালত প্ৰতিষ্ঠা হৈছে, কিছু বিষয়ত এই আদালতে বৃটিছ ভাৰতৰ 'হাইকৰ্ট'ৰ পৰা অহা 'আপিলো' বিচাৰ কৰিব পাৰিব। যুক্তৰাষ্ট্ৰীয় আদালতৰ তলতে প্ৰাদেশিক 'হাইকৰ্ট' 'চিফকৰ্ট'; আদি। এই হাইকৰ্ট আদিৰ তলত জিলা জজৰ আদালত, সাধাৰণ বিচাৰৰ আদালত, চিফ্ প্ৰেচিডেন্সি মেজিষ্ট্ৰেটৰ আদালত। এই বিলাকৰ তলত চাব জজ, মুন্সিফ, মেজেষ্ট্ৰেত আদিৰ

আদালত। ম্যেজিষ্ট্ৰেট আৰু মুন্সিফৰ তলত ইউনিয়ন কৰ্ট, ইউনিয়ন বেঞ্চ ইত্যাদিৰ বিচাৰো আছে।

বৃটিচ সম্ৰাজ্যৰ বিচাৰৰ শেষ ক্ষমতা আছে সম্ৰাটৰ হাতত। মজাৰ এই ক্ষমতা প্ৰিভি কাউন্সিল বা ৰাজ অমাত্য সকলৰ ভিতৰৰ পৰা নিয়োজিত সভ্য সকলৰ

প্ৰিভি কাউন্সিল

এখন সমিতিৰ দ্বাৰা পৰিচালিত হয়। এই সমিতি খনৰ নাম "জুডিচিয়েল কমিটি অব দি প্ৰিভি কাউন্সিল" (১)। এই প্ৰিভি কাউন্সিলৰ বিচাৰ সমিতিয়ে ৰায় নিদিয়ে, নিৰ্দ্দেশ দিয়ে সেই কাৰণে ইয়াক আদালত নুবুলি কমিটি বোলা হয়। এই কমিটি, বিচাৰ কাৰ্য্যত অভিজ্ঞ আইনৰ বিশেষ পাৰদৰ্শী লোকৰ দ্বাৰা গঠিত হয়। ইয়াত ১১ জন সভ্য আছে, তাৰ ভিতৰৰ দুজন ভাৰতীয় লোক হোৱা নিয়ম। এওঁবিলাকৰ দৰ্ম্মহা আদি প্ৰায় ভাৰতৰ ৰাজস্বৰ পৰাই দিয়া হয়। এই কমিটিয়ে ভাৰত আৰু অন্যান্য উপনিবেশ বিলাকৰ পৰা অহা মকৰ্দ্দমা শুনিব পাৰে। ভাৰতৰ হাইকৰ্ট আৰু ফেডাৰেলকৰ্টৰ পৰা ইয়াতৈ আপিল যাব পাৰে। সাধাৰণতে হাইকৰ্টে প্ৰিভি কাউন্সিলত আপিলৰ যোগ্য বুলি ৰায় দিলেহে তালৈ আপিল যাব পাৰে; মকৰ্দ্দাৰ দাবীৰ মূল্য দহ হেজাৰ টকাৰ ওপৰ হলেহে প্ৰিভি কাউন্সিলৈ যাব পাৰে। আগেয়ে ভালেখিনি ফৌজদাৰি আৰু দেৱানি আপিল এই আদালতলৈ যায়। যুক্তৰাষ্ট্ৰ আদালতে ভাৰতীয় হাইকৰ্টৰ আপিল গ্ৰহণ কৰিব পৰা হোৱাত এই সংখ্যা অনেক কমিব, দেশীয় ৰাজ্যৰ আদালতৰ পৰা ইয়াতৈ আপিল নেযায়। যুক্তৰাষ্ট্ৰ প্ৰৱেশকৰা ৰাজ্যৰ শাসনতন্ত্ৰ সম্বন্ধীয় অৰ্থাৎ বিবিলাক ক্ষমতা চুক্তি পত্ৰৰ দ্বাৰা ৰাজ্যই যুক্তৰাষ্ট্ৰক এৰি দিছে তেনে ক্ষমতা সম্বন্ধীয় বিচাৰৰ আপিল যুক্তৰাষ্ট্ৰৰ আদালতৰ পৰা প্ৰিভি কাউন্সিললৈ যাব পাৰে।

---

(১) Judicial Committee of the Privy Council.

বিচাৰ কৰিবলৈ হলে প্ৰিভি কাউন্সিলৰ এই কমিটিত অন্ততঃ চাৰিজন সভ্য উপস্থিত থাকিব লাগে। প্ৰিভি কাউন্সিলত আপিল কৰা বৰ ব্যয় সাধ্য। এই বিচাৰ বহুত দিন চলে, সেই দেখি ইয়ালৈ এলাগেচা মানুহে বিচাৰ প্ৰাৰ্থী হৈ যাব নোৱাৰে।

**যুক্তৰাষ্ট্ৰীয় বা ফেডাৰেলকৰ্ট**

যুক্তৰাষ্ট্ৰৰ প্ৰসঙ্গত ফেডাৰেল কৰ্ট বা যুক্তৰাষ্ট্ৰীয় আদালতৰ কথা কৈ অহা হৈছে। যুক্তৰাষ্ট্ৰ আইন অনুসৰি এতিয়াও প্ৰতিষ্ঠিত হোৱা নাই যদিও যুক্তৰাষ্ট্ৰীয় আদালত আৰম্ভ হৈছে। যুক্তৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত সমষ্টিবিলাকৰ লগত যুক্তৰাষ্ট্ৰৰ সম্পৰ্ক আৰু ক্ষমতা থিৰ কৰা আৰু শাসন-তন্ত্ৰৰ আইন বিলাকৰ উচিত ব্যাখ্যা কৰাই এই আদালতৰ প্ৰধান কাম। এই আদালত সাধাৰণতে দিল্লীত বহিব কিন্তু ভাৰতৰ প্ৰধান বিচাৰপতি অৰ্থাৎ ফেডাৰেল কৰ্টৰ ঘাই বিচাৰকে বৰলাটৰ লৈতে পৰামৰ্শ কৰি আন ঠাইতো বহুৱাব পাৰে। যি হাইকৰ্টৰ বিচাৰ হয়, সেই হাইকৰ্টে মতদিলে শাসন বিধি সম্বন্ধীয় বিচাৰৰ আপিল হাইকৰ্টৰ পৰা ইয়ালৈ আহিব পাৰে। যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাপক সভাই যুক্তৰাষ্ট্ৰীয় আদালতত দেৱানি বিচাৰৰ ব্যৱস্থা কৰিলে প্ৰাদেশিক হাইকৰ্টৰ পৰা দেৱানি বিচাৰৰ আপিল পোনে পোনে প্ৰিভি কাউন্সিললৈ নৈগে ইয়ালৈ আহিব, তাৰ পাচত আৱশ্যক বুজিলে প্ৰিভি কাউন্সিলত আপিল কৰিব পাৰিব। যুক্তৰাষ্ট্ৰৰ আদালতত প্ৰধান বিচাৰ পতিৰ বাহিৰে ছয়জনলৈকে বিচাৰক থাকিব পাৰে। যুক্তৰাষ্ট্ৰৰ আইন সভাই বিচাৰৰ সংখ্যা বঢ়োৱাৰ নিমিত্তে গৱৰ্ণৰ জেনেৰেলৰ জৰিয়তে সম্ৰাটৰ ওচৰত প্ৰাৰ্থনা কৰিলে সম্ৰাটে ইচ্ছা কৰিলে সেই সংখ্যা বৃদ্ধি কৰিব পাৰে। (১) এই আদালতৰ বিচাৰক

(১) বৰ্তমান ১৯৩৭ চনৰ ১ অক্টোবৰৰ পৰা যুক্তৰাষ্ট্ৰীয় আদালত দিল্লীত আৰম্ভ হৈছে। চাৰ মৰিচ গয়াৰ প্ৰধান বিচাৰক আৰু চাৰ মহম্মদ চুলেমান, শ্ৰীযুত মুকুন্দ ৰাম জয়কাৰ বিচাৰক নিযুক্ত হৈছে।

সকলে ৬৫ বছৰ বয়সলৈকে কাম কৰিব পাৰিব। ইয়াৰ ভিতৰতে বিশেষ কাৰণত প্ৰিভি কাউন্সিলৰ মতানুসাৰে ফেডেৰেলাৰক অন্তৰৰ দিব পাৰে। ফেডেৰেলাৰক সম্ৰাটে নিয়োগ কৰিব, যি লোক অন্ততঃ পাঁচ বছৰ বৃটিছ ভাৰতৰ বা দেশীয় ৰাজ্যৰ হাইকৰ্টৰ বিচাৰক থাকে; গ্ৰেটব্ৰিটেন আৰু উত্তৰ আয়াৰলেণ্ডৰ বাৰিষ্টাৰ বা 'এডভোকেট' হিচাপে অন্ততঃ দহ বছৰ আইন ব্যৱসায় কৰে; ভাৰতৰ প্ৰাদেশিক বা দেশীয় ৰাজ্যৰ হাইকৰ্টত অন্ততঃ ১০ বছৰ আইন ব্যৱসায় কৰে তেনেলোকেই যুক্তৰাষ্ট্ৰৰ আদালতৰ বিচাৰক হব পাৰে। কিন্তু ১৫ বছৰ বাৰিষ্টাৰ বা স্কটলেণ্ডৰ এডভোকেট, বা উকিল নহলে কোনো প্ৰধান বিচাৰক হব নোৱাৰে। প্ৰধান বিচাৰকৰ দৰমহা মাহে সাত হেজাৰ আৰু আন বিচাৰকৰ দৰমহা মাহে পাঁচ হেজাৰ পাচ শ নিৰ্দ্ধাৰিত হৈছে। এই দৰমহা আদি যুক্তৰাষ্ট্ৰৰ ৰাজস্বৰ পৰা দিয়া নিয়ম হৈছে। দৰমহা ছুটি আদি সপৰিষদ বজাই থিৰ কৰে।

**হাইকৰ্ট**—ভাৰতৰ সকলো ৰকমৰ বিচাৰ সুপ্ৰচুৰ ভাবে চলাবৰ কাৰণে প্ৰায় প্ৰদেশতে হাইকৰ্ট বা তেনে বিধৰ উচ্চ আদালত প্ৰতিষ্ঠিত হৈছে। ১৮৬১ চনৰ ভাৰতীয় হাইকৰ্ট আইন অনুসৰি নতুন ধৰণে কলিকতা, বোম্বাই আৰু মাদ্ৰাজত তিনটা উচ্চ আদালত প্ৰতিষ্ঠিত হয়। সেয়ে হাইকৰ্টৰ আৰম্ভ। ইয়াৰ পাচত ৰেঙ্গুন, পাটনা, এলাহাবাদ, আৰু নাগপুৰত হাইকৰ্ট প্ৰতিষ্ঠিত হয়, অযোধ্যাত হাইকৰ্টৰ সলনি চিফকৰ্ট আছে। সীমান্ত প্ৰদেশ আৰু সিন্ধু প্ৰদেশত 'জুডিচিয়েল কমিচনা'ৰে হাইকৰ্টৰ কাম কৰে। অসমদেশ কলিকতা হাইকৰ্টৰ তলত ইয়াত এতিয়াও বেলেগ হাইকৰ্ট স্থাপিত হোৱা নাই। উৰিষ্যাতো হাইকৰ্ট হোৱা নাই। বৰ্ত্তমান এই প্ৰদেশ পাটনা হাইকৰ্টৰ তলতে আছে। সপৰিষদ সম্ৰাটে নতুন হাইকৰ্ট প্ৰতিষ্ঠা কৰিব পাৰে। প্ৰতি হাইকৰ্টৰ নিমিত্তে সম্ৰাটে একোজন প্ৰধান বিচাৰক আৰু জনচেৰেক বিচাৰক নিযুক্ত

কৰে (১)। হাইকৰ্টৰ কাম বেছি হলে গৱৰ্ণৰ জেনেৰেলে অতি বেছি দুবছৰৰ নিমিত্তে বিচাৰক নিযুক্ত কৰিব পাৰে, কিন্তু কোন হাইকৰ্টত কিমানলৈকে বিচাৰক থাকিব পাৰে সম্ৰাটে থিৰ কৰি দিয়ে। সম্ৰাটৰ বাহিৰে আন স্থায়ী বিচাৰক নিযুক্ত কৰিব নোৱাৰে।

বিচাৰকৰ যোগ্যতা আৰু বিষয়

হাইকৰ্টৰ বিচাৰক হবলৈ হলে, ইংলণ্ড বা উত্তৰ আয়াৰলেণ্ডৰ বাৰিষ্টাৰ বা স্কট্‌লেণ্ডৰ এড্‌ভোকেট হিচাপে দহ বছৰ আইন ব্যৱসায় কৰা লোক; তিনি বছৰীয়া জিলা জজ বা বিচাৰকৰ কাম কৰা দহ বছৰীয়া পুৰণি চিভিল চাৰ্ভিচৰ বিষয়া (২); সহকাৰী তলতীয়া জজ হিচাপে অন্ততঃ পাচ বছৰ বৃটিছ ভাৰতত কাম কৰা লোক, বা দহ বছৰ ভাৰতৰ কোনো হাইকৰ্টত আইন ব্যৱসায় কৰা উকিল হব লাগিব। , কিন্তু প্ৰধান বিচাৰক হবলৈ হলে আন গুণৰ লগত বাৰিষ্টাৰ, এড্‌ভোকেট বা উকিল হবই লাগিব তাৰ উপৰি অন্ততঃ তিনি বছৰ বিচাৰকৰ কাম কৰা হব লাগিব, চিভিল চাৰ্ভিচৰ বিষয়া স্থায়ী প্ৰধান বিচাৰক হব নোৱাৰে। মানসিক, শাৰীৰিক অসুস্থতা বা আন কাৰণত প্ৰিভি কাউন্সিলে বিচাৰক সকলক কামৰ পৰা নেকৰালে বা নিজে নেৰিলে তিনি কুৰি বছৰ বয়সলৈকে কাম কৰি থাকিব পাৰে। নিজে কাম এৰিবলৈ পদত্যাগ পত্ৰ গৱৰ্ণৰৰ ওচৰত দিলেই হয়।

---

(১) সম্ৰাটৰ ঘোষণা মতে তলত দিয়া হৰে হাইকৰ্টৰ বিচাৰকৰ সংখ্যা থিৰ হয়। কলিকতা ১৯, মাদ্ৰাজ ১৫, লাহোৰ ১৫, বোম্বাই ১৩, এলাহাবাদ ১২, পাটনা ১১, নাগপুৰ ৭, অযোধ্যা চিফ্‌ কৰ্টৰ ৫, সিন্ধুৰ জুডিচিয়েল কমিচনাৰৰ কৰ্টত ৫ জন এচিষ্টেণ্ট জুডিচিয়েল কমিচনাৰ আৰু সীমান্তত তেনেকুৱা দুজন।

(২) যুক্তৰাষ্ট্ৰীয় আদালতত চিভিল চাৰ্ভিচৰ বিষয়া বিচাৰক নিযুক্ত কৰিব নোৱাৰে।

ইংৰাজীত King in council ( কিং ইন কাউন্সিল ) বুলিলে যি বুজায় আমি সপৰিষদ সম্ৰাট বুলি তাকে বুজাইছো।

হাইকৰ্টৰ বিচাৰকৰ দৰ্মহা, ছুটি, পেনচন স-পৰিষদ সম্রাটে থিৰ কৰে। ১৯১৯ চনৰ আইন অনুসৰি হাইকৰ্ট বিলাক প্ৰাদেশিক চৰ্কাৰৰ তলতে যায়। কলিকতা হাইকৰ্ট অলপলৈকে কেন্দ্ৰীয় চৰকাৰৰ তলতে আছিল। এতিয়া হাইকৰ্ট বিলাকৰ খৰচ প্ৰাদেশিক চৰকাৰে দিয়া নিয়ম হৈছে। প্ৰাদেশিক ব্যৱস্থাপক সভাই মঞ্জুৰ নকৰিলেও এই খৰচ গৱৰ্ণৰে নিজৰ ক্ষমতা অনুসৰি হলেও দিব লাগিব।

হাইকোৰ্টৰ কাম।

পাৰ্লিয়ামেণ্ট আৰু সম্রাটে হাইকৰ্টৰ সকলো কাৰ্য্যতে কৰ্তৃত্ব কৰিলেও হাইকৰ্ট হাইকৰ্টেই পৰিচালনা কৰে। প্ৰাদেশিক হাইকৰ্টে তলতীয়া আদালত বিলাক পৰিচালনা কৰে আৰু তাৰ কাৰ্য্যৰ তত্বাৱধান লয়, এই তলতীয়া আদালত বিলাকৰ পৰা 'আপিল' আহিলে হাইকৰ্টে বিচাৰ কৰে, কলিকতা, মাদ্ৰাজ আৰু বোম্বাই হাইকৰ্টে নিজ চহৰৰ মূল মকৰ্দ্দমাও বিচাৰ কৰিব পাৰে, কোনো যুক্তৰাষ্ট্ৰীয় আৰু প্ৰাদেশিক আইনৰ বিষয় কোনো তলতীয়া আদালতত বিচাৰ ওলালে হাইকৰ্টে সেই বিচাৰ লৈ আহিব পাৰে। হাইকৰ্টে দেৱানি, ফৌজদাৰি আদি সকলো ৰকমৰ মকৰ্দ্দমাৰ 'আপিল' গ্ৰহণ কৰে আৰু মূল বিচাৰৰ ক্ষমতা পোৱা হাইকৰ্টে মূল মকৰ্দ্দমাও সকলো বিষয়ৰ লয়। হাইকৰ্টৰ কাৰ্য্য ইংৰাজী ভাষাত চলে।

**তলতীয়া আদালত সমূহ**—হাইকৰ্টৰ তলত প্ৰতিখন প্ৰদেশত ঠায়ে ঠায়ে পৃথক ক্ষমতা বিশিষ্ট বিচাৰালয় আছে। ফৌজদাৰি আৰু দেৱানি দুই ৰকম বিচাৰৰ কাৰণে বেলেগ ব্যৱস্থা আছে।

দেৱানি বিচাৰ মুন্সিপ।

দেৱানি বিচাৰৰ কাৰণে জিলা মহকুমা আনকি অসমৰ বাহিৰে অন্য অনেক ঠাইত ভালেখিনি গাঁৱৰ মাজতো একোখন মুন্সিপৰ আদালত আছে। দেৱানি বিচাৰ প্ৰথমতে মুন্সিপৰ আদালতে হয়, অৱশ্যে বেছি মূল্যৰ মকৰ্দ্দমা মুন্সিপৰ আদালতত হব নোৱাৰে, সাধাৰণতে ১০০০৲ টকা মূল্যৰ মকৰ্দ্দমালৈকে

মুন্সিপৰ আদালতত চলে কোনো কোনো বিশেষ শ্ৰেণীৰ মুন্সিপে ২০০০৲ টকা মূল্যৰ মকৰ্দ্দমাকৈকে শুনিব পাৰে।

জজকৰ্ট।

এই মুন্সিপৰ ওপৰত প্ৰতি জিলাতে বা কেবাখনো জিলাৰ ওপৰত একোজন জজ থাকে। আৱশ্যক হলে দুই তিনিজন অতিৰিক্ত জজো নিযুক্ত হয়। এই অতিৰিক্ত জজৰ উপৰিও চাব জজ নামৰ বিচাৰক বিলাকও থাকে। জিলাৰ সদৰত থাকি এওঁ বিলাকে কাৰ্য্য চলায়। যত প্ৰতি জিলাতে জজ নাথাকে তত জজ সকলে নিজৰ এলাকাৰ জিলাৰ সদৰত যতদিন আৱশ্যক থাকি মোকৰ্দ্দমা নিষ্পত্তি কৰে। সাধাৰণতে হাইকৰ্টৰ তলত প্ৰতি জিলাতেই জজৰ আদালত থাকে। যি বিলাক দেৱানি মকৰ্দ্দমা মুন্সিপৰ বিচাৰ ক্ষমতাৰ বাহিৰ তেনে মোকৰ্দ্দমা এই সকল জজেই প্ৰথমে বিচাৰ কৰিব। চাবজজে অকল দেৱানি মকৰ্দ্দমাহে বিচাৰ কৰিব পাৰে, জিলা জজ আৰু অতিৰিক্ত জিলাজজে ফৌজদাৰি মকৰ্দ্দমাও বিচাৰ কৰে। মুন্সিপ আৰু চাবজজৰ আদলতৰ পাঁচ হেজাৰ টকা বা তাৰ কম মূল্যৰ যি মকৰ্দ্দমা নিষ্পত্তি হয় সেই মকৰ্দ্দমা বিলাকৰ প্ৰথম আপিল জজৰ আদালতত হয় এই বোৰৰ উপৰিও তেওঁ নিজ এলাকাধীন সকলো দেৱানি আদালতৰ কাম কাজ চাব লাগে। সকলো চাবজজ আৰু জিলা জজৰ সৰহ ভাগ মুন্সিপৰ পৰা নিযুক্ত হয়। জিলা জজৰ এভাগ চিভিল চাৰ্ভিচৰ বিষয়া আৰু উকিল বাৰিষ্টাৰ আদিৰ পৰা নিয়োগ হয়। জিলা জজৰ আদালতৰ পৰা আপিল বাখলৈ হলে হাইকোৰ্ট পায়গৈ, যি মূল্যৰ তলতীয়া আদালতৰ আপিল জিলা জজে লব নোৱাৰে তেনে 'আপিলো' হাইকৰ্টলৈ বাব লাগে। এই বিচাৰক সকলৰ সকবল কৰা, ছুটিদিয়া, পদোন্নতি কৰা আদি বিষয়ত হাইকৰ্টৰ কৰ্তৃত্ব আছে।

মহকুমা আৰু জিলাৰ মুন্সিপৰ আদালতৰ তলত ঠাই অনুসৰি ইউনিয়ন বৰ্ডক ইউনিয়ন কৰ্ট বা বেঞ্চৰ দ্বাৰা দেৱানি বিচাৰৰ ক্ষমতা দিয়া হৈছে। এই বিলাকে নিচেই তাকৰীয়া মূল্যৰ নিষ্পত্তি কৰি বিচাৰত সহায় কৰে।

**ফৌজদাৰি বিচাৰ :**—ফৌজদাৰি মকৰ্দ্দমা নিষ্পত্তিৰ নিমিত্তেও বেলেগ বেলেগ থাপৰ আদালত আছে, ওপৰত দেৱানি বিষয়ত বিচাৰক আৰু আদালত ফালি দেখুৱাইছো। যদিও দেৱানি আৰু ফৌজদাৰি দুয়ো বিধৰ মকৰ্দ্দমা সুধিব পৰা ক্ষমতাৰেও বিচাৰক আছে। চুৰি, ডকাইটি, মাৰামৰি আদি সাধাৰণ শান্তি ভঙ্গৰ বিষয় লৈ যিবিলাক ফৌজদাৰি মকৰ্দ্দমা হয় সেই বিলাক শুনিবৰ নিমিত্তে চেচন জজ, মেজিষ্ট্ৰেত আদি আছে। জিলাত জিলা মেজিষ্ট্ৰেত বা ডেপুটি কমিচনাৰ, মহকুমাত চাব্‌ডিভিজনেল অফিচাৰ এই ধৰণৰ বিচাৰৰ বিশেষ বিষয়া, এওঁবিলাকক একজন এচিষ্টেণ্ট কমিচনাৰ বা তলতীয়া মেজিষ্ট্ৰেত সকলে সহায় কৰে। এই মেজিষ্ট্ৰেট সকল তিনি ভাগত বিভক্ত প্ৰথম শ্ৰেণীৰ, দ্বিতীয় শ্ৰেণীৰ আৰু তৃতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেত। প্ৰথম শ্ৰেণীৰ মেজিষ্ট্ৰেতে দুবছৰলৈকে ফাটেক, এহেজাৰ টকালৈকে জৰিমনা আৰু আইনে নিৰ্দ্দিষ্ট কৰিদিয়া মতে নিজান ফাটেক দিব পাৰে। তেওঁ ইচ্ছা কৰিলে বেত দিও শাস্তি দিব পাৰে। দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেতে ছমাহলৈকে ফাটেক, ২০০৲ টকালৈকে জৰিমনা আৰু স্থানীয় গৱৰ্ণমেণ্টৰ আদেশ পালে বেত দিয়া শাস্তিও দিব পাৰে। তৃতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেতে এমাহলৈকে ফাটেক আৰু পঞ্চাচ টকালৈকে জৰিমনা কৰিব পাৰে। এতিয়া দেখা গল হাইকৰ্টৰ তলত ক্ৰমে চেচন জজক জিলা জজ, প্ৰথম শ্ৰেণীৰ মেজিষ্ট্ৰেট, দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেত, তৃতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেত, অবৈতনিক মেজিষ্ট্ৰেত, বেঞ্চকৰ্ট আদি আছে।

চেচনজজ আৰু জুৰি।

ফৌজদাৰি বিষয়ৰ বিচাৰক হিচাপে, জিলা জজকে চেচনজজ বা দায়ৰা জজো বোলে। এওঁ বিলাক নিজা এলেকাৰ দেৱানি বিচাৰৰ যেনে বিচাৰক ফৌজদাৰি বিচাৰৰো তেনে বিচাৰক, কিন্তু চাবজজ সকলৰ দেৱানিৰ বাহিৰে ফৌজদাৰি বিচাৰ কৰিবৰ ক্ষমতা নাই। চেচন জজ যেই সেই দণ্ডকে দিব পাৰে কিন্তু মৃত্যু দণ্ড দিবলৈ হলে হাইকৰ্টৰ অনুমোদন লাগে, কেতিয়াবা কোনো

কোনো ডলতীয়া জজকো সহকাৰী চেচনজজ হিচাপে কাম কৰিবলৈ দিয়া হয়, তেনেকুৱাত তেওঁবিলাকে মৃত্যুদণ্ড আৰু দ্বীপান্তৰ দণ্ড দিব যি নোৱাৰেই সাত বছৰতকৈ অধিক কাল ফাটেকো দিব নোৱাৰে। এই শ্ৰেণীৰ ক্ষমতা পোৱা জজ চাৰি বছৰৰ ওপৰ দিন ফাটেক দিবলৈ হলেও চেচন জজৰ অনুমোদন বিচাৰিব লাগে।

গুৰুতৰ অপৰাধৰ বিচাৰত জজে, জুৰি বা এচেচৰৰ সহায় লয়। আইন ব্যৱসায়ীৰ বাহিৰে আন লোকৰ দ্বাৰা জুৰি গঠিত হয়, জুৰিয়ে সাধাৰণ বিচাৰ বুদ্ধিৰ দ্বাৰা বিচাৰ কৰে আৰু জজে আইন অনুসৰি শাস্তি দিয়ে, গুৰুতৰ বিষয়ত এইদৰে দুই ৰকমে বিচাৰ থিৰ কৰা হয়। জুৰিৰ মত জজে মানিব লাগে, কিন্তু জুৰি আৰু জজৰ মত অমিল হলে জজে মোকৰ্দ্দমা শেষ নিষ্পত্তিৰ কাৰণে হাইকৰ্টলৈ পঠিয়াই দিয়ে। হাইকৰ্টত জুৰিৰ সকলো সভ্য একমত হলে জজে সেই মত মানিব লাগিব। কিন্তু সকলো একমত নহলে জজে আন জজ আৰু আন জুৰিক সেই মকৰ্দ্দমা সুধিবলৈ দিব পাৰে, আচামীয়ে জুৰিত নিজ জাতিৰ মানুহ বিচাৰিলে সৰহ ভাগ তেনে মানুহকে জুৰিত নিযুক্ত কৰা হয়।

চেচন জজৰ ৰায়ৰ বিৰুদ্ধে হাইকোৰ্টলৈ আপিল যাব পাৰে। গুৰুতৰ দণ্ড পোৱা মানুহক গৱৰ্ণৰ, গৱৰ্ণৰ জেনেৰেল বা সম্ৰাটে ইচ্ছা কৰিলে ক্ষমা কৰিব পাৰে, গৱৰ্ণৰ, গৱৰ্ণৰ জেনেৰেল, হাইকৰ্টৰ বিচাৰক, আৰু মন্ত্ৰী আদি ৰজাৰ প্ৰতি বিশ্বাস ঘাটকতা কৰা অপৰাধৰ বাহিৰে আন অপৰাধৰ বাবে অভিযুক্ত হব নোৱাৰে। কলিকতা, মাদ্ৰাজ আৰু বোম্বাই নগৰত ডেপুটি মেজিষ্ট্ৰেটৰ সলনি প্ৰেচিডেন্সি মেজিষ্ট্ৰেত আৰু জিলা মেজিষ্ট্ৰেটৰ সলনি চিফ্ প্ৰেচিডেন্সি মেজিষ্ট্ৰেটে বিচাৰ কাৰ্য্য চলায়।

প্ৰেচিডেন্সি মেজিষ্ট্ৰেত আৰু চিফ প্ৰেচিডেন্সি মেজিষ্ট্ৰেত।

চেচন জজৰ তলতে জিলা মেজিষ্ট্ৰেত বা ডেপুটি কমিছনাৰ। তেওঁ জিলাৰ ফৌজদাৰি বিচাৰক আৰু কাৰ্য্যনিৰ্ব্বাহকৰ কৰ্ত্তা। জিলাৰ সকলো বিলাক মেজিষ্ট্ৰেতৰ কাৰ্য্য তেওঁ পৰিদৰ্শন আৰু তত্ত্বাৱধান লয়। ওপৰত কৈ অহাদৰে তেওঁক ভালে খিনি তলতীয়া মেজিষ্ট্ৰেতে সহায় কৰে। তেওঁৰ তলতে প্ৰায় তেওঁ খটোৱা ক্ষমতা মহকুমাত খটাই মহকুমা মেজিষ্ট্ৰেত বা চাব ডিভিজনেল অফিচাৰ থাকে। এই মেজিষ্ট্ৰেত সকলৰ প্ৰথম শ্ৰেণীৰ ক্ষমতা থাকে আৰু অনেক বিষয়ত তলতীয়া মেজিষ্ট্ৰেতৰ বিচাৰৰ 'আপিল' বিচাৰ কৰিব পাৰে। সকলো বিচাৰ প্ৰথমতে মেজিষ্ট্ৰেতৰ ওচৰতে উপস্থিত কৰা হয়। মেজিষ্ট্ৰেতে প্ৰাথমিক বিচাৰ কৰি চাই সেই বিচাৰ নিজৰ ভিতৰত শুধিব পৰা হলে নিজে গোটে বা সহকাৰী এজনক ক্ষমতা অনুযায়ী শুধিবলৈ দিয়ে। মেজিষ্ট্ৰেতৰ ক্ষমতাৰ বাহিৰৰ মকৰ্দ্দমা হলে জজৰ আদালতলৈ পঠিয়ায়। প্ৰতি মহকুমাতে কেতবিলাক 'বেঞ্চকৰ্ট' অবৈতনিক মেজিষ্ট্ৰেতৰ কৰ্ট আদি আছে। সেই বিলাকত ভালেখিনি সৰুসুৰা বিচাৰ নিস্পত্তি কৰা হয়। মেজিষ্ট্ৰেতে ইচ্ছা কৰিলে এলাকাৰ কোনো এঠাইত ঘটা সৰুসুৰা মকৰ্দ্দমা শুধি নিস্পত্তি কৰিবৰ নিমিত্তে স্থানীয় কোনো উপযুক্ত ভদ্ৰলোকৰ ওপৰত সেই ভাৰ পৰে। গাঁৱৰ ভিতৰৰ অনেক অৰু সুৰা বিচাৰ গৱৰ্ণমেণ্টৰ অনুমোদিত বা স্বাধীন ভাবে গঠিত হোৱা পঞ্চায়তেও নিস্পত্তি কৰে। পঞ্চায়তৰ ৰায়ত সন্তুষ্ট নহৈ ওপৰ আদালতত মকৰ্দ্দমা কৰিলেগে পঞ্চায়তৰ বিচাৰে বিচাৰত ভালে খিনি সহায় কৰে, স্থানীয় মৌজাদাৰেও অনেক মকৰ্দ্দমা শুধিবলৈ পায়।

মেজিষ্ট্ৰেত আদি

জিলা মেজিষ্ট্ৰেত বা চাব ডিভিজনেল অফিচাৰ আৰু দুইচাৰি তলতীয়া মেজিষ্ট্ৰেত চিভিল চাৰ্ভিচৰ বিষয়াও থাকে, অভিজ্ঞ প্ৰাদেশিক বিষয় বৰীয়া লোকো এই বিলাক পদত অনেক আছে। সাধাৰণ মেজিষ্ট্ৰেত

বা এসম্ব্লী-এচিষ্টেণ্ট-কমিছনৰ সকল প্ৰাদেশিক বিষয় যৰীয়া লোক, অসমৰ বাহিৰে আন কোনো কোনো প্ৰদেশত জিলা বা মহকুমাৰ অংশ বিশেষত মেজিষ্ট্ৰেটৰ কাম চলোৱা যায় মামলাটদাৰ, মোক্তাৰ, টহচিলদাৰ আদি উপযুক্ত শিক্ষিত লোকৰ পৰা নিযুক্ত কৰা হয়।

ক'ৰনাৰ কৰ্ট

ড'ঙৰ নগৰত, বৰ্ত্তমান কলিকতা আৰু বোম্বাইত মেজিষ্ট্ৰেটৰ আদেশ মতে পুলিচে ঘটনাত মৰা মানুহৰ শৰীৰ পৰীক্ষা কৰি চাবৰ নিমিত্তে এবিধ 'কৰ্ট' বা আদালত থাকে। এনে আদালক ক'ৰনাৰ কৰ্ট বোলে, ক'ৰনাৰক এনে বিচাৰত জুৰিয়ে সহায় কৰে।

**ভাৰতীয় আইন**—ভাৰতীয় লোকৰ ব্যক্তি গত বিষয়ত হিন্দুৰ কাৰণে হিন্দু-শাস্ত্ৰ সম্মত, আইন আৰু মুছলমানৰ কাৰণে কোৰাণোক্ত আইন চলে। প্ৰথমতে ইংৰাজে ইংৰাজৰ সকলো বিধ আইনকে ভাৰতত চলাব খুজিছিল কিন্তু পাচত সেই মত পৰিবৰ্ত্তন কৰিলে। সময়ৰ লগত আৰু পশ্চিমীয়া সভ্যতাৰ আদৰ্শত ভাৰতীয় আইন বিলাকৰো ভালে খিনি পৰিবৰ্ত্তন হৈ গৈছে। এই বিলাক, আইন কৰিব পৰা উপযুক্ত প্ৰতিষ্ঠানৰ দ্বাৰা সাল সলনি হৈ আছে। ১৮৩৩ চনত মেকলেৰ সভাপতিত্বত বহা 'ল কমিছনে' আইন বিলাক গোটাই 'চিভিল প্ৰচিডিয়ৰ ক'ড'; 'ক্ৰিমিনেল প্ৰচিডিয়ৰ ক'ড'; আৰু 'পেনেল ক'ড'; কৈ ভগাই পেলালে। কাল-ক্ৰমত আগৰ বহুত আইন সলনি হৈছে। ১৯৩৫ চনৰ সংস্কাৰ আইনে আগৰ চলি থকা আইন বিলাক উপযুক্ত ক্ষমতা বিশিষ্ট প্ৰতিষ্ঠানে সাল সলনি নকলে মানে চলি থাকিব বুলি ঘোষণা কৰে। ১৯৩৫ চনৰ আইন মতে ভাৰতত চলা প্ৰায় ২৪টা ইংৰাজৰ আইন আৰু ভাৰতত আৰু প্ৰদেশ বিলাকত চলা প্ৰায় দুহেজাৰ মান আইন সাল সলনি কৰিবলৈ স-পৰিষদ সম্ৰাটে আদেশ দিছে।

**আইনৰ ব্যৱসায়**

বৰ্ত্তমানে যুগত আইন ব্যৱসায় এটা প্ৰধান ব্যৱসায়। বেৰিষ্টাৰ, এড্‌ভোকেট, উকিল, চলিচিটাৰ, মুক্তিয়াৰ আদি এই ব্যৱসায়ৰ লোক। এওঁ বিলাকৰ পদ্ধতি অনুসৰি সকলো থাপৰ আদালতত্তে থাকে, আইনৰ বিষয়ৰ গৱৰ্ণমেণ্টক উপদেশ আদি দি গৱৰ্ণমেণ্টৰ মকৰ্দ্দমা আদি যি চলায় তেওঁক এড্‌ভোকেট্ জেনেৰেল, চৰকাৰি উকিল আদি আদালত অনুসৰি বোলা হয়। বৰ্ত্তমান ভাৰতৰ সামাজিক ৰাজনৈতিক সকলো বিষয়তে এই আইন ব্যৱসায়ী লোক সকলৰ বিশেষ প্ৰতিপত্তি আছে।

# নৱম আধ্যায়

## চৰকাৰী বিষয়া খাৰ

গোটেই দেশখনৰ বিতং শাসনৰ নিমিত্তে নানা ৰকমৰ নানা থাপৰ বিষয়াৰ আৱশ্যক; গণতন্ত্র শাসনত ব্যৱস্থাপক সভাৰ আইন কৰাৰ উপৰিও শাসন কাৰ্য্যত হাত আছে। ব্যৱস্থাপক সভাৰ সৰহীয়া দলৰ মত অনুসৰিয়েই শাসন কাৰ্য্য চলে। অৱশ্যে বৰ্ত্তমান ভাৰতবৰ্ষৰ নিচিনা গণতন্ত্রত কেন্দ্রীয় আৰু প্ৰাদেশিক গৱৰ্ণমেণ্টবিলাকৰ কিছু কাৰ্য্য ব্যৱস্থাপক সভাৰ মত নহলেও গৱৰ্ণৰ জেনেৰেলে বা গৱৰ্ণৰ সকলে চলাব পাৰে। যেইহক প্ৰায় সকলো কাৰ্য্যই ব্যৱস্থাপক সভাৰ আস্থা থকা মন্ত্ৰী সকলেই চলায়। ব্যৱস্থাপক সভা স্থায়ী নহয়, গতিকে মন্ত্ৰী সভাও স্থায়ী নহয়। এইদৰে দেখা যায় সাধাৰণতে শাসনৰ গুৰি ধৰোতা সকল স্থায়ী নহলেও বিতং শাসনৰ নিমিত্তে থকা বিষয়া সকলে স্থায়ী ভাবে নিযুক্ত হৈ শাসনকাৰ্য্য চলায়, শাসনৰ গুৰিয়াল সকল বেতিয়াই যেনেকুৱা হয় তেনেকুৱা হৈয়ে বিষয়া সকলে শাসন কাৰ্য্য পৰিচালনা কৰে, মূলনীতি সলনি হল বুলিয়েই যে ধপ্ কৰে সকলো বিতং শাসনৰ কাৰ্য্য সলনি হৈ যাব সি নহয়; সকলো কাম লাহে লাহে এটা গতত চলি থাকে। চৰকাৰী স্থায়ী বিষয়া সকলে সালসলনি হৈ থকা চৰকাৰৰ তলত একেবাহে থিৰভাৱে সৈতে শাসন কাৰ্য্য চলায়। চৰকাৰী বিষয়া সকল প্ৰথমতে দুভাগে ভগাব পাৰি (ক) সামৰিক আৰু (খ) অসামৰিক।

সামৰিক বিভাগৰ ভাৰতৰ প্ৰধান সেনাপতিয়েই সৰ্ব্বপ্ৰধান বিষয় বৰীয়া।

**সামৰিক বিভাগ**

সপৰিষদ সম্ৰাটে তেওঁক নিযুক্ত কৰে আৰু তেওঁৰ দৰ্ম্মহা আদি থিৰ কৰি দিয়ে। আন আন প্ৰধান সামৰিক বিষয়াও সপৰিষদ সম্ৰাটৰ আদেশ মতে নিয়োজিত

হয়। ভাৰত সচিবে এই বিষয়া সকলৰ নিয়ম কাৰণ আদি বান্ধি দিয়ে। এই বিষয়া সকলে সকলো ৰকমৰ আবেদন নিবেদন পোনে পোনে ভাৰত সচিবৰ ওচৰত কৰে। এইদৰে দেখা যায়, ভাৰতৰ সামৰিক বিভাগ শেষত ভাৰত সচিবৰ কৰ্তৃত্বৰ অধীনতে আছে। এওঁ বিলাকৰ মৰ্য্যদা আদি যুক্তৰাষ্ট্ৰৰ ৰাজস্বৰ পৰা দিয়া থিৰ হয়। যুৰণীয়া মেজৰ মেলত আৰু পালিয়ামেণ্টৰ যুটীয়া সমিতি যদিও সৈন্যাধ্যক্ষ হিছাপে যথেষ্ট ভাৰতীয় লোৱাৰ আৰু ২০।২৫ বছৰৰ ভিতৰতে ভাৰত ৰক্ষাৰ কাৰণে নিযুক্ত হোৱা সৈন্যবোৰ ভাৰতীয় লোকৰ পৰা লব লাগে বুলি ভাৰতীয় প্ৰতিনিধি সকলে প্ৰস্তাৱ কৰিছিল তথাপি শাসন তন্ত্ৰত এই বিষয়ে বিশেষ উল্লেখ কৰা নাই। কিন্তু স-পৰিষদ সম্ৰাটে ৰাজ-উপদেশ-পত্ৰত গৱৰ্ণৰ জেনেৰেলক এই বিষয়ে বিশেষ চকু কান দিবলৈ আদেশ দিছে।

অসামৰিক বিষয় বিলাক সাধাৰণতে তিনি ভাগত ভগোৱা হয় (ক) সমগ্ৰ ভাৰতৰ কাৰণে নিয়োজিত বিষয়া, (খ) প্ৰাদেশিক বিষয়া, (গ) তলতীয়া বিষয়া, (১)

**সমগ্ৰ ভাৰতৰ কাৰণে নিয়োজিত বিষয়া**—সমগ্ৰ-ভাৰতৰ যেই যেই প্ৰদেশত বা কেন্দ্ৰীয় চৰকাৰত যি বিলাক বিষয়া শাসন সম্বন্ধীয় কাৰ্য্যত নিযুক্ত হয় সেই বিলাকক সাধাৰণতে ভাৰতীয় চিভিল চাৰ্ভিচৰ বিষয়া বোলে।

ভাৰতীয় চিভিল চাৰ্ভিচ

গোটেই ভাৰতৰ কাৰণে নিযুক্ত কৰা বিভিন্ন বিষয়ৰ অসামৰিক বিষয়া আৰু অনেক আছে, সেই বিষয়া সকলক সাধাৰণতে নিজৰ বিভাগৰ নাম অনুসৰি গোটেই ভাৰতৰ বিষয়া বুলিহে জনা যায়। যেনে 'ভাৰতীয় বন বিভাগৰ বিষয়া' ( ইণ্ডিয়ান ফৰেষ্ট চাৰ্ভিচ ); ভাৰতীয় শিক্ষা বিভাগৰ

(১) (ক) All India service, (খ) Provincial service, (গ) subordinate service,

বিষয়া ( ইণ্ডিয়ান এডুকেচনেল চার্ভিচ ); ইণ্ডিয়ান পুলিচ চার্ভিচ, আদি। এই সমগ্র ভাৰতৰ নিমিত্তে নিযুক্ত কৰা বিষয়া বিলাকক ভাৰত সচিবে মকৰল কৰে। চিভিল চার্ভিচ আৰু ভাৰতীয় পুলিস চার্ভিচৰ বিষয়া সকলৰ বিষয়ক 'কভেনেণ্টেড্' (১) বা চর্ত্তানুযায়ী নির্দ্দিষ্ট কৰা বিষয় বোলে। এই দুই বিভাগৰ বিষয়া সমগ্র ভাৰতৰ নিমিত্তে নিয়োজিত হলেও তেওঁ বিলাক প্রথমতে যি প্রদেশত নিযুক্ত হয় সাধাৰণতে সেই প্রদেশতেই থাকিব লাগে।

ভাৰতৰ সর্ব্বশ্রেষ্ঠ বিষয় ভাৰতীয় চিভিল চার্ভিচ, হাইকর্টৰ সৰহভাগ বিচাৰক, শতকৰা ৯০ জন মান জিলা আৰু চেচন জজ, প্রদেশত থকা শতকৰা ৯০ জন কমিছনাৰ, মেজিষ্ট্রেট, অন্যান্য শাসন বিভাগৰ ডাঙৰ ডাঙৰ চাকৰিয়াল প্রায় সৰহ ভাগতে ভাৰতীয় চিভিল চার্ভিচৰ বিষয়া নিয়োগ কৰা হয়।

১৭৯৩ চনৰ পৰাই চিভিল চার্ভিচ প্রৱর্ত্তিত হয়। ১৭৯৩ চনত ইষ্টইণ্ডিয়া কোম্পানীৰ বিষয়া সকলে কোম্পানীৰ লৈতে চুক্তি কৰে যে তেওঁবিলাকে নিজে ব্যক্তিগত ভাৱে বেপাৰ বাণিজ্য নকৰে আৰু ভেটি ভাৰ নোলোৱাকৈ কোম্পানীৰ কার্য্য চলাব। সেই চুক্তি অনুসৰি কিছুমান বিষয়াক এই ওখ থাপৰ বিষয়া পতা হয়। ১৮৫৩ চনলৈকে কোম্পানীৰ ডিৰেক্টৰ সকলে এই বিষয়া সকল মনোনীত কৰিছিল। তাৰ পাচৰ পৰাই প্রতিযোগিতা মূলক পৰীক্ষা লৈ চিভিল চার্ভিচৰ বিষয়া নিয়োগ কৰা নিয়ম হয়। ১৮৮৮ চনৰ 'পাব্লিক্ চর্ভিচ কমিছনৰ নির্দ্দেশ অনুসৰি এটাই বিলাক বিষয় তিনি ভাগ হয়। ভাৰতীয় চিভিল চার্ভিচ, প্রাদেশিক চিভিল চার্ভিচ আৰু তলতীয়া চিভিল চার্ভিচ। ভাৰতীয় চিভিল চার্ভিচ আৰু অন্যান্য ভাৰতীয় চার্ভিচ কেন্দ্রীয় চৰকাৰৰ কর্তৃত্বাধীন। বাকীবোৰ প্রাদেশিক

---

(১) covented service.

চৰ্কাৰৰ তলত। ভাৰতীয় চিভিল চাৰ্ভিচ পৰীক্ষা ভাৰত সচিবৰ পৰিচালনাতেই হয়, অৱশ্যে পৰীক্ষা লোৱাৰ ভাৰ চিভিল চাৰ্ভিচ কমিছনাৰৰ ওপৰতে দিয়া হয়। আগেয়ে অকল লণ্ডনত এই পৰীক্ষা লোৱা হৈছিল, বৰ্ত্তমান ভাৰতীয় প্ৰাৰ্থীৰ সুবিধাৰ নিমিত্তে দিল্লীতো এই পৰীক্ষা লোৱা হয়। ১৯৩৬ চনৰ পৰা পৰীক্ষা নোলোৱাকৈয়ে ভাৰত সচিবে ইউৰোপীয় লোক, মনোনয়নৰ দ্বাৰা নিয়োগ কৰাৰ ক্ষমতা পাইছে। প্ৰাদেশিক বিষয়া, আইন ব্যৱসায়ী, আদিৰ পৰাও ভাৰতীয় চাৰ্ভিচৰ লোক নিযুক্ত হয়। ভাৰতীয় বিশ্ববিদ্যালয়ৰ গ্ৰেজুৱেটে চিভিলচাৰ্ভিচ পৰীক্ষাৰ প্ৰাৰ্থী হব পাৰে, এনে প্ৰাৰ্থীৰ বয়স ২১ ৰ কম আৰু ২৪ ৰ ওপৰ হব নোৱাৰিব। এই চাৰ্ভিচৰ কাৰণে জাতি ধৰ্ম্ম বৰ্ণ নিৰ্ব্বিশেষে সকলো ভাৰতীয়ই প্ৰাৰ্থী হব পাৰে।

১৯৩৩ চনত চিভিল চাৰ্ভিচ, পুলিচ বিভাগ, বন বিভাগ, অসামৰিক ডাক্তৰি বিভাগ, শিক্ষা বিভাগ, কৃষি বিভাগ, পশুচিকিৎসা বিভাগ আদি মুঠ ৩৪২৮ টাত সমগ্ৰ ভাৰতীয় বিষয়-ববীয়া আছিল, তাৰ ভিতৰত ২১৯৩ ইউৰুপীয়, ১২·৭ ভাৰতীয় আৰু ৮ অন্য লোক আছিল। বৰ্ত্তমান চিভিল চাৰ্ভিচত ১৩০০ বিষয়া আছে। ১৯৩৯ চনত ইয়াৰ আধা ভাৰতীয় লোক হোৱা কথা আছিল, কিন্তু বৰ্ত্তমান আইনে ভাৰতীয়ৰ হাৰ নিৰ্দ্ধাৰণ কৰিবলৈ ভাৰত-সচিবক ভাৰ দিছে।

**প্ৰাদেশিক বিষয়া**—ভাৰতীয় কৰ্ম্মচাৰীসকলৰ তলতে প্ৰদেশিক কৰ্ম্মচাৰীসকল। এওঁবিলাকৰ কাৰ্য্য প্ৰদেশৰ ভিতৰতে। প্ৰাদেশিক চৰ্কাৰে, প্ৰায় প্ৰদেশৰ মানুহৰ ভিতৰৰ পৰাই প্ৰাদেশিক বিষয়া নিয়োগ কৰে। প্ৰাদেশিক বিষয়াৰ দৰ্ম্মহা আদি প্ৰাদেশিক ৰাজস্বৰ পৰা দিয়া হয়। প্ৰাদেশিক চিভিল চাৰ্ভিচৰ অনেক বিষয়া যেনে মেজিষ্ট্ৰেত আদি, ডাক্তৰী, পুলিচ, শিক্ষা, কৃষি, বন, গৰকাপ্তানি, আবকাৰী আদি বিভাগৰ অনেক

বিষয়া প্ৰাদেশিক কৰ্ম্মচাৰী। প্ৰাদেশিক বিষয়াও মকবল কৰোতে মনোনয়ন কৰা হয় আৰু প্ৰতিযোগিতাৰ পৰীক্ষাৰেও নিযুক্ত কৰা হয়।

তলতীয়া থাপৰ কৰ্ম্মচাৰী।

প্ৰদেশৰ ভিতৰৰ তল থাপৰ কৰ্ম্মচাৰী সকলেই ওপৰত কোৱা তৃতীয় শ্ৰেণীৰ বিষয়া। এই বিষয়া সকলৰ ভিতৰত পদৰ উন্নতিৰ দ্বাৰা ওপৰ থাপলৈ যাব পৰা বাট বন্ধ নহয়।

১৯১৯ চনৰ ভাৰত শাসন আইন অনুসৰি পাব্লিক চাৰ্ভিচ কমিচন গঠিত হৈছে। ভাৰতীয় কৰ্ম্মচাৰী সকলৰ বিষয় সকলো কাৰ্য্য পৰিচালনাৰ নিমিত্তে এই কমিছন গঠিত। ভাৰত মন্ত্ৰী আৰু ভাৰত চৰ্কাৰে এওঁ বিলাকৰ কাৰ্য্যত হস্তক্ষেপ কৰাৰ নিমিত্তে এই কমিছনৰ আৱশ্যকতা কমি গৈছে। যুক্তৰাষ্ট্ৰৰ তলত যি সকল বিষয়া নিয়োগ কৰা হব, তেওঁবিলাকৰ নিয়োগ আদিৰ কাৰণেও যুক্তৰাষ্ট্ৰীয় চাকৰি কমিছন নিযুক্ত হৈছে। যুক্তৰাষ্ট্ৰৰ আৱশ্যক অনুসৰি চাকৰিলৈ লোক নিযুক্ত কৰোতে মনোনয়ন, প্ৰতিযোগিতামূলক পৰীক্ষা আদিৰ ব্যৱস্থা এই কমিছনেই কৰিব। এই কমিছনত কেইজন সভ্য থাকিব তাক বৰলাটেই থিৰকৰা নিয়ম হৈছে। তেওঁবিলাকৰ দৰ্ম্মহা আদি আৰু অফিচ আদিৰ সকলো খৰচ যুক্তৰাষ্ট্ৰৰ পৰা দিয়া হব। কমিছনৰ সভ্য সকলৰ অন্ততঃ আধা সম্ৰাটৰ তলত দহবছৰ চাকৰি কৰা হব লাগে।

চাকৰি কমিছন।

প্ৰদেশ বিলাকতো চাকৰি কমিছন নিয়োগ হৈছে, এই কমিছনৰ সভ্য সকলক গৱৰ্ণৰে নিয়োগ কৰে, এওঁবিলাকৰ দৰ্ম্মহা আদিও গৱৰ্ণৰে থিৰ কৰি প্ৰাদেশিক ৰাজস্বৰ পৰা, অৱশ্যে দিবলগীয়া খৰচ হিচাপে দিয়ায়, কমিছনে প্ৰদেশৰ চাকৰি সম্বন্ধে ব্যৱস্থা কৰে আৰু এই বিষয়ৰ সকলো কাৰ্য্য চলায়। দুখন বা তাতকৈ বেছি প্ৰদেশ গোট খায়ো চাকৰি কমিছন নিয়োগ কৰে। এনে কমিছনৰ ব্যয়ভাৰ সংস্পৰ্শত এটাইকিখন প্ৰদেশে বহন কৰে। আমাৰ অসম দেশত তিনিজন সভ্যৰে সৈতে চাকৰি কমিছন গঠিত হৈছে।

বিহাৰ, উৰিষ্যা আৰু মধ্যপ্ৰদেশ তিনিওখন প্ৰদেশৰ কাৰণেহে এটা কমিছন মকৰল হৈছে। বঙ্গদেশত বেলেগ কমিছন প্ৰতিষ্ঠা কৰিছে। এই কমিছন নিয়োগ কৰোতে ইয়াৰ সভ্য কিজন, যতদূৰ সম্ভৱ, বিভিন্ন সম্প্ৰদায়ৰ লোক যাতে হয়, তাৰ নিমিত্তে গৱৰ্ণৰ সকলে চকুৰাখে।

**ভাৰতীয় পুলিচ**—দেশৰ সাধাৰণ শান্তি ৰক্ষাৰ নিমিত্তে পুলিচৰ আৱশ্যক। বিশেষ অশান্তি দমনৰ নিমিত্তেহে সৈন্যদল মাতিব লগাত পৰে। পুলিচৰ ভিতৰতে অস্ত্ৰধাৰী, অশ্বাৰোহী আদিও আছে। ভাৰতৰ সীমান্তত পহৰা দিয়া আৰু সাধাৰণতে গোলমাল লগাব পৰা জাতিবোৰৰ মাজত সশস্ত্ৰ পুলিচে পহৰা দিয়ে। কোনো ঠাইত বিশেষ গোলমাল হলে অতিৰিক্ত পুলিচৰ দল নিযুক্ত কৰা হয়, এনে পুলিচক 'পিউনিটিভ' পুলিচ বোলে। এই পুলিচৰ খৰচ, যি ঠাইত ইয়াৰ আৱশ্যক হয় সেই ঠাইৰ লোকৰ পৰাই উলিওৱা হয়, প্ৰত্যেক প্ৰদেশৰ পুলিচৰ কৰ্ত্তা 'ইন্স্পেক্টৰ জেনেৰেল অব পুলিচ'ৰ তলত জিলা, মহকুমা, থানা আদিত অনেক থাপৰ অনেক বিষয়া থাকে ; এই বিষয়াবিলাকৰ তলত সাধাৰণ পুলিচ থাকে। ভাৰতত ১৪৪৪৭০ জন পুলিচ কৰ্ম্মচাৰী আৰু সাতলাখ গাঁৱলীয়া পুলিচ আছে। পুলিচে অনা গোচৰ বিলাকৰ বিচাৰ মেজিষ্ট্ৰেতে কৰে। এনে মেজিষ্ট্ৰেতৰ সংখ্যা প্ৰায় ৫০০০। দোষীক ফাটেক দিবৰ নিমিত্তে ভাৰতত ৪০টা কেন্দ্ৰীয়, ১৯০টা জিলা আৰু ৫০০ মহকুমা জেল আছে।

---

# দশম আধ্যায়

## আৰ্থিক ব্যৱস্থা

সাধাৰণ ঘৰ এখন চলাবলৈ হলেও যেনেকৈ ধনৰ আৱশ্যক সেইদৰে দেশ এখনৰ সকলো কাৰ্য্য চলাবৰ নিমিত্তে ধনৰ আৱশ্যক। ঘৰ খনত যেনেকৈ ধন উপাৰ্জ্জন কৰি খৰচ কৰিব লাগে গৱৰ্ণমেণ্টেও সেইদৰে ধন উপাৰ্জ্জন কৰিহে ব্যায় কৰিব পাৰে। এতিয়া যুক্তৰাষ্ট্ৰীয় চৰ্কাৰৰ আৰু প্ৰাদেশিক চৰ্কাৰ বিলাকৰ কাম চলাবৰ নিমিত্তে কৰ পৰা ধন আহে আৰু কেনেকৈ খৰচ হয় তাক থূল মূলকৈ ইয়াত চোৱা হব। ভাৰত চৰ্কাৰৰ কি ধাৰ ঋণ আছে তাকো ইয়াত দেখুৱাবলৈ চেষ্টা কৰা হব।

১৯১৯ চনত মণ্টেগু চেম্চফৰ্ডৰ ৰিপৰ্ট অনুসৰি যি আইন প্ৰৱৰ্ত্তিত হয়, সেই আইনে ভাৰতৰ আৰ্থিক ব্যৱস্থাৰো সাল সলনি ঘটায়। পূৰ্ব্বে সমগ্ৰ বৃটিছ ভাৰতৰ আৰ্থিক ব্যৱস্থাৰ নিমিত্তে কেন্দ্ৰীয় গৱৰ্ণমেণ্টেই দায়ী আছিল। প্ৰদেশ বিলাকক খৰচ কৰিবৰ নিমিত্তে যি লাগিছিল কেন্দ্ৰীয় চৰ্কাৰেই দিছিল, ১৯১৯ চনৰ শাসনতন্ত্ৰ প্ৰৱৰ্ত্তনৰ পৰা সেই ব্যৱস্থা সলনি হৈছে। তেতিয়াৰ-পৰা কেন্দ্ৰীয় আৰু প্ৰাদেশিক চৰ্কাৰৰ আয় ব্যয় পৃথক হৈছে। প্ৰাদেশিক স্বায়ত্ব শাসন আৰু যুক্তৰাষ্ট্ৰ প্ৰৱৰ্ত্তন হোৱাৰ পৰা এই বিষয়ত আৰু বেলেগ হব লগীয়া হৈছে।

আগৰ আৰু এতিয়াৰ ব্যৱস্থা।

ভাৰত গৱৰ্ণমেণ্টৰ ৰাজস্ব সচিব যুক্তৰাষ্ট্ৰীয় ৰাজস্বৰ কৰ্ত্তা। যুক্তৰাষ্ট্ৰৰ কেন্দ্ৰই তেওঁৰ কেন্দ্ৰ। প্ৰাদেশিক ৰাজস্ব মন্ত্ৰীসকল প্ৰাদেশিক ৰাজস্বৰ কৰ্ত্তা। যুক্তৰাষ্ট্ৰ আৰু প্ৰাদেশিক গৱৰ্ণমেণ্টে দেশৰ সকলো ৰকম সুবিধাৰ কাৰণে এই অৰ্থ

ৰাজস্ব সচিব।

ব্যয় কৰে। আদায় হোৱা টকা বিলাক প্ৰায় জিলা মহকুমা আদিৰ চৰ্কাৰী ধন ভড়াল বিলাকত জমা থাকে, ৰাজস্ব মন্ত্ৰী সকলে নিজৰ ওপৰত থকা বৰলাট আৰু গৱৰ্ণৰ সকলৰ উপদেশ আৰু পৰামৰ্শ মতে আৰু বিষয় অনুসৰি ব্যৱস্থাপক সভাৰ অনুমোদন মতে আয় ব্যয়ৰ ব্যৱস্থা কৰে। অনেক ৰকমে যুক্তৰাষ্ট্ৰীয় চৰ্কাৰ আৰু প্ৰাদেশিক চৰ্কাৰ বেলেগ যদিও, ৰাজস্ব আৰু আয় ব্যয়ৰ বিষয়ত সমষ্টি বিলাকৰ লগত যুক্ত ৰাষ্ট্ৰৰ যথেষ্ট সম্বন্ধ আছে।

কেন্দ্ৰীয় বা যুক্তৰাষ্ট্ৰীয় চৰ্কাৰৰ আয় ব্যয়।

নতুন শাসন তন্ত্ৰই যুক্তৰাষ্ট্ৰীয় চৰ্কাৰে কি কি বিষয়ৰ পৰা আয় কৰিব আৰু কি কি বিষয়ত খৰচ কৰিব তাক নিৰ্দ্ধাৰিত কৰি দিছে। তলত দিয়া বিষয় বিলাকত যি আয় হয়, সেই আয় যুক্তৰাষ্ট্ৰই পাব। প্ৰদেশৰ ভিতৰত হলেও সেই আয়ৰ ওপৰত প্ৰাদেশিক চৰ্কাৰৰ দাবী নেথাকে (১)। (ক) কাষ্টমচ বা বাণিজ্য কৰ, (খ) আয় কৰ, (গ) লোণ কৰ, (ঘ) কানি, (ঙ) ৰেল, (চ) পোষ্ট অফিচ, (ছ) টেলিগ্ৰাফ, (জ) কাৰেন্সি, মিণ্ট (টকামৰাশাল) (ঝ) ভাৰতীয় ৰাজ্যই দিবলগীয়া টকা, (ঞ) প্ৰদেশে দিব লগীয়া টকা আদি।

---

(১) ১৯১৯ চনৰ সংস্কাৰৰ দিন ধৰি প্ৰাদেশিক চৰ্কাৰৰ অনেক কাৰ্য্য কেন্দ্ৰীয় চৰ্কাৰৰ পৰা পৃথক কৰি দিয়া হয়। আৰ্থিক বিষয়তো অনেক পৰিমাণে প্ৰদেশৰ ওপৰত দায়িত্ব ৰয়। কেন্দ্ৰীয় চৰ্কাৰ আৰু প্ৰাদেশিক চৰ্কাৰৰ আয় কিদৰে হব তাকে থিৰ কৰি দিবৰ নিমিত্তে ভাৰত গৱৰ্ণমেণ্টৰ ভূতপূৰ্ব্ব অৰ্থ মন্ত্ৰী লৰ্ড মেষ্টনৰ তলত এখন কমিটি বহে। এই কমিটিয়ে বাহিৰা বাণিজ্যৰ ওপৰত লগোৱা কৰ, আয় কৰ, লোণ কৰ, পোষ্ট আৰু টেলিগ্ৰাফ বিভাগ, ৰেল, কানি আদিৰ আয় কেন্দ্ৰীয় গৱৰ্ণমেণ্টক দিয়ে আৰু প্ৰদেশৰ মাটিৰ খাজনাকে আদি অন্য আয় প্ৰাদেশিক চৰ্কাৰক দিয়ে। এই ভাগ বটোৱাক 'মেষ্টন ৱাৰ্ড' বোলে। মেষ্টন বাৰ্ডে আটাই প্ৰদেশক সন্তোষ দিব নোৱাৰিলে। নতুন সংস্কাৰৰ আগে আগে লৰ্ড পাৰ্চিৰ অধীনায়কত্বত যি কমিটি নিয়োজিত হৈছিল সেই কমিটিৰ মতেই বৰ্ত্তমান প্ৰদেশ আৰু যুক্তৰাষ্ট্ৰৰ আয় ব্যয় ভাগ বটোৱা হৈছে।

যুক্তৰাষ্ট্ৰৰ ব্যয়—(ক) ৰাজ্যৰক্ষা, (খ) জাতীয় ধাৰ আৰু তাৰ সুদ (গ) ইংলণ্ডক ভাৰতৰ শাসন আদি চলোৱাৰ নিমিত্তে তাত কৰিবলগীয়া খৰচৰ বাবে দিয়া টকা ( হ'ম চাৰ্জ ) (ঘ) শাসনৰ ব্যয়, (ঙ) সৰ্ব্ব সাধাৰণৰ উপকাৰৰ কাৰণে কৰা কাৰ্য্য (চ) পেন্সন আৰু আন বিষয়ৰ খৰচ। এই বিলাকতেই ১৯৩৫—৩৬ চনত কেন্দ্ৰীয় চৰ্কাৰৰ আয় ১২৪ কোটিতকৈ অলপ বেছি আৰু ব্যয়ো সিমানেই।

## যুক্তৰাষ্ট্ৰৰ আয়ৰ সংক্ষিপ্ত বিৱৰণ—

(ক) **বাণিজ্যকৰ**—ভাৰতলৈ যি বিলাক বস্তু আমদানী কৰা হয় আৰু ভাৰতৰপৰা ৰপ্তানী কৰি যিবোৰ বস্তু বিদেশলৈ পঠোৱা হয় তাৰ ওপৰত কৰ লগোৱা হয়। আমদানীৰ ভিতৰত মটৰ আৰু অন্যান্য নানাবিধ যন্ত্ৰ, কাপোৰকানি, অস্ত্ৰ-শস্ত্ৰ, ঔষধ পাতি আদিৰ ওপৰত আৰু ৰপ্তানীৰ ভিতৰত মৰাপাট, চাউল চাহপাত আৰু অন্যান্য কেঁচা মালৰ ওপৰত লগোৱা কৰেই প্ৰধান। দুটা কাৰণত এই কৰ বহুৱা হয়। প্ৰথমতে ৰাজ্যৰ আয় বঢ়াবৰ কাৰণে এনেকৰ লোৱা হয় আৰু দ্বিতীয়তে দেশত হোৱা বস্তুবিলাকক যাতে বিদেশী বস্তুৰ প্ৰতিযোগিতাৰ পৰা ৰক্ষা কৰিব পাৰি তাৰ নিমিত্তে বিদেশী বস্তুৰ ওপৰত টেক্স লগাই দিয়া হয়। ভাৰতবৰ্ষত উৎপন্ন হোৱা কাপোৰ, চেনি, লো, কাগজ, ৰং আদি বস্তুবোৰ চলিবলৈ সুবিধা হৈছে বিদেশৰ পৰা অহা তেনে বস্তুবোৰৰ ওপৰত বেছিকৈ কৰ লগোৱাৰ নিমিত্তে, অৱশ্যে ভাৰতৰ যি আমদানী কৰ তাৰ ধাই উদ্দেশ্য চৰ্কাৰৰ আয় বঢ়োৱাটোহে। (১)

বাণিজ্যকৰৰ দুই ৰকম উদ্দেশ্য।

(১) টাটাৰ লোৰ কাৰখানাৰ উন্নতিৰ কাৰণে ১৯২৩ চনত বহা টেৰিফ বৰ্ডে বিদেশী লোৰ ওপৰত অধিক পৰিমাণে কৰ লগায়, চাম্‌ৰা, খনিজ দ্ৰব্য, তুলা, উল সূতা, বাথৰ কাঠ, কাগজকৰা যন্ত্ৰ, চেনি কল, লোণ যপ মোহৰ, কিতাপ, জীৱজন্তু আদিৰ ওপৰত টেক্স

আমদানী আৰু ৰপ্তানীৰ ওপৰত যি টেক্স্ ধাৰ্য্য কৰা হয় তাৰ পৰা প্ৰায় ৪৩ কোটি টকা কেন্দ্ৰীয় চৰ্কাৰে পায়।

(খ) **আয়কৰ**—ভাৰতত আয়কৰৰ নিয়ম চিপাহী বিদ্ৰোহৰ পাচৰ পৰা হয়, বিদ্ৰোহৰ কাৰণে হোৱা ধনৰ নাটনি পূৰাবলৈকে এই কৰ প্ৰৱৰ্ত্তন কৰা হৈছিল। এই কৰ লোৱা প্ৰথা মাজতে এবাৰ উঠাই দি ১৮৮৬ চনৰপৰা স্থায়ী ভাৱে প্ৰৱৰ্ত্তন কৰা হৈছে, মাজে মাজে সালসলনি হৈ থাকে যদিও সাধাৰণতে বছেৰেকত দুহেজাৰ টকা বা তাতকৈ ওপৰ আয়ৰ ওপৰতেই আয়কৰ লগোৱা হয়। আয়কৰ টকাই প্ৰতি পাচ পাইৰ পৰা এক অনা চাৰি পাই লৈকে আয় অনুপাতে লোৱা হয়। চাকৰি কৰা লোক, ব্যৱসায়ী, ব্যৱসায় সঙ্ঘ, একান্নৱৰ্ত্তী পৰিয়ালৰ সম্মিলিত আয় আদিৰ ওপৰত কৰ আছে। আয়কৰৰ পৰা ১৯৩৩ চনত ভাৰত গৱৰ্ণমেণ্টৰ প্ৰায় ১৬ কোটি ৪০ লাখ টকা আয় হৈছিল, (২) নতুন শাসনতন্ত্ৰৰ তলত আয়কৰৰ টকা প্ৰদেশে পাবনে, যুক্তৰাষ্ট্ৰীয় চৰ্কাৰে পাব এই কথাৰ অলপ আলোচনা কৰিব লগীয়া হয়। এই বিষয় থিৰ কৰিবৰ নিমিত্তে **চাৰ অটোনেমিয়াৰৰ** সভাপতিত্বত এখন কমিটি বহে, এই কমিটিৰ নাম **নেমিয়াৰ কমিটি**।

---

লগোৱা হয়। মোমজান আৰু ছাপাখানাৰ যন্ত্ৰপাতিৰ ওপৰত শতকৰা ২।• টকা, পূৰণি লোহা, ৰেল, টেলিগ্ৰাফ্ আদিৰ যন্ত্ৰ, জাহাজ আদিৰ ওপৰত শতকৰা ১০্ টকা, চেনিৰ শতকৰা ২৫% চুৰুটৰ ৭৫%, অট্ৰমন্ত্ৰৰ ৩০%, সূতাৰ ৫%, কাপোৰৰ শতকৰা ১১% টেক্স লগোৱা হয়। জুইচলাৰ গ্ৰোচত টেক্স ১।• টকা ৰপ্তানীৰ ভিতৰত কেচা পাটৰ ৪০০ পাউণ্ডত ১।০, মৰা পাটৰ থৈলা ৰচি, সূতাআদিৰ টনত ২০%; অন্তঃস্থ মৰাপাটৰ বস্তুৰ ওপৰত টনে ৩২; চাউলৰ মোণে ৵০; চাহ প্ৰতি এশ পাউণ্ডত ১।০; কেচা চামৰা শতকৰা ৫% কৰ লগোৱা হয়।

(২) ২০০০্ পৰা ৫০০০্ আয়ৰলৈ টকাই প্ৰতি কম পাচ পাই, ৫০০০্—১০,০০০্ লৈ ছপাই; ১০,০০০—২০,০০০, লৈ নপাই; ২০,০০০—৩০,০০০ লৈ এক অনা, ৩০,০০০্—৪০,০০০ লৈ এক অনা তিনি পাই; ৪০,০০০—৫০,০০০ লৈ এক অনা চাৰি পাই।

এই কমিটিয়ে থিৰ কৰিদিয়ে যে আয়কৰৰ আয়ৰ পৰা কেন্দ্ৰীয় গৱৰ্ণমেণ্টে ১৩ কোটি ৰাখি বাকী টকা প্ৰদেশবিলাকৰ মাজত ভগাই দিব, সেই হিচাপে বঙ্গদেশ আৰু বোম্বায়ে বাকী টকাৰ শতকৰা ২০৲ টকাকৈ, মাদ্ৰাজ আৰু যুক্তপ্ৰদেশ ১৫৲ টকাকৈ, বিহাৰে ১০৲ টকা, পাঞ্জাবে ৮৲ টকা, মধ্য প্ৰদেশে ৫৲ টকা, আৰু বাকী কিখন গৱৰ্ণৰৰ প্ৰদেশে শতকৰা ২৲ কৈ পায়।

(গ) **লোন কৰ**—লোন কৰে এটাইকে পায়। অতি দুখীয়া-ভিকহুৰ পৰা আৰম্ভ কৰি কোটিপতিলৈকে সকলোৱে এই কৰ দিব লাগে। লোনৰ প্ৰতি মোণে ১।০ অনা কৰ দিব লাগে। ১৯৩৫-৩৬ চনত এই কৰৰ পৰা গৱৰ্ণমেণ্টৰ ৮৭০ লাখ টকা আয় হৈছে। (১)

(ঘ) **কানি**—আফু-খেতি গৱৰ্ণমেণ্টে নিজে কৰি কানি তৈয়াৰ কৰে। বিহাৰ আৰু যুক্তপ্ৰদেশৰ কোনো কোনো ঠাইত গৱৰ্ণমেণ্টৰপৰা অনুমতি লৈ এই খেতি কৰে কিন্তু যি উৎপন্ন হয় সকলো গৱৰ্ণমেণ্টে কিনি লয়। মালৱৰ দেশীয় ৰাজ্যৰপৰা আৰু চিন দেশৰপৰাও অধিক পৰিমানে আমদানী কৰ দি কানি অনা হয়, ১৯৩৫—৩৬ চনত চৰ্কাৰৰ ৬১ লাখ টকা কানিৰপৰা আয় হৈছে। আগেয়ে এই আয় ইয়াতকৈ বহুত বেছি আছিল।

(ঙ) আগেয়ে ৰেলৰ পৰাও চৰ্কাৰৰ ভালেখিনি আয় হৈছিল। এতিয়া থিৰ হৈছে মুঠ লাভৰপৰা বছৰে ৫ কোটি টকা চৰ্কাৰে লব আৰু তাৰে ৩ কোটি টকা আচুটীয়া পুঁজি বা 'ৰিজাৰ্ভ ফণ্ড' হৈ যাব।

---

(১) লোণকৰ আমি সকলোৱে দিও কিন্তু দিয়া যেন নেপাওঁ, মাটিৰ খাজনা যি কৰ দিয়া যেন আমাৰ সকলোৰে লাগে। কৰ দুবিধ 'ডিৰেক্ট' আৰু 'ইনডিৰেক্ট' পোনপটীয়া আৰু বেকাপটীয়া, পোন পটীয়া হৈছে যি বিলাকে আমি পোনে পোনে চৰ্কাৰক দিও ; বেঁকা পটীয়া বিলাকে আমি পোনে পোনে চৰ্কাৰক নিদিও কিন্তু বেকা বাটে দিও। লোণ যি আমদানী কৰে তেওঁ চৰ্কাৰক লোণৰ মোণে ১।০ কৈ কৰ দিব লাগে, লোণৰ দামৰ লগত সেই ১।০ টোৰ আমাৰ পৰা ব্যৱসায়ীয়ে তুলি নিয়ে। এইদৰে আমি বহুত কৰ তৰো।

(চ, ছ) **পোষ্ট আৰু টেলিগ্ৰাফৰ** পৰা চৰ্কাৰৰ বিশেষ আয় নহয়। ১৯৩৫—৩৬ চনত ইয়াৰপৰা চৰ্কাৰৰ ৮৫ লাখ টকা আয় হৈছিল।

(জ) **কাৰেন্সি আৰু মিণ্টৰপৰা** উক্ত বছৰত ১২২৲ লাখ উৎপন্ন হৈছিল।

(ঝ) **ভাৰতীয় ৰাজ্যৰপৰাও** ভালেখিনি টকা কেন্দ্ৰীয় চৰ্কাৰে পায়। সাধাৰণতে এই শ্ৰেণীৰ আয় ৮০ কোটিৰ কম নহয়।

(ঞ) **প্ৰদেশবিলাকৰ** পৰা ; চৰ্কাৰে ধাৰে দিয়া টকাৰ সুদৰপৰা, আৰু অন্যান্য কাৰণত আৰু প্ৰাৰ ৭০ কোটি টকা আয় হয়।

এই কৰবিলাক যুক্তৰাষ্ট্ৰই থিৰ কৰিব আৰু আদায় কৰিব, কিন্তু যুক্তৰাষ্ট্ৰৰ ইচ্ছামতে কিছু অংশ বা সম্পূৰ্ণ আয়, যি প্ৰদেশ বা ৰাজ্যৰ ভিতৰত এই আয় হয় সেই প্ৰদেশ বা ৰাজ্যক দিব পাৰিব। কিন্তু মৰাপাটৰ ৰপ্তানী কৰৰ অন্ততঃ আধা যি প্ৰদেশ বা ৰাজ্যত উৎপন্ন হয় তাত দিব লাগিব, এই মতে ৬২½ অংশ প্ৰদেশবিলাকক দিয়া থিৰ হৈছে। অসম দেশে উৎপন্ন চাই ২¼ লাখ আৰু বঙ্গদেশে ৪২ লাখ পাব লাগে।

**যুক্তৰাষ্ট্ৰৰ খৰচ**—যুক্তৰাষ্ট্ৰৰ বা কেন্দ্ৰীয় চৰ্কাৰৰ সাধাৰণতে খৰচৰ বাট কিটা আগতে দেখুৱা হৈছে। এই বিলাকৰ ভিতৰত দেশ ৰক্ষাৰ বিষয়তে আয়ৰ অধিকাংশ খৰচ হয়। ১৯৩৭-৩৮ চনত এই বিষয়তে প্ৰায় চাৰে পঞ্চলিচ কোটি টকা খৰচ পেলোৱা হৈছে। জাতীয় ঋণৰ বাবে আৰু সুদৰ বাবে বছৰে ১৮ কোটিৰ ওপৰ, শাসনতন্ত্ৰৰ বাবে প্ৰায় ১২½ কোটি আৰু অন্যান্য কাৰণত প্ৰায় পাচ কোটিৰো বেছি খৰচ হয়।

ভাৰতীয় যুক্তৰাষ্ট্ৰৰ আৰ্থিক উন্নতি আৰু সুপৰিচালনাৰ কাৰণে ১৯৩৫ চনৰ এপ্ৰিলৰ ১ তাৰিখৰ পৰা এটা 'ৰিজাৰ্ভ বেঙ্ক' প্ৰতিষ্ঠা হৈছে। যুক্তৰাষ্ট্ৰৰ প্ৰসঙ্গত এই বেঙ্কৰ বিষয় বহলাই কোৱা হৈছে।

ৰিজাৰ্ভ বেঙ্ক

**প্ৰাদেশিক আৰ্থিক ব্যৱস্থা**—আগতে কোৱা হৈছে পূৰ্ব্বে আৰ্থিক বিষয়ত প্ৰাদেশিক চৰ্কাৰে কেন্দ্ৰীয় গৱৰ্ণমেণ্টৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিছিল। দেশৰ সকলো ৰকমৰ আয় কেন্দ্ৰীয় চৰ্কাৰত জমা হয় কেন্দ্ৰীয় চৰ্কাৰে প্ৰাদেশিক চৰ্কাৰক আৱশ্যক মতে খৰচৰ কাৰণে টকা দিয়ে। ১৮৭১ চনৰপৰা সেই ব্যৱস্থা ক্ৰমে সলনি হৈ আহি বৰ্ত্তমান প্ৰদেশ আৰু কেন্দ্ৰৰ অৰ্থ বিষয়ৰ মীমাংসা পৰিষ্কাৰ হৈ গৈছে। মাটিৰ খাজনা প্ৰাদেশিক আবকাৰীৰ আয়, কৃষি আয়ৰ ওপৰৰ কৰ, উত্তৰাধিকাৰী হিচাপে কৃষিৰ ভূমি লাভৰ ওপৰৰ কৰ, আমোদ প্ৰমোদ জুৱাখেল আদিৰ ওপৰত লগোৱা কৰ, বন বিভাগৰ আয়, খনিৰ আয় প্ৰাদেশিক আদালত আদিৰপৰা হোৱা আয়, আদিয়েই প্ৰদেশক চৰ্কাৰৰ আয় হোৱাৰ বাট। ইয়াৰ উপৰিও কোনো বিষয়ৰ আয় কেন্দ্ৰীয় গৱৰ্ণমেণ্টৰ কৰ্ত্তৃত্বাধীন হলেও প্ৰদেশিক গৱৰ্ণমেণ্টে তাৰ ভাগ পায়, প্ৰদেশবিলাকৰ মাটিৰ খাজনাই আয়ৰ প্ৰধান পথ। পুলিচ, যুক্তৰাষ্ট্ৰৰ আদালতৰ বাহিৰে অন্যান্য আদালত, শিক্ষা, স্বাস্থ্য, অন্যান্য প্ৰাদেশিক শাসন বিষয়ৰ সকলো খৰচ, গৰকাপ্তানি বিভাগ, অন্যান্য সকলো প্ৰাদেশিক বিভাগ চলোৱাৰ খৰচ আদিয়েই প্ৰাদেশিক চৰ্কাৰৰ প্ৰধান খৰচ। পুলিচৰ খৰচেই প্ৰাদেশিক গৱৰ্ণমেণ্টৰ প্ৰধান খৰচ। নতুন আইন প্ৰৱৰ্ত্তন হোৱাৰ আগতে প্ৰদেশবিলাকে কেন্দ্ৰীয় চৰ্কাৰক ধন দি সহায় কৰিব লাগিছিল, বৰ্ত্তমান সেই প্ৰথা তুলিছিল, সপৰিষদ সম্ৰাটে আৱশ্যক হলে কেন্দ্ৰীয় চৰ্কাৰৰ ধনৰপৰা প্ৰদেশিক চৰ্কাৰক অৰ্থ সাহাৰ্য্য কৰিবৰপৰা নিয়ম কৰিলে। প্ৰদেশবিলাকে আগতে কেন্দ্ৰীয় চৰ্কাৰৰপৰা যি টকা ধাৰলৈ লৈছিল সিও মাফ হৈছে। এই মাফৰ কাৰণে অসম চৰ্কাৰৰ প্ৰায় চাৰে পোন্ধৰ লাখ টকা ব্যয় কমিব। ইয়াৰ উপৰিও প্ৰাদেশিক চৰ্কাৰক সহায় কৰা বিধান মতে অসম চৰ্কাৰেও কেন্দ্ৰীয় চৰ্কাৰৰপৰা নতুন শাসন আৰম্ভ হোৱাৰপৰা পাচ বছৰলৈ বছৰে ৩০ লাখকৈ সহায় পাব। ১৮৩৮-৩৯ চনৰ নিমিত্তে অসম গৱৰ্ণমেণ্টৰ যি বাজেট বা আয় ব্যয়ৰ তালিকা

কৰা হৈছে সেই মতে ২৬৪ লাখ আয় আৰু ২৬৯ লাখ খৰচ ধৰা হৈছে। ইয়াৰ ভিতৰত চাৰে তেত্ৰিচ লাখ শিক্ষা, চাৰে ওঠৰ লাখ স্বাস্থ্য আৰু চাৰে বাইশ লাখ পুলিচৰ কাৰণে খৰচ ধৰা হৈছে।

**হিছাপ পৰীক্ষা**—শাসন তন্ত্ৰৰ হিছাপ পৰীক্ষা এটা অতি আৱশ্যকীয় বিষয়া। হিছাপ পৰীক্ষা কৰিবৰ নিমিত্তে সম্ৰাটে যুক্তৰাষ্ট্ৰৰ কাৰণে এজন 'অডিটাৰ জেনেৰেল' বা হিছাপ পৰীক্ষক নিযুক্ত কৰিব। এওঁৰ তলৰ কৰ্ম্মচাৰী আদিৰ দৰ্ম্মহা যুক্তৰাষ্ট্ৰই দিব। নতুন সংস্কাৰ মতে গৱৰ্ণমেণ্ট প্ৰতিষ্ঠা হোৱাৰ পাচত, প্ৰাদেশিক আইন সভাই মত দিলে সম্ৰাটে প্ৰদেশৰ হিছাপ পৰীক্ষা কৰিবৰ কাৰণেও প্ৰাদেশিক হিছাপ পৰীক্ষক নিযুক্ত কৰিব পাৰে।

অডিটাৰ জেনেৰেল আদি।

অডিটাৰ জেনেৰেলে নিজ বিষয়ৰ পৰা অৱসৰ পোৱাৰ পাচত আন বিষয়া হব নোৱাৰে। প্ৰাদেশিক হিছাপ পৰীক্ষকেও অৱসৰ পোৱাৰ পাচত যুক্তৰাষ্ট্ৰৰ হিছাপ পৰীক্ষকৰ বাহিৰে আন বিষয় লব নোৱাৰে। গৱৰ্ণৰ জেনেৰেলৰ মতলৈ যুক্তৰাষ্ট্ৰৰ অডিটাৰ জেনেৰেল যুক্তৰাষ্ট্ৰীয় আৰু প্ৰাদেশিক হিছাপ ৰখাৰ নিয়ম কৰি দিব। অডিটাৰ জেনেৰেলৰ বিবৃতি গৱৰ্ণৰ ব্যৱস্থাপক সভাত বা প্ৰাদেশিক ব্যৱস্থাপক সভাত দাঙি ধৰিব। বিলাতত ভাৰতৰ সম্পৰ্কে যি খৰচ হয় তাক পৰীক্ষা কৰিবৰ নিমিত্তে বিলাততো এজন হিছাপ পৰীক্ষক থাকিব। তেওঁ 'অডিটাৰ অৱ হম একাউণ্টচ্'। তেওঁ যুক্তৰাষ্ট্ৰৰ হিছাপ পৰীক্ষকৰ অধীন।

হিছাপ কমিটি।

আইন সভাই যি আয়-ব্যয় থিৰ কৰে তাক পৰীক্ষা কৰি চাবলৈ হিছাপ কমিটিৰ আৱশ্যক। এই কমিটিৰ লগত অডিটাৰ জেনেৰেলৰ বিশেষ সম্পৰ্ক।

**ভাৰতৰ জাতীয় ধাৰ**—গৱৰ্ণমেণ্টে দিব লগীয়া ধাৰেই জাতীয় ধাৰ। ভাৰত গৱৰ্ণমেণ্টে যি টকা দিব লগীয়া আছে সেয়ে ভাৰতৰ জাতীয়

ধাৰ। অনেক কাৰণত গৱৰ্ণমেণ্টে ধাৰ লব লগীয়া হয়। দুৰ্ভিক্ষ আদি হলে, ভৱিষ্যতে যাতে তেনে নহয় তাৰ নিমিত্তে গঠন মূলক কাৰ্য্য কৰিবৰ নিমিত্তে ধাৰ লোৱা হয়। যুদ্ধ আদি হলেও ধাৰ কৰিব লগাত পৰে। বৰ্ত্তমান ভাৰতৰ যি ধাৰ আছে সেই ধাৰ মহাযুদ্ধত ভাৰতৰ সহায়, দিল্লীত নতুন ৰাজধানী পতা, বন্দৰ আদিৰ খৰচৰ কাৰণেই প্ৰধানকৈ কৰা হৈছিল। ভাৰতৰ জাতীয় ঋণৰ পৰিমাণ ১১৬০ কোটি টকা, তাৰ ভিতৰত ভাৰতত লোৱা ধাৰ ৬৭৭৲ কোটি টকা আৰু বিলাতত লোৱা ধাৰ ৪৮৭৲ টকা। ধাৰ হিছাপে যি লোৱা হৈছে তাক সাধাৰণতঃ চাৰি ভাগ কৰিব পাৰি। (ক) সাধাৰণ ধাৰ, (খ) ৰেলৰ বিষয় ধাৰ, (গ) খেতিৰ পানী সৰবৰাহৰ কাৰণে ধাৰ আৰু (ঘ) আন সৰু সুৰা বিবিধ বিষয়ৰ ধাৰ।

ভাৰতৰ সাধাৰণ ধাৰবোৰ আকৌ দুই প্ৰকাৰে ভগাব পাৰি—(ক) 'ৰিপ্ৰডাকটিভ্ ডেট্', (খ) 'ডেড্ওৱেট ডেট্'। জাতীয় সম্পত্তিৰ নিমিত্তে, যেনে ৰেল আদি, ট্ৰাম, 'পাৱাৰ হাউচ' বনৰ উন্নতি মূলক কাৰ্য্য, মাটিৰ উন্নতি মূলক কাৰ্য্য আদিৰ নিমিত্তে যি ধাৰ লোৱা হয় তাক 'ৰিপ্ৰডাকটিভ্ ডেট্' বোলে। এই ধাৰৰ ফল স্বৰূপে অনেক জাতীয় সম্পত্তি থাকি যায়, যিহৰ পৰা জাতিৰ সৰ্ব্বসাধাৰণৰ সুখ-সুবিধাৰ বাহিৰেও জাতীয় ভঁড়াল লৈ আয় হয়। ভাৰতৰ প্ৰদেশবিলাকে লোৱা ধাৰ প্ৰায় এনে বিধৰেই।

যি ধাৰৰ পৰা বিশেষ একো কাৰ্য্য নহয় অৰ্থাৎ যি ধাৰ কৰাৰ ফল স্বৰূপে, জাতিৰ, ওপৰত কোৱা বিধৰ দৰে কোনো সম্পত্তি বৈ নেযায় তাক 'ডেডওৱেট ডেট্' বোলে। যুদ্ধৰ কাৰণে লোৱা ধাৰ, বজেটত ধৰা দৰে খৰচে নাটিলে কৰা ধাৰ আদি এই বিধৰ ধাৰ। ইয়াৰ কাৰণে প্ৰজাই কষ্ট ভোগ কৰিব লাগে। বছৰে বছৰে এই টকাৰ সুদ দিবৰ কাৰণে

ৰাজস্বৰ এক অংশ থৈ দিব লাগে। যুদ্ধৰ কাৰণে কৰা ধাৰ আদিৰ বেছি সুদ দিবৰ নিমিত্তে বা তেনে ধাৰ বেছি পৰিমাণে পৰিশোধ কৰিব লগীয়া হলে দেশৰ শিক্ষা, স্বাস্থ্য আদি অত্যন্ত আৱশ্যকীয় বিভাগৰো খৰচ কমাব লগীয়া হয়। ইয়াৰ দ্বাৰা সৰ্ব্বসাধাৰণৰ, বিশেষকৈ নিঃকিন লোকৰ বিশেষ দুখ হয়। এইবিলাক কাৰণত·চিপাহী বিদ্ৰোহৰ পাচৰ পৰা আয় কৰ বহা দি আন বহুত কৰ বহিব পাৰে বা কৰৰ পৰিমাণ বেছি হব পাৰে।

---

# একাদশ আধ্যায়

## ভাৰতৰ দেশীয় ৰাজ্য

যুক্তৰাষ্ট্ৰৰ প্ৰসঙ্গত ভাৰতৰ দেশীয় ৰাজ্যৰ কথা কৈ অহা হৈছে, তথাপি থাওকতে দেশীয় ৰাজ্যৰ বিষয় জানিবৰ নিমিত্তে ইয়াত এই বিষয় পুনৰ আলোচনা কৰা হল।

ভাৰতবৰ্ষত প্ৰায় সাত শ কৰদ-মিত্ৰ ৰাজ্য আছে। এই ৰাজ্য বিলাকৰ আয়তন আৰু লোক সংখ্যাত অনেক পাৰ্থক্য আছে। হায়দাবাবাদৰ আয়তন ইউৰোপৰ ইটালিৰ সমান আৰু চিমলা পাহাৰৰ ৰাজ্যৰ আয়তন আমাৰ একোটা মৌজাতকৈ অলপহে ডাঙৰ। এই ৰাজ্যবিলাকৰ ভিতৰৰ প্ৰায় দেৰশ খনৰ ভিতৰুৱা শাসন বিষয়ত ইংৰাজ গবৰ্ণমেণ্টে বিশেষ ৰকমে হাত দিয়ে। বাকী বিলাকৰ ভিতৰুৱা শাসনত ইংৰাজে বিশেষ হাত নিদিয়ে। এটাই বিলাক ভাৰতীয় ৰাজ্যৰ আয়তন বৃটিছ ভাৰতৰ প্ৰায় তিনিভাগৰ এভাগ আৰু লোকসংখ্যা প্ৰায় চাৰি ভাগৰ এভাগ। সম্ৰাটৰ সৈতে সন্ধি আৰু চুক্তি আদিৰ বলত এই সামন্ত ৰাজ্যবিলাক তিষ্ঠি আছে। এই ৰাজ্যবিলাকৰ বহুত ৰাজ্য অনেক কালৰ পৰা স্বাধীন বা মোগল সম্ৰাট সকলৰ বা অন্য অস্থায়ী ক্ষমতাৰ অধীনত আছিল আৰু কোনো ৰাজ্য মোগল সম্ৰাজ্যৰ অধঃপতনৰ লগে লগে স্বাধীন হৈ উঠিছিল। ইংৰাজ গবৰ্ণমেণ্টৰ অনুগ্ৰহত হোৱা দুই এক ৰাজ্যও আছে। বৈদেশিক নীতি সম্বন্ধত নেপাল ইংৰাজৰ মুখাপেক্ষী হলেও আন বিষয়ত নেপাল স্বাধীন। নেপাল 'অধীনতা মূলক মিত্ৰতা'ত সোমোৱা নাই। ভাৰতৰ আইন সভাই দেশীয় ৰাজ্যৰ কাৰণে আইন কৰিব নোৱাৰে। সামন্ত ৰাজ্যৰ প্ৰজাক বৃটিছ প্ৰজা নোবোলে; ৰাজ্য বিলাককো বৃটিছ ৰাজ্যৰ বাহিৰত ধৰা হৈছে।

দেশীয় ৰাজ্যৰ সংখ্যা আয়তন আদি।

আয়তনৰ বাহিৰেও ক্ষমতা হিচাপে ৰাজ্য বিলাকৰ পাৰ্থক্য আছে। এই বিভিন্নতা সন্ধি, চনদ আৰু চুক্তি আদিৰ অনুসাৰিয়েই হৈছে। আগৰ চুক্তি মতে কোনো ৰাজ্যই যুটিছ সেনা দলৰ সহায় পাবৰ নিমিত্তে যুটিছ গৱৰ্ণমেণ্টক ধন দিছে বা একোডোখৰ ৰাজ্য এৰি দিছে। আন সুবিধা পাবৰ কাৰণেও কোনো কোনো ৰাজ্যই নিৰ্দ্দিষ্ট ধন দিয়াৰ নিয়ম কৰিছে। কোনো কোনো ৰজাই সম্ৰাটক কৰ দিয়া নিয়ম আছে। কেনাথনো দেশীয় ৰাজ্যৰ আকৌ কৰতলীয়া ৰাজ্য আছে সেই সৰু সৰু ৰাজ্য বিলাকে পূৰ্ব্বৰ চলিত নিয়ম মতে নিজৰ নিজৰ ওপৰৰ ৰজাক কৰ দিয়ে। সম্ৰাটে দেশীয় ৰাজ্যৰ পৰা পোৱা টকাৰে ভাৰত চৰ্কাৰৰ প্ৰায় ছয় সাত লাখ টকা আয় হয়। দেশীয় ৰজা সকলৰ লগত প্ৰথম সন্ধি আদি কৰোতে তেওঁবিলাকৰ ভিতৰুৱা শাসনত হস্তক্ষেপ কৰাৰ কথা নাছিল কিন্তু ক্ৰমে সেই নীতি এৰি আৱশ্যক হলে সম্ৰাটৰ হৈ ভাৰত চৰ্কাৰে ভিতৰুৱা বিষয়তো হস্তক্ষেপ কৰা হৈছে। কাশ্মীৰৰ ৰজাক ১৮৮৯ চনত, বৰোদাৰ ৰজাক ১৮৭৫ চনত আৰু মনিপুৰৰ ৰজাক ১৮৯১ চনত ইয়াৰ পাচতো দুই চাৰি জন ৰজাক ৰাজ্যচ্যুত কৰাৰ পৰা এই নীতি কাৰ্য্যত খটোৱা দেখা গৈছে। দেশীয় ৰজাৰ ৰাজস্ব ভাৰত চৰ্কাৰৰ হাতত জমা থোৱা আৰু আৱশ্যক হলে ভাৰত চৰ্কাৰে দেশীয় ৰজাক আৰ্থিক সহায় কৰা আদিৰ পৰা দেখা যায় যে দেশীয় ৰাজ্য বিলাক কাৰ্য্যতঃ গৱৰ্ণৰ জেনেৰেলৰ দ্বাৰাই পৰিচালিত হৈ আহিছে। নতুন আইন প্ৰৱৰ্ত্তন হোৱাৰ পৰা, সামন্ত ৰজা সকলৰ সম্বন্ধ সম্ৰাটৰ লগত হে বুলি থিৰ হৈছে। সম্ৰাটৰ অধীন ভাৰত গৱৰ্ণমেণ্টৰ লগত এওঁবিলাকৰ সম্বন্ধ আৰু নেথাকে। ৰাজ্যৰ আয় আয়তন আদি চাই ৰজা সকলৰ মৰ্য্যাদা নিৰ্দ্দিষ্ট কৰা হৈছে। কাৰ সম্মানৰ কাৰণে কিমান টোপ মাৰিব পাৰে তাৰ লেখ অনুসৰিয়েই ৰজা সকলৰ মৰ্য্যাদা বুজা যায়। হায়দ্ৰাবাদ, মহিশুৰ, কাশ্মিৰ, গোৱালিয়ৰ আৰু বৰদা

ৰাজ্য বিলাকৰ পাৰ্থক্য।

ৰাজ্যৰ অধিপতিয়ে ২১ টাকৈ টোপ পায়। ভোটানে, ১৫, কোচবিহাৰ ত্ৰিপুৰাই ১৩ টাকৈ আৰু মনিপুৰে ১১টা টোপ পায়। আন বিলাক ৰাজ্যৰ অধিপতিবো এই অনুক্ৰমে টোপৰ লেখ নিৰ্দ্দিষ্ট আছে।

বৃটিছ ৰাজ্যৰ প্ৰদেশ বিলাকত যেনেকৈ শাসন কাৰ্য্য চলে, সেইদৰে দেশীয় ৰাজ্য বিলাকবো নিজ কৰ্তৃত্বত ভিতৰুৱা সকলো শাসন কাৰ্য্য চলে। জেল, পুলিচ, আদালত, আদি বিষয় বিলাক ৰজা সকলৰ নিজ নিজ চৰ্কাৰৰ তলত চলে। ৰেল, ডাক, মুদ্ৰা, বাণিজ্য কৰ আদি বিষয়তো ৰজা সকলৰ কৰ্তৃত্ব আছে। প্ৰত্যেক ৰাজ্যৰ নিজৰ আদালত আছে। প্ৰত্যেক ৰাজ্যৰ নিজৰ আদালত আছে যদিও, ইংৰাজ লোক জড়িত থকা মকৰ্দ্দমা ৰাজ্যৰ ভিতৰত থকা বৃটিছ আদালত বা আন বৃটিছ ভাৰতীয় আদালতত বিচাৰ কৰিবৰ নিমিত্তে বৃটিছ চৰকাৰে দাবী কৰিব পাৰে। ইখন ৰাজ্যৰ পৰা সিখন ৰাজ্যলৈ অপৰাধী বিলাক অহাযোৱা কৰা বন্ধ কৰিবলৈ নৃপতি সকল সন্ধি—সূত্ৰে বাধ্য আছে। ভাৰত গৱৰ্ণমেণ্টৰ বিষয়াৰ তত্বাৱধানত কিছুমান ৰাজ্যত সৈন্য দলো আছে। ডাঙৰ ডাঙৰ ধনচেৰেক ৰাজ্যত বেলেগ টকা মৰা ব্যৱস্থা আছে। এই ধন ৰাজ্যৰ এলেকাৰ ভিতৰতে চলে। কোনো কোনো ৰাজ্যত অকল তামৰ পইচাহে নিজ মুদ্ৰা হিচাপে চলে। সকলো ৰাজ্যতে বৃটিছ ভাৰতৰ টেলিগ্ৰাফ ব্যৱস্থাই কাৰ্য্য কৰে, অৱশ্যে কিছুমান ৰাজ্যৰ নিজৰ পোষ্ট অফিচ আছে। ডাক বিভাগৰ বিষয়ত বেলেগ ৰাজ্যৰ লগত বৃটিছ ভাৰতৰ বেলেগ বেলেগ ধৰণৰ বন্দবস্ত আছে। যুক্ত ৰাষ্ট্ৰত সোমালে ৰজা সকলে যি বিলাক সৰ্ব্ব ভাৰতীয় বিষয় যুক্তৰাষ্ট্ৰৰ হাতলৈ এৰি দিব, সেই বিলাক সম্পূৰ্ণ যুক্তৰাষ্ট্ৰৰ কৰ্তৃত্বতে চলিব। সামৰিক আৰু বৈদেশিক বিষয়ত কৰ্তৃত্ব নথকাত এই ৰাজ্য বিলাকৰ আন্তৰ্জাতিক অস্তিত্ব নাই। যদিও মহাযুদ্ধৰ পাচত ভাৰ্চাই সন্ধি পত্ৰত দেশীয় ৰাজ্যৰ প্ৰতিনিধি স্বৰূপে

ৰজাৰ ক্ষমতা আদি

বিকানিৰৰ মহাৰাজাই চহী কৰিছিল, আৰু পাচতো এনে আন্তৰ্জাতিক বিষয়ত আন আন দেশীয় ৰাজ্যৰ প্ৰতিনিধিয়ে যোগ দিছে তথাপি বেলেগ ৰাজ্য হিছাপে এই ক্ষমতা পোৱা নাই; সম্ৰাটৰ ভাৰত চৰ্কাৰৰ প্ৰতিনিধিৰ ক্ষমতাত হে তেওঁবিলাকে আন্তৰ্জাতিক কাৰ্যত যোগ দিব পাৰিছে। ৰজা সকলে নিজ ইচ্ছামতে বংশানুক্ৰমিক ৰীতি অনুসৰি ৰাজ্যভোগ কৰি আছিছে যদিও স-পৰিষদ গৱৰ্ণৰ জেনেৰেলৰ সন্মতি নহলে শাসন ব্যৱস্থা বা আইন সলনি কৰিব নোৱাৰে আৰু উত্তৰাধিকাৰী সূত্ৰে ৰাজ্য পাবলৈ হলেও সম্ৰাটৰ সন্মতি লব লাগে। মুঠতে দেশীয় ৰাজ্য বিলাক অনেক গুণে স্বাধীন হলেও প্ৰকৃততে বৃটিছ গৱৰ্ণমেণ্টৰ অধীন। বৃটিছ গৱৰ্ণমেণ্টৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰিলে ৰজা সকলৰ বিদ্ৰোহ কৰা বুলিব, ৰজাই ৰজাই যুদ্ধ কৰা নোবোলে। আগত কৈ অহাদৰে আৱশ্যক বুজিলে যথেষ্ট কাৰণত বৃটিছ চৰ্কাৰে ৰজা সকলৰ সিংহাসন চ্যুত কৰিব পাৰে। বৰ্ত্তমান প্ৰায় ৪০ খনৰো ওপৰ ৰাজ্যত বৃটিছ ভাৰতত থকা দৰে হাইকৰ্ট আছে, ৩০ খন মান ৰাজ্যত আংশিক ভাবে নিৰ্ব্বাচিত সভ্যৰ দ্বাৰা গঠিত ব্যৱস্থাপক সভা আছে। আৰু ৩৫ খন মানত কাৰ্য্যনিৰ্ব্বাহক সভা আৰু আইন সভা বেলেগ কৰি চলোৱা হৈছে। আইন সভা বিলাকে সাধাৰণ ভাবে শাসন কাৰ্য্য সমালোচনা কৰাৰ বাহিৰে আন বিশেষ একো কৰিবৰ ক্ষমতা নাই।

মণ্টফোৰ্ড সংস্কাৰৰ পৰা ৰজা সকলৰ এখন সন্মিলন প্ৰতিষ্ঠা হৈছে। এই বিষয়ে যুক্তৰাষ্ট্ৰৰ প্ৰসঙ্গত কৈ অহা হৈছে। এই সভা প্ৰতিষ্ঠিত হোৱাৰ আগতে ৰজা সকল গোট খাই নিজৰ সুবিধা অসুবিধা আদিৰ কথা মীমাংসা কৰিবৰ উপায় নাছিল। নতুন শাসন তন্ত্ৰই ৰজা সকলে ইচ্ছা কৰিলে, যুক্তৰাষ্ট্ৰত যোগ দিবৰ ক্ষমতা দিছে। ভাৰতৰ সৈতে তেওঁবিলাকক সমান অধিকাৰ দিয়া হৈছে, এই সুযোগত

নৰেন্দ্ৰ মণ্ডল বা 'চেম্বাৰ অব প্ৰিন্সেছ'।

তেওঁ বিলাকে নিজ ৰাজ্য শাসন কৰাৰ উপৰিও বৃটিছ ভাৰতৰ শাসনতো যথেষ্ট কৰ্ত্তৃত্ব কৰিব পাৰিব। উপযুক্ত সংখ্যাৰ দেশীয় ৰজাই যোগ দিলেই যুক্তৰাষ্ট্ৰ প্ৰতিষ্ঠিত হব, তেওঁ বিলাকে ৰবলাটক এই বিষয়ে সন্মতি জনাব লাগিব। যুক্তৰাষ্ট্ৰত প্ৰৱেশ কৰিলে ৰজা সকলে গাইপতি একোখন চুক্তি পত্ৰ লিখি দিব আৰু তাত তেওঁবিলাকে কি কি বিষয় যুক্ত ৰাষ্ট্ৰৰ হাতত এৰিদিব তাকো লিখি দিব। যুক্তৰাষ্ট্ৰৰ লগত তেওঁ বিলাকৰ সম্বন্ধ এই চুক্তি পত্ৰত নিৰ্দ্দিষ্ট ভাবে লিখা থাকিব।

( যুক্তৰাষ্ট্ৰৰ প্ৰসঙ্গত এই বিষয়ে বিতং বিৱৰণ দিয়া আছে, )

**দেশীয় ৰাজ্য বিলাকৰ শ্ৰেণী বিভাগ**—ভাৰতৰ দেশীয় ৰাজ্য বিলাক তিনি ভাগে বিভক্ত। প্ৰথম ভাগৰ ৰাজ্য বিলাক ভাৰতৰ কেন্দ্ৰীয় চৰ্কাৰৰ সৈতে প্ৰত্যক্ষ সম্বন্ধত থাকে। আজিকালি ভালেমান ৰাজ্যই বৰলাটৰ লগত সাক্ষাৎ সম্বন্ধ ৰখাৰ ক্ষমতা পাইছে। দ্বিতীয় ভাগৰ ৰাজ্য গৱৰ্ণৰ জেনেৰেলৰ এজেণ্টে পৰ্য্যবেক্ষণ কৰে। তৃতীয় ভাগৰ ৰাজ্য বিলাকৰ সম্পৰ্ক প্ৰাদেশিক চৰ্কাৰৰ লগত।

নেপাল, হায়দ্ৰাবাদ, মহিশুৰ, বৰদা, কাশ্মীৰ আৰু জামু, প্ৰথম বিভাগত পৰে, এই ৰাজ্য বিলাকেই এটাইতকৈ ক্ষমতাশালী। ভিতৰুৱা বিষয়ত এই বিলাক ৰাজ্য প্ৰায় স্বাধীনকে বুলিব পাৰি। বৈদেশিক সম্বন্ধ গৱৰ্ণৰ জেনেৰেলে নিয়ন্ত্ৰিত কৰে, বৈদেশিক সম্পৰ্কৰ বাহিৰে আন বিষয়ত নেপাল স্বাধীন।

দ্বিতীয় বিভাগত তিনিজন 'এজেণ্ট'ৰ তলত তিনিটা এজেন্সি আছে। ৰাজপুতনা এজেন্সি, মধ্য ভাৰত এজেন্সি আৰু বেলুচিস্তান এজেন্সি, এই এজেন্সিত সৰ্ব্বমুঠ ১৭০ খন ৰাজ্য আছে। ৰাজপুতনা এজেন্সিত উদয়পুৰ, জয়পুৰ, যোধপুৰ, ভৰতপুৰ, বিকানিৰ, আলোৱাৰ আদি প্ৰধান। মধ্যভাৰত এজেন্সিত ইন্দৰ, গোৱালিয়ৰ, ভূপাল, ৰেৱা আদি প্ৰধান।

আয়তনত নহলেও লেখত এটাইতকৈ বেছি সংখ্যক ৰাজ্য আছে প্ৰদেশ বিলাকৰ অন্তৰ্গত। অসমত মনিপুৰ, খাচিয়া জয়ন্তীয়া পাহাৰৰ ৰাজ্য বোৰ; বঙ্গদেশত কোচবিহাৰ, ত্ৰিপুৰা, চিকিম; উড়িষ্যাত ময়ুৰভঞ্জ আদি এই বিধৰ ৰাজ্য।

---

# দ্বাদশ আধ্যায়

## স্থানীয় স্বায়ত্ত শাসন

কোনো বিশেষ ঠাইৰ জনহিতকৰ কাৰ্য্য আৰু অন্যান্য ৰক্ষণাবেক্ষণ আদিৰ ভাৰ স্থানীয় উপযুক্ত লোকৰ দ্বাৰা চলোৱাৰ ব্যৱস্থাই স্বায়ত্ত শাসন ব্যৱস্থা। মিউনিচিপেলিটি, লোকেল বৰ্ড, ইউনিয়ন বৰ্ড আদিকে আমি সাধাৰণতে স্বায়ত্ত শাসন মূলক প্ৰতিষ্ঠান বোলো। বিশ্ববিদ্যালয়, পোৰ্ট ট্ৰাষ্ট আদিও এনে বিধৰ অনুষ্ঠান।

পূৰণি ভাৰতত স্থানীয় স্বায়ত্ত শাসন

পুৰণি কালৰ পৰাই স্থানীয় স্বায়ত্ত শাসন ভাৰতবৰ্ষত চলি আহিছে বুলি বুৰঞ্জীয়ে কয়। অৱশ্যে আকাৰ প্ৰকাৰত আজিকালিৰ স্বায়ত্ত শাসনৰ প্ৰতিষ্ঠান বিলাকৰ লগত একে বেলেগই মিলে, বুলি কব নোৱাৰি; কিন্তু মূলতে কথাটো একেই। বৈদিক যুগত এনে গাঁৱলীয়া প্ৰতিষ্ঠানৰ দ্বাৰা গাঁৱৰ সাধাৰণ শাসন চলোৱাৰ কথা আমি বুৰঞ্জীৰ পৰা জানিবলৈ পাইছো। দক্ষিণ ভাৰতৰ 'চোলা' ৰজা সকলৰ দিনত এনে ধৰণৰ গাঁৱলীয়া প্ৰতিষ্ঠান বৰ বেছি আছিল। মৌৰ্য্য সম্ৰাট চন্দ্ৰগুপ্তৰ নগৰ শাসনৰ পদ্ধতি বুৰঞ্জী পাঠক মাত্ৰেই জানে।

আধুনিক স্বায়ত্ত শাসনৰ আৰম্ভ

নতুন ধৰণৰ স্বায়ত্ত শাসন প্ৰতিষ্ঠান সৃষ্টিৰ দিনৰপৰা ভাৰতত আৰম্ভ হৈছে। নগৰতেই প্ৰথমতে এনে প্ৰতিষ্ঠান আৰম্ভ হয়। ১৬৮৭ চনত মাদ্ৰাজ নগৰতে প্ৰথম মিউনিচিপেলিটি হয়। ১৮৫০ চনৰ আইনে গোটেই ভাৰতত মিউনিচিপেলিটি স্থাপন কৰিব পৰা কৰে।

প্ৰাদেশিক আইনৰ দ্বাৰাও ক্ৰমে অনেক মিউনিচিপেলিটি স্থাপিত হয়। মিউনিচিপেলিটি বিষয়ক আইন বিলাকে মনোনীত বা নিৰ্ব্বাচিত সভ্য সকলৰ সভাৰ দ্বাৰা কৰ ধাৰ্য্য কৰা, কাৰ্য্য পৰিচালনা কৰা আদি ক্ষমতা দিয়ে। সৰহভাগ প্ৰদেশতে মিউনিচিপেলিটিৰ সভ্য সকল চৰ্কাৰৰ মনোনীত সভ্য আছিল; মিউনিচিপেলিটিৰ সভ্যক আগৰ পৰাই 'কমিছনৰ' বোলে।

বৰ্ত্তমান সমগ্ৰ ভাৰতবৰ্ষৰ প্ৰায় সকলো ঠাইত মিউনিচিপেলিটি আছে। কলিকতা, বোম্বাই, মাদ্ৰাজ আদি ডাঙৰ চহৰৰ প্ৰতিষ্ঠানক 'কৰ্পৰেচন' বোলে। অন্যান্য নগৰ আৰু উন্নত গাঁৱলীয়া ঠাইত 'মিউনিচিপলিটি' 'ইউনিয়ন' আদি বোলে। কলিকতা কৰ্পৰেচন, গুৱাহাটী মিউনিচিপেলিটি, নাজিৰা ইউনিয়ন।

**স্থানীয় স্বায়ত্ত্ব শাসনৰ ক্ৰম বিকাশ**—ভাৰতৰ ডাঙৰ নগৰ কিথনৰ বাহিৰে ১৮৭০ চনৰ পাচৰ পৰাহে অন্যান্য ঠাইত স্বায়ত্ত্ব শাসন পতিষ্ঠান আৰম্ভ হৈছে। ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড মেয়োৱে এই কাৰ্য্য বহল ভাৱে আৰম্ভ কৰে (১)। ১৭৭০ চনত এওঁ শাসনৰ সকলো বিলাক বিষয় কেন্দ্ৰীয় চৰকাৰৰ তলতে নাৰাখি ভালেখিনি বিষয় চলোৱাৰ ভাৰ আৰু তাৰ আয় প্ৰাদেশিক চৰ্কাৰৰ হাতত দিয়ে। এই ব্যৱস্থাৰ লগতে স্থানীয় লোকৰ উৎসাহ, যত্ন চেষ্টা আদি প্ৰয়োগৰ দ্বাৰা স্থানীয় কাৰ্য্য বিশেষকৈ শিক্ষা, স্বাস্থ্য, বাট-পদূলি আদিৰ উন্নত পৰিচালনাৰ নিমিত্তে, বেছিকৈ স্থানীয় স্বায়ত্ত্ব শাসন মূলক প্ৰতিষ্ঠান পাতিব লাগে বুলি প্ৰস্তাৱ কৰে। এই প্ৰস্তাৱৰ মতেই ক্ৰমে গোটেই ভাৰতত মিউনিচিপেলিটি প্ৰতিষ্ঠিত হয়। ১৮৭১ চনৰপৰা ১৮৭৪ চনৰ ভিতৰত ভাৰতৰ বহুত প্ৰদেশত এনেবিধৰ নিৰ্ব্বাচিত প্ৰতিনিধিমূলক প্ৰতিষ্ঠান স্থাপন কৰিবৰ নিমিত্তে আইন কৰা হয়।

লৰ্ড মেয়ো

(১) লৰ্ড মেয়ো—১৮৬৯-৭২ লৈ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল আছিল।

এই প্ৰতিষ্ঠান বিলাকত ভাৰতীয় আৰু ইংৰাজ দুয়োবিধৰ সভ্যকে লোৱা হয়। লৰ্ড মেয়োই নিজে কৰা প্ৰস্তাৱ কাৰ্য্যকৰী কৰিবৰ নিমিত্তে যথেষ্ট চেষ্টাও কৰিছিল। স্থানীয় স্বায়ত্ব শাসন মূলক প্ৰতিষ্ঠানক শিক্ষালাভ কৰিয়েই ওখ আৰু বহল ধৰণৰ স্বায়ত্ব শাসনত ভাগ লবলৈ ভাৰতীয় লোকে প্ৰয়াস পাব বুলি লৰ্ড মেয়োই ভাবিছিল।

লৰ্ড ৰিপন গৱৰ্ণৰ জেনেৰেল হৈ থকাৰ দিনত স্বায়ত্ব শাসনৰ আৰু উন্নতি হয়। আমি বৰ্ত্তমান অৱস্থাত যি স্থানীয় স্বায়ত্ব শাসন পাইছো সেই স্বায়ত্ব শাসন প্ৰতিষ্ঠানৰ প্ৰায় বিলাক ৰিপনৰ দিনতে আৰম্ভ হয়. লৰ্ড ৰিপনেও ৰাজনৈতিক শিক্ষাৰ

লৰ্ড ৰিপণৰ দিনৰ কাৰ্য

কাৰণেই এনে স্বায়ত্ব শাসনৰ প্ৰতিষ্ঠানৰ আৱশ্যক বুলি মন্তব্য কৰে। ১৮৮১ চনত ভেতৰ চৰ্কাৰে ঘোষণা কৰে যে প্ৰাদেশিক কাৰ্য্য চলাবৰ কাৰণে কেন্দ্ৰীয় চৰ্কাৰে প্ৰদেশ বিলাকক যেনেকৈ অৰ্থ সাহায্য কৰে সেইদৰে প্ৰদেশ বিলাকেও স্বায়ত্ব শাসন মূলক স্থানীয় প্ৰতিষ্ঠান বিলাকক অৰ্থ সাহায্য কৰিব লাগিব আৰু সৰ্ব্বসাধাৰণে যি বিলাক উপকাৰিতা অনুভৱ কৰে, যি বিলাক বিষয় সুচাৰুৰূপে পৰিচালনা কৰিব পাৰে সেই বিলাককে চলাবৰ নিমিত্তে স্থানীয় প্ৰতিষ্ঠান বিলাকক দিব লাগে। বৰলাট ৰিপনে মন্তব্য প্ৰসঙ্গত উল্লেখ কৰে যে প্ৰথমতে স্থানীয় স্বায়ত্ব শাসন প্ৰতিষ্ঠান বিলাকৰ কাৰ্য্য সুচাৰুৰূপে সম্পন্ন নহলেও ক্ৰমে ভালৈ আহিব আৰু চৰ্কাৰী বিষয়া সকলে এই প্ৰতিষ্ঠান বিলাকক নিয়মমতে সহায় কৰিলে সোনকালে এই বিষয়ত উন্নতি হব। লৰ্ড ৰিপনৰ দিনত ১৮৮৩-৮৪ চনত যি বিলাক আইন পাছ হয়, সেইবিলাকে স্থানীয় স্বায়ত্ব শাসন অনুষ্ঠান বিলাকত কৰদাতা বিলাকৰ দ্বাৰা নিৰ্ব্বাচিত প্ৰতিনিধিৰ সংখ্যা বঢ়ায়, কোনো কোনো মিউনিচিপেলিটিক নিৰ্ব্বাচিত সভাপতি লবপৰা ক্ষমতা দিয়ে, আৰু প্ৰাদেশিক চৰকাৰৰ হাতৰপৰা ভালেখিনি বিষয়ৰ আয় ব্যয় স্থানীয় স্বায়ত্ব শাসন প্ৰতিষ্ঠান বিলাকক দিয়ে।

১৯১৫ চনৈকে লৰ্ড ৰিপনৰ ব্যৱস্থাই চলি আছিল। লৰ্ড হাৰ্ডিঞ্জৰ দিনত থিৰ হয় যে মিউনিচিপেলিটিৰ সৰহভাগ সভ্য নিৰ্ব্বাচিত হব, সংখ্যা লঘিষ্ঠ সম্প্ৰদায়ৰ প্ৰতিনিধি আৰু অভিজ্ঞ লোক লবৰ নিমিত্তে জনচেৰেক সভ্য চৰ্কাৰে মনোনীত কৰিব; সাধাৰণতে নিৰ্ব্বাচিত বেচৰ্কাৰী সভ্যই সভাপতি হব। ১৯১৭ চনৰ ভাৰত মন্ত্ৰীৰ ঘোষণাৰ পৰা স্বায়ত্ব শাসনৰ উন্নতি ক্ৰমে বেছি হৈ আহিছে।

লৰ্ড হাৰ্ডিঞ্জ

বৰ্ত্তমান ক্ৰমে মিউনিচিপেলিটিৰ ক্ষমতা বৃদ্ধি হৈ আহিছে যদিও গোটেই ভাৰতত মিউনিচিপেলিটিৰ নিয়ম-কাৰণ একে নহয়। নতুন সংস্কাৰ প্ৰৱৰ্ত্তন হোৱাৰ পৰা কোনো কোনো প্ৰদেশে মিউনিচিপেলিটিৰ সভ্য মনোনীত কৰা প্ৰথা একেবাৰে তুলিদিছে, কিন্তু বঙ্গ দেশ, অসম আদিত এতিয়াও নিৰ্ব্বাচিত প্ৰতিনিধি সকলৰ উপৰিও জনচেৰেক প্ৰতিনিধি চৰ্কাৰে মনোনীত কৰে। এই মনোনীত কৰা সভ্যৰ সংখ্যা সকলোতে একে নহয়। মিউনিচিপেলিটিৰ কাৰ্য্য সন্তোষজনক নহলে চৰ্কাৰে ইয়াক চলোৱাৰ ভাৰ নিজৰ হাতলৈ লয়, আৰু বেমেজালি আদি গুচাবৰ নিমিত্তে বছৰচেৰেক চলাই পুনৰ ৰাইজৰ হাতলৈ এৰি দিয়ে।

সাধাৰণতে য'তে জিলা মহকুমা আদিৰ কেন্দ্ৰস্থান থাকে, য'ত আদালত, অফিচ, সেনা নিবাস, ডাঙৰ ডাঙৰ হাট বজাৰ আদি থাকে, যত মানুহৰ বসতি বৰ ঘন আৰু মানুহবোৰৰ বসতি একে ঠাইত থূপ খোৱা তেনে ঠাইতে মিউনিচিপেলিটি প্ৰতিষ্ঠা কৰিব পাৰে। অসমৰ প্ৰত্যেক জিলা আৰু মহকুমাৰ কেন্দ্ৰস্থল বিলাকত মিউনিচিপেলিটি আছে। অসমত মিউনিচিপেলিটিৰ ভিতৰত বাস কৰা লোকৰ সংখ্যা আটাই কিথন ডাঙৰ প্ৰদেশতকৈ কম, মাত্ৰ শতকৰা ছজন। বোম্বাইত আটাইতকৈ বেছি, শতকৰা কুৰি জন। ১৯৩৫—৩৬ চনত গোটেই বৃটিছ ভাৰতত ৭৮১টা মিউনিচিপেলিটি আছিল তাৰ ভিতৰৰ

মিউনিচিপেলিটিৰ প্ৰতিষ্ঠা

অসমতে ২৩টা, বঙ্গদেশত ১১৯ আৰু বোম্বাইত আটাইতকৈ বেছি ১৫৫টা।

যি ঠাইত মিউনিচিপেলিটি প্ৰতিষ্ঠিত হয় সেই ঠাইখন লোকসংখ্যা আৰু অন্যান্য সুবিধা অসুবিধা কেবাটাও ভাগত ভগোৱা হয়, এনে একোটা ভাগক 'ৱাৰ্ড' বোলে। এই "ৱাৰ্ড' বিলাকৰ কৰদাতা সকলে লোকসংখ্যা অনুপাতে নিৰ্দ্দিষ্ট সংখ্যক সভ্য বা কমিচনাৰ বাছি দিয়ে। সাধাৰণতে তিনি বছৰৰ মূৰে মূৰে নতুন নিৰ্ব্বাচন হয়। নিৰ্ব্বাচিত হোৱা সভ্যসকলৰ লগতে চৰকাৰে কেইজনমান সভ্য মনোনীত কৈ দিয়ে। এই সকলো সভ্য গোটখাই সভাপতি আৰু সহকাৰী সভাপতি নিৰ্ব্বাচন কৰে। নিজ এলাকাৰ ভিতৰৰ শিক্ষা, স্বাস্থ্য, বাট-পদূলি, বেপাৰ-বাণিজ্য, যান-বাহন নিয়ন্ত্ৰন, পানীৰ যোগান ধৰা, এলাকাৰ অধীন ঠাইবোৰ চাফ-চিকনকৈ ৰখা, আদি সেই মিউনিচিপেলিটিৰ প্ৰধান কৰ্ত্তব্য।

মিউনিচিপেলিটিৰ কাম আৰু গঠন আদি

মিউনিচিপেলিটিৰ আয় অনেক ৰকমে হয়। সম্পত্তিৰ ওপৰত টেক্স, ব্যক্তিগত দোকান বজাৰৰ ওপৰত কৰ, নাও, আৰু অন্যান্য যানবাহনৰ ওপৰত টেক্স, জীৱ জন্তু আমদানী ৰপ্তানীৰ ওপৰত টেক্স, ঘৰ-বাৰী-মাটি, বাণিজ্য, ব্যৱসায়, আমোদ প্ৰমোদ, পানী, চাকি, চাফ্ চিকন আদি কৰা কাৰ্য্যৰ বাবে টেক্স আদিয়েই প্ৰধান আয়ৰ বাট। মিউনিচিপেলিটিৰ ওপৰত যি বিলাক বিষয়ৰ ভাৰ থাকে সেই বিলাক চলোৱাৰ যাবতীয় খৰচ, কৰ্ম্মচাৰী আদিৰ দৰ্ম্মহা আদিয়েই মিউনিচিপেলিটিৰ প্ৰধান ব্যয়। ডাঙৰ মিউনিচিপেলিটি বিলাক বিশেষ আইনৰ দ্বাৰা গঠিত হলে কৰ্পৰেচন বোলে। ভাৰতৰ সৰ্ব্ব বৃহৎ নগৰ কলিকতা, বোম্বাই আৰু মাদ্ৰাজৰ মিউনিচিপেলিটিক কৰ্পৰেচন বোলে। কৰ্পৰেচনৰ সদৌ সভ্যই গোট খাই কেইজনমান সভ্য নিযুক্ত কৰে, এই সভ্য সকলৰ

আয় ব্যয়

কৰ্পৰেচন

ভিতৰৰ পৰা 'মেয়ৰ' নিৰ্ব্বাচিত হয়। এনে সভাক 'এল্ডাৰমেন' বোলে। কৰ্পৰেচনৰ সভাপতি জনক 'মেয়ৰ' আৰু সহকাৰী সভাপতি জনক 'ডেপুটিমেয়ৰ' বোলে। এনে প্ৰতিষ্ঠানৰ প্ৰধান বিষয়া জনক 'চিফ্ এক্সিকিউটিভ অফিচাৰ' বোলে। কৰ্পৰেচন বিলাকৰ সভ্য সংখ্যাও একোখন প্ৰদেশৰ ব্যৱস্থাপক সভাৰ সভ্য সংখ্যা'ৰ সমান। আয়, ব্যয়, কৰ্ত্তব্য আদি মিউনিচিপেলিটিৰ দৰেই, কিন্তু সৰ্ব্ব বৃহৎ নগৰত প্ৰতিষ্ঠিত হোৱাৰ নিমিত্তে ইয়াৰ সকলোটিয়েই বেছি। কলিকতা কৰ্পৰেচনৰ আয় ব্যয় গোটেই অসম প্ৰদেশৰ আয় ব্যয়ত কৈ বেচি হলেও কম নহয়। কলিকতা কৰ্পৰেচনত এল্ডাৰমেন ৫ জনৰ সৈতে মুঠ সভ্য সংখ্যা ৯৬ জন; ইয়াৰ ভিতৰৰ ১০ জন চৰ্কাৰ মনোনীত। ইয়াত সম্প্ৰদায়িক নিৰ্ব্বাচনৰ ব্যৱস্থা নাই কিন্তু সংখ্যা লঘিষ্ঠ, বিশেষকৈ মুছলমান, সম্প্ৰদায়ৰ নিমিত্তে অছুতীয়া আসনৰ ব্যৱস্থা আছে। কৰ্পৰেচনত যেয়ে ১১ টকাৰ টেক্স দিয়ে তেনে লোকৰ বয়স ২১ বছৰৰ ওপৰ হলে সভ্য নিৰ্ব্বাচনত ভোট দিব পাৰে। মিউনিচিপেলিটিৰ দৰে কৰ্পৰেচনতো তিনি বছৰৰ মূৰে সভ্য নিৰ্ব্বাচন হয়। কলিকতা কৰ্পৰেচনৰ 'প্ৰধান কৰ্ম্ম কৰ্ত্তা' এতিয়া'ও চৰ্কাৰী হৈয়ে আছে এখন প্ৰদেশত থকা দৰে, কৰ্পৰেচনতো প্ৰতি বিভাগৰ একোজন প্ৰধান বিষয়া থাকে। প্ৰধান কৰ্ম্ম কৰ্ত্তাকে আদি কৰি প্ৰধান বিষয়াৰ নিয়োগ বৰ্থাষ্ট আদিত চৰ্কাৰৰ সন্মতিৰ আৱশ্যক।

ঘৰ ঘন বসতিৰ নগৰ বিলাকৰ স্বাস্থ্য ৰক্ষা কৰিবৰ নিমিত্তে, অস্বাস্থ্যকৰ ঠাই বিলাক গুচাই বতাহ পোহৰ আদিৰ চলাচল যাতে ভালকৈ হয় তাৰ চেষ্টা কৰিবৰ নিমিত্তে, ঘৰ বাৰী আলি পদূলি ফুলনি আদি নিয়ম মতে বহুৱাই নগৰৰ সৌন্দৰ্য্য বৃদ্ধি কৰি স্বাস্থ্যপূৰ্ণ কৰিবৰ নিমিত্তে 'ইম্প্ৰুভমেণ্টট্ৰাষ্ট' বা উন্নতি বিধায়ক সমিতি প্ৰতিষ্ঠিত হৈছে। কলিকতা, বোম্বাই, মাদ্ৰাজ,

ইম্প্ৰুভমেণ্ট ট্ৰাষ্ট

লক্ষ্ণৌ, এলাহাবাদ আদি ডাঙৰ ডাঙৰ নগৰত এনে প্ৰতিষ্ঠান স্থাপিত হৈছে। ১৮৯৬ চনত প্লেগ আদি মহামাৰিৰ কাৰণ নিৰ্দ্দেশ কৰিবলৈ যি স্বাস্থ্য বিষয়ক তদন্ত কমিটি বহে তাৰ পাচৰ পৰাই কলিকতাতে এনে বিধৰ প্ৰতিষ্ঠান আৰম্ভ হৈছে। এই প্ৰতিষ্ঠানত এজন দৰ্মহা খোৱা সভাপতি থাকে আৰু জন চেৰেক সভ্য থাকে এই সভ্য সকলৰ সাধাৰণতে সৰহ ভাগ কৰ্পৰেচন বা মিউনিচিপেলিটিয়ে নিজৰ ভিতৰৰ পৰা নিৰ্ব্বাচিত কৰে আৰু বাকী জনচেৰেক চৰ্কাৰে মনোনীত কৰে। গৱৰ্ণমেণ্টে আইনৰ দ্বাৰা ইমপ্ৰুভমেণ্ট ট্ৰাষ্টৰ আৱশ্যক অনুসৰি মাটি অধিকাৰ কৰা নিয়ম কাৰণ নিৰ্দ্দিষ্ট কৰি থৈছে আৰু সেই আইনতে এনে প্ৰতিষ্ঠানে খৰচ কৰিবৰ নিমিত্তে কি কি বিষয়ৰ চৰ্কাৰী আয় পাব পাৰে তাকো থিৰ কৰি দিছে। নিজ নিজ মিউনিচিপেলিটি বা কৰ্পৰেছনেও এই বিষয়ত অনেক টকা দিয়ে। পুৰণি নগৰ বিলাক চাফ্ চিকন কৰিবলৈ আৰু নতুন স্বাস্থ্যপূৰ্ণ নগৰ নিৰ্ম্মাণ কৰবলৈ এই বিধৰ প্ৰতিষ্ঠানৰ অতি আৱশ্যক হৈ পৰিছে। কলিকতাৰ ট্ৰাষ্ট বৰ্ডৰ সভ্য সংখ্যা ১০ জন, তাৰে ৪ জনক চৰ্কাৰে নিযুক্ত কৰে আৰু বাকী ৬ জন কৰ্পৰেচনৰ। এই প্ৰতিষ্ঠানে অন্যান্য আয়ৰ উপৰিও কলিকতা কৰ্পৰেচনৰ পৰা বছৰে কুৰি লাখ টকা পায়।

ইমপ্ৰুভমেণ্ট ট্ৰাষ্টৰ নিচিনাকৈয়ে কলিকতা, বোম্বাই, মাদ্ৰাজ, চট্টগ্ৰাম, কৰাচি আদি বন্দৰবিলাকৰ সুপৰিচালনাৰ নিমিত্তে চৰ্কাৰী আৰু বেচৰ্কাৰী নিৰ্ব্বাচিত আৰু মনোনীত সভ্যৰ দ্বাৰা গঠিত একোটা প্ৰতিষ্ঠান আছে। এই প্ৰতিষ্ঠান বিলাকক ইংৰাজীত পৰ্টট্ৰাষ্ট বোলে—

পৰ্টট্ৰাষ্ট

ইয়াতো এজন দৰ্মহা খোৱা সভাপতি আৰু এজন সহকাৰী সভাপতি থাকে। পৰ্টট্ৰাষ্ট বিলাক কেন্দ্ৰীয় চৰ্কাৰৰ অধীন।

**জিলা বৰ্ড আৰু আন বৰ্ড বিলাক**—মিউনিচিপেলিটিৰ এলেকাৰ বাহিৰত থকা ঠাইৰ উন্নতিৰ নিমিত্তে জিলা বৰ্ড স্থাপিত হৈছে।

আমাৰ অসম দেশত এনে বিধৰ, বৰ্ড প্ৰত্যেক মহকুমাই মহকুমাই আছে।

জিলাবৰ্ড

আমাৰ দেশত সেইবিলাকক মহকুমা বড বা জিলাবৰ্ড নোবোলে, সাধাৰণতে সেইবিলাকক লোকেলবৰ্ড বুলিয়েই জনা যায়। লৰ্ড ৰিপনৰ আদেশ মতেই সকলোতে এনে বৰ্ড স্থাপিত হয়। বহুত দিনলৈকে আধাতকৈও কম সভ্যহে এই বৰ্ডবিলাকৰ কাৰণে নিৰ্ব্বাচিত হয় বাকীবিলাক চৰ্কাৰে মনোনীত কৰে। মনোনীতৰ ভিতৰতো চৰ্কাৰী বেচৰ্কাৰী দুয়ো বিধৰ সভ্য থাকে। ভাৰতবৰ্ষৰ প্ৰদেশ প্ৰদেশে এই বৰ্ড বিলাকৰ গঠন প্ৰণালী পৃথক, আমাৰ অসম দেশত মহকুমাৰ অন্তৰ্গত দুটা মৌজাৰপৰা সাধাৰণতে একোজন সভ্য নিৰ্ব্বাচন কৰা হয়। বিভিন্ন স্বাৰ্থ হিচাপেও ইয়ালৈ সভ্য নিৰ্ব্বাচিত হয়। আজি কালি নিৰ্ব্বাচিত সভাৰ তুলনাত অনেক কম সংখ্যাৰ চৰ্কাৰী আৰু বে চৰ্কাৰী সভ্য চৰ্কাৰে মনোনীত কৰে। এই সকলো সভ্য গোট খাই সভাপতি আৰু সহকাৰী সভাপতি নিৰ্ব্বাচন কৰি লয়। আজিকালি মনোনীত কৰা সভ্য কিজনক স্বায়ত্ব শাসন বিভাগৰ মন্ত্ৰীয়ে মনোনীত কৰে। মহকুমাৰ কেন্দ্ৰত লোকেল বোৰ্ডৰ অফিচ আদি থাকে তাতে বৰ্ডৰ সভা বিলাকো বহে। গাঁৱলীয়া শিক্ষা, আলিবাট, পানী যোগোৱা ব্যৱস্থা স্বাস্থ্য আদি বিলাকেই লোকেলবৰ্ডৰ বিষয়। নিজ মাটিৰ খাজনাৰ টকাত একঅনা হিচাপে লোৱা স্থানীয় কৰ, নানাৰকমৰ টেক্স, ঘাট, পাউণ্ড, হাট বজাৰ আদিৰ আয় আৰু চৰ্কাৰৰ সহায় আদিয়েই লোকেল বৰ্ডৰ খৰচ যোগায়। জিলা বা মহকুমাৰ প্ৰধান শাসন সম্পৰ্কীয় বিষয়াই বৰ্ডৰ কামত চকু ৰাখে, বৰ্ডৰ কামত বেমেজালি ঘটিলে চৰ্কাৰে মিউনিচিপেলিটিৰ দৰে বৰ্ড ভাঙি দি নিজৰ বিষয়াৰ দ্বাৰা বৰ্ডৰ কাম চলাব পাৰে। বেমেজালি আদি গুছিলে আকৌ সভা পাতি কাৰ্য্য চলাবলৈ দিয়ে। লোকেল বৰ্ড বিলাকৰ কাৰ্য্য কাল কোনো প্ৰদেশত পাচ বছৰ আৰু কোনো কোনো প্ৰদেশত তিনি বছৰ।

উন্নত গাঁৱলীয়া ঠাইত যত কাৰবাৰ আদিৰ কাৰণে মানুহৰ বসতি ঘণ হৈছে তেনে ঠাইত ইউনিয়ন স্থাপিত হৈছে। ইউনিয়ন মিউনিচিপেলিটিৰেই সৰু বিধৰ সংস্কৰণ; গাঁৱলীয়া পঞ্চায়ৎ আগৰ পৰাই ভাৰতৰ অনেক ঠাইত আছিল, মাজতে বন্ধ হৈছিল যদিও এতিয়া এনে পঞ্চায়ৎ ঠায়ে ঠায়ে স্থাপন কৰা হৈছে। এই পঞ্চায়ৎ সাধাৰণ ভাৱে নির্ব্বাচন কৰা লোকৰ দ্বাৰা গঠিত। ইয়াৰো সভাপতি সম্পাদক থাকে। পঞ্চায়ৎ বিলাকে সাধাৰণ মকর্দ্দমা নিস্পত্তি কৰে আৰু জৰিমনা আদিৰ পৰা পোৱা টকাৰে বা চৰ্কাৰৰ খুজি অনা টকাৰে গাঁৱৰ উন্নতিমূলক কাম কৰে। পঞ্চায়তকেই গাঁৱলীয়া ইউনিয়নো বোলা হয়। প্ৰদেশে প্ৰদেশে এই বিধৰ প্ৰতিষ্ঠান বিলাকৰ গঠন প্ৰণালী ক্ষমতা কৰ্ত্তব্য আদি বেলেগ বেলেগ। আমাৰ অসম দেশত সাধাৰণতে একোটা মৌজাত এনে বিধৰ প্ৰতিষ্ঠান একোটাকৈ হবলৈ আৰম্ভ কৰিছে। এতিয়াও সকলো ঠাইতে পঞ্চায়ৎ বা গাৱঁলীয়া ইউনিয়ন প্ৰতিষ্ঠা হোৱা নাই।

গাঁৱলীয়া পঞ্চায়ৎ, ইউনিয়ন আদি।

---

অন্ত

# ওপৰঞ্চি

## (ক) সাধাৰণ শাসনৰ বাহিৰত থকা অঞ্চল।

অসম—উত্তৰ পূব সীমান্ত জিলা, নগা পাহাৰ, লুচাই পাহাৰ, উত্তৰ কাছাৰ।

বঙ্গদেশ—চট্টগ্ৰামৰ পৰ্ব্বতীয়া অঞ্চল।

মাদ্ৰাজ—লক্ষাদ্বীপ আদি দ্বীপপুঞ্জ।

পঞ্জাব—কাঙ্গৰা জিলাৰ স্পিটি আৰু লাহুল।

উত্তৰ পশ্চিম সীমান্ত প্ৰদেশৰ—হাজ্ৰা জিলাৰ টানৱালৰ এছোৱা।

## আংশিক ভাবে বাহিৰত থকা অঞ্চল।

অসম—গাৰোপাহাৰ, মিকিৰ পাহাৰ, খাচিয়া আৰু জয়ন্তীয়া পাহাৰৰ বৃটিছ ৰাজ্য ( ছিলং নগৰ আৰু সৈন্যৰ আড্ডা বাদে )।

বঙ্গদেশ—দাৰ্জ্জিলিং জিলা; ময়মনসিংহৰ নেত্ৰকোনগঞ্জ, শ্ৰীবৰদী, নলিতবাৰী, হালুৱা ঘাট, কলমা আৰু কান্দা।

যুক্তপ্ৰদেশ—দেৰাডুনৰ যৌন বাহৰ পৰগণা, কাইমুল অঞ্চলৰ দক্ষিণ ফালে থকা মিৰ্জ্জাপুৰ জিলাৰ অংশ।

বিহাৰ—ছোটনাগপুৰ বিভাগ, চাওঁতাল পৰগণা জিলা।

মাদ্ৰাজ—পূব গোদাবৰী এজেন্সি, মাদ্ৰাজৰ অন্তৰ্গত থকা ভিজিজা পট্টম এজেন্সি।

বোম্বাই—পশ্চিম খান্দেছ জিলাৰ চাহাদা, নন্দুৰবৰ, তালোদা-তালুক, নাভাপুৰ, আক্ৰানী মহল আৰু মেৱাছি নায়ক সকলৰ অধীনৰ কাথিৰ পাৰবি, নৱৰ পাৰ্বি, চিঙ্গাপুৰ পাৰ্বি, গৌচালি—ৱাকউই, চিক্‌খলিৰ ৱাল্‌বা, নাভালপুৰ পাৰ্বি, পূব খান্দেছ জিলাৰ সাতপুৰা পাহাৰৰ ৰক্ষিত

বন। নাচিক জিলাৰ কলাবান্ তালুক আৰু পেইণ্টপেথা অঞ্চল। দাচামু, চাহপুৰ তালুক, মোকহাদা আৰু থানা জিলাৰ উমৰাও গাওঁ পেথা। দোহাদ তালুকৰ ঝালোদ মহল আৰু পাঞ্চমহল জিলা।

উড়িষ্যা—আঙুল জিলা, সম্বলপুৰ জিলা উড়িষ্যাত সুমাই লোৱা মধ্য-প্রদেশৰ অঞ্চল বিলাক গঞ্জাম এজেন্সিৰ ঠাইবিলাক। মাদ্ৰাজ প্ৰদেশৰ পৰা ভিজিগা পট্টম এজেন্সিৰ ভিতৰৰ যিবিলাক ঠাই উড়িষ্যাৰ অন্তৰ্ভুক্ত কৰা হৈছে।

মধ্যপ্ৰদেশ আৰু বেৰাৰ—চন্দজিলাৰ চিৰোঞ্চা তহচিলৰ আহিৰি জমিদাৰী, ধানোৰা, দাদমালা, গিৰ্বাধা, ঝাৰাপাপৰা, খুদগাঁও, পলাশগড়, মুৰামগাঁও, কোতগাল, বঙ্গী, চিৰচুন্ধী, চোনচাৰী, চান্দালা, গিলগাঁও, পাইমুৰান্দা, গৰচিৰোলী তহচিলৰ ভিতৰৰ পোটিগাঁও জমিদাৰী বিলাক।

হাৰাই, গোৰপানী, গোৰকঘাট, বাট্‌কাপৰ, বাজড়াগড়, প্ৰতাপগড়, আলমন আৰু চিন্দাবাৰা জিলাৰ সোনাপুৰ জাগিৰ বিলাক আৰু সেই জিলাৰে পাঁচমাৰহি জাগিৰৰ অংশ। মান্দালা জিলা বিলাসপুৰ জিলাৰ অন্তৰ্গত পেন্দ্ৰা, কেন্দ্ৰা, মতিন্, লাপহা, আপৰোৰা, ছুৰী আৰু কোৰ্‌বা জমিদাৰী বিলাক, দ্ৰুগ্‌ জিলাৰ ঔন্ধি, কোৰছা, পানাবৰাম, খাম্‌বাগড় চৌকী জমিদাৰী বিলাক। বালঘাট জিলাৰ বৈহাৰ তহচিল, আম্ ৰৌতি জিলাৰ মেলঘাট তালুক। বেতুল জিলাৰ ভৈনচদেহী তহ্‌চিল।



**(খ) ১৯৩৫ চনৰ শাসন সংস্কাৰ আইন অনুসৰি ভাৰতৰ ব্যৱস্থা পৰিষদ বিলাকৰ গঠন, বিভিন্ন স্বাৰ্থ আৰু সম্প্ৰদায় আদাদিৰ সভ্য সংখ্যা।** বাবেপতি স্বাৰ্থ আৰু সম্প্ৰদায় বুজোৱা নাম বিলাক লিখাতকৈ তলৰ তালিকা বিলাকত একোটি বৰ্ণৰ দ্বাৰা সেই বিলাক বুজোৱা হৈছে। বৰ্ণ বিলাকৰ অৰ্থ :—ক—

সাধাৰণ সমষ্টি ( তাৰ ভিতৰৰে অনুন্নত সভ্যৰ সংখ্যা বন্ধনিৰ ভিতৰত দিয়া হৈছে )। খ—পাচপৰা জাতিৰ সভ্য; গ—মুছলমান সভ্য; ঘ—শিখ; ঙ—এংলো ইণ্ডিয়ান; চ—ইউৰোপীয়েন; ছ—ভাৰতীয় খৃষ্টান; জ—ব্যৱসায় বাণিজ্য আদি; ঝ—জমিদাৰ; ঞ—বিশ্ববিদ্যালয়; ট—বনুৱা; ঠ—মহিলা।

## প্ৰাদেশিক নিম্ন পৰিষদ বা এচেম্ব্লিৰ সভ্য সংখ্যা।

অসম—মুঠ সভ্যসংখ্যা ১০৮। ক—৩৭ (৭); খ—৯; গ—৩৪; চ—১; ছ—১; জ—১১; ট—৪; ঠ—১।

বঙ্গদেশ— „ ২৫০। ক—৭৮ (৩০); গ—১১৭; ঙ—৩; চ—১১; ছ—২; জ—১৯; ঝ—৫; ঞ—২ ট—৮; ঠ—৫।

মাদ্ৰাজ— „ ২১৫। ক—১৪৬ (৩০); খ—১; গ—২৮; ঙ—২; চ—৩; ছ—৮; জ—৬; ঝ—৬; —ঞ—১; ট—৬; ঠ—৮।

বোম্বাই— „ ১৭৫। ক—১১৪ (১৫); খ—১; গ—২৯; ঙ—২; চ—৩; ছ—৩; জ—৭; ঝ—২; ঞ—১; ট—৭, ঠ—৬।

যুক্তপ্ৰদেশ— „ ২২৮। ক—১৪০ (২০); গ—৬৪; ঙ—১; চ—২; ছ—২; জ—৩; ঝ—৬; ঞ—১; ট—৩; ঠ—৬।

বিহাৰ— „ ১৫২। ক—৮৬ (১৫); খ—৭; গ—৩৯; ঙ—১; চ—২; ছ—১; জ—৪; ঝ—৪; ঞ—১; ট—৩; ঠ—৪।

পঞ্জাব— „ ১৭৫। ক—৪২ (৮); গ—৮৪; ঘ—৩১; ঙ—১; চ—১; ছ—২; জ—১; ঝ—৫; ঞ—১; ট—৩; ঠ—৪।

মধ্যপ্ৰদেশ, বেৰাৰ „ ১১২। ক—৮৪ (২০); খ—১; গ—১৪; ঙ—১; চ—১; জ—২; ঝ—১; ঞ—১; ট—২; ঠ—৩।

উড়িষ্যা— „ ৬০। ক—৪৪ (৬); খ—৫; গ—৪; ছ—১; জ—১; ঝ—২; ট—১; ঠ—২।

সিন্ধু— „ ৬০। ক—১৮; গ—৩৩; চ—২; জ—২; ঝ—২; ট—১; ঠ ২।

সীমান্তপ্ৰদেশ— „ ৫০। ক—৯; গ—৩৬; ঘ—৩; ঝ—২।

## প্ৰাদেশিক উচ্চপৰিষদ বা কাউন্সিলৰ সভ্য।

অসম—মুঠ সভ্য সংখ্যা ২১ বা ২২। ক—১০; গ—৬; চ—২; গৱৰ্ণৰৰ মনোনীত ৩ জনৰ কম বা ৪ জনৰ বেছি নহয়।

বোম্বাই— „ ২৯ বা ৩০। ক—২০; গ—৫; চ—১; মনোনীত কম ৩ বেছি ৪।

মাদ্ৰাজ— „ ৫৪ বা ৫৬। ক—৩৫; গ—৭; চ—১; ছ—৩; মনোনীত কম ৮—বেছি ১০।

যুক্তপ্ৰদেশ— „ ৫৮ বা ৬০। ক—৩৪; গ—১৭; চ—১; মনোনীত কম ৬ বেছি ৮।

বঙ্গদেশ— „ ৬৩ বা ৬৫। ক—১০; গ—১৭; চ—৩; মনোনীত কম ৬ বেছি ৮; এচেমব্লিয়ে নিৰ্ব্বাচিত কৰি দিয়ে ২৭ জন।

বিহাৰ „ ২৯ বা ৩০। ক—৯; গ—৪; চ—১; মনোনীত কম ৩ বেছি ৪; এচেমব্লিয়ে নিৰ্ব্বাচিত কৰিদিয়ে ১২।

## ফেডাৰেল এচেমব্লি বা যুক্তৰাষ্ট্ৰীয় নিম্নপৰিষদৰ বৃটিছ ভাৰতৰ সভ্য সংখ্যা।

অসমৰ—মুঠ ১০ জন যাব। ক—৪ (১); গ—৩; চ—১; ছ—১; ট—১।

বঙ্গৰ— ৩৭ „। ক—১০ (৩); গ—১৭; ঙ—১; চ—১; ছ—১; জ—৩; ঝ—১; ট—২; ঠ—১।

মাদ্ৰাজৰ— ৩৭ „। ক—১৯ (৪); গ—৮; ঙ—১; চ—১; ছ—২; জ—২; ঝ—১; ট—১; ঠ—২।

যুক্তপ্ৰদেশ— ৩১ মুঠ যাব। ক—১৯ (৩) ; গ—১২ ; ঙ—১ ; চ—১ ; ছ—১ ; ঝ—১ ; ট—১ ; ঠ—১।

বোম্বাইৰ— ৩০ „ । ক—১৩ (২) ; গ—৬ ; ঙ—১ ; চ—১ ; ছ—১ ; জ—৩ ; ঝ—১ ; ট—২, ঠ—২।

বিহাৰৰ— ৩০ „ । ক—১৬ (২) গ—৯ ; চ—১ ; ছ—১ ; ঝ—১ ; ট—১ ; ঠ—১।

পঞ্জাবৰ— ৩০ „ । ক—৬ (১) ; গ—১৪ ; ঘ—৬ ; চ—১ ; ছ—১ ; ঝ—১ ; ঠ—১।

মধ্যপ্ৰদেশ বেৰাৰৰ—১৫ । ক—৯ (২) ; গ—৩ ; ঝ—১ ; ট—১ ; ঠ—১।

সমাস্তপ্ৰদেশৰ— ৫ „ । ক—১ ; গ—৪।

সিন্ধুৰ— ৫ „ । ক—১ ; গ—৩ ; চ—১।

উড়িষ্যাৰ— ৫ „ । ক—৪ ; গ—১।

দিল্লীৰ— ২ „ । ক—১ ; গ—১।

আজমিৰ মাৰোৱাৰৰ—১ „ । ক—১।

কুৰ্গৰ— ১ „ । ক—১।

বৃটবেলুচিস্থান— ১ „ । গ—১।

শিল্প বাণিজ্যৰ— ৩ গোটেই বৃটিছ ভাৰতৰ প্ৰতিনিধি হিচাপে যাব।

বনুৱাৰ— ১ „ „ „ „ „ „

এইদৰে সমগ্ৰ বৃটিছ ভাৰতৰ প্ৰতিনিধি হব ২৫০ জন। তাৰ ভিতৰত ১০৫ ( ১৯ অনুন্নত ) সাধাৰণ ; ৮২ মুছলমান ; ৬ শিখ ; ৪ এংলো ইণ্ডিয়ান ; ৮ ইউৰোপীয় ; ৮ ভাৰতীয় খৃষ্টান ; শিল্প বাণিজ্য ব্যৱসায় আদিৰ ১১ ; জমিদাৰ ৭ ; বনুৱা ১০ ; মহিলা ৯।

( ইয়াৰ লগত যুক্তৰাষ্ট্ৰত যোগ দিয়া ৰাজ্যবিলাকৰ প্ৰতিনিধি ১২৫ জনলৈকে থাকিব পাৰিব। এইদৰে ২৫০+১২৫ মুঠ ৩৭৫ জনলৈকে কেন্দ্ৰীয় নিম্ন সভাৰ সভ্য থাকিব পাৰে। )

## কেন্দ্ৰীয় উচ্চ পৰিষদৰ সভ্য সংখ্যা

অসম মুঠ ৫। ক—৩; গ—২। বঙ্গদেশ মুঠ ২০। ৪—৯ (১);
গ—১০; ঠ—১।

উড়িষ্যা „ ৫। ক—৪; গ—১। বিহাৰ „ ১৬। ক—১১ (১);
গ—৪; ঠ—১।

মধ্যপ্ৰদেশ বেৰাৰ মুঠ ৮। ক—৭ (১); গ—১। মাদ্ৰাজ „ ২০।
ক—১৫ (১); গ—৪; ঠ—১।

সিন্ধু মুঠ ৫। ক—২; গ—৩। বোম্বাই „ ৬। ক—১১ (১);
গ—৪; ঠ—১।

সীমান্ত প্ৰদেশ ৫। ক—১; গ—৪। ৪। যুক্তপ্ৰদেশ „
২০। ক—১২ (১); গ—৭; ঠ—১।

কুৰ্গ মুঠ ১। ক—১। দিল্লী মুঠ ১। ক—১। পঞ্জাব „ ১৬। ক—৩;
গ—৮; থ—৪; ঠ—১।

আজমিৰ মাৰোৱাৰ মুঠ ১। ক—১। বৃঃ বেলুচিস্থান মুঠ ১। গ—১।
সমগ্ৰ বৃঃ ভাৰতৰ এংলো ইণ্ডিয়ান—১। ইউৰোপীয়—৭। ভাৰতীয় খৃষ্টান—২।

গোটেই বৃটিছ ভাৰতৰ মুঠ সভ্য সংখ্যা ১৫৬ তাৰে ৮১ (৬) সাধাৰণ; মুছলমান ৪৯; শিখ ৪; মহিলা ৬; ইউৰোপীয় ৭; এংলো ইণ্ডিয়ান ১; ভাৰতীয় খৃষ্টান ২। বৃটিছ ভাৰতৰ পৰা আৰু ৬ জন গৱৰ্ণৰ জেনেৰেলে মনোনীত কৰিব।

( যুক্তৰাষ্ট্ৰত প্ৰৱেশ কৰা দেশীয় ৰাজ্যই ১০৪ জনলৈকে পঠাব পাৰিব। এইদৰে কেন্দ্ৰীয় উচ্চ পৰিষদ বা কাউন্সিল অৱ ষ্টেটৰ সভ্য সংখ্যা ১৫৬+১০৪ মুঠ ২৬০ লৈকে হব পাৰে। )

## (গ) যুক্তৰাষ্ট্ৰীয় ৰেলৱে অথাৰিটি

যুক্ত ৰাষ্ট্ৰীয় বা ফেডাৰেল ৰেলৱে অথাৰিটি নামৰ এটা সমিতিৰ ওপৰত নতুন শাসন তন্ত্ৰই ৰেলৰ কৰ্তৃত্ব দিছে। এই কমিটিৰ সভ্য সাত জন।

কমিটিৰ পৰামৰ্শ আৰু নিজৰ ব্যক্তিগত সিদ্ধান্ত মতে বৰলাটে এজন 'চিফ ৰেলৱে কমিছনাৰ' বা 'ৰেলৰ প্ৰধান কাৰ্যকৰ্ত্তা' নিয়োগ কৰিব। বৰলাটে কমিটিত তেওঁৰ মত ব্যক্ত কৰিবলৈ এজন প্ৰতিনিধি পঠাব পাৰে। প্ৰতিনিধিয়ে পৰামৰ্শ দিব পাৰে কিন্তু ভোট দিব নোৱাৰে। ৰেলৰ পৰিচালনাৰ নীতি ফেডাৰেল গৱৰ্ণমেণ্টে থিৰ কৰিব পাৰে কিন্তু ৰেলৱে অথৰিটি আৰু ফেডাৰেল গৱৰ্ণমেণ্টৰ মত নিমিলিলে বৰলাটৰ মতেই কাৰ্য্য হব। এজন সভাপতি আৰু দুজন সভ্যৰে সৈতে 'ৰেলৱে ট্ৰিবিউনেল' বা ৰেলৱে 'বিচাৰালয় প্ৰতিষ্ঠিত হব। এই সভ্য সকলক গৱৰ্ণৰ জেনেৰেলে মনোনীত কৰিব আৰু চিফ জষ্টিচ অৱ ইণ্ডিয়া অৰ্থাৎ যুক্তৰাষ্ট্ৰীয় আদালতৰ প্ৰধান বিচাৰ পতিৰ সৈতে পৰামৰ্শ কৰি গৱৰ্ণৰ জেনেৰেলে যুক্তৰাষ্ট্ৰ আদালতৰ এজন বিচাৰকক এই ট্ৰিবিউনেলৰ সভাপতি পাতিব।

## (ঘ) ভাৰতীয় সৈন্য বাহিনী

বৰ্ত্তমান ভাৰতৰ সৈন্য বাহিনীক তিনি ভাগত ভগাব পাৰি:— (১) স্থল সৈন্য বাহিনী (২) নৌ সৈন্য বাহিনী (৩) বিমান বাহিনী।

স্থল বাহিনী আকৌ ৬ ভাগে বিভক্ত:—(ক) গ্ৰেটব্ৰিটেনৰ সেনা বাহিনীৰ ভিতৰৰ সৈন্য (ইউনিটচ্ অৱ ডি বৃটিছ আৰ্মি)। (খ) ভাৰতীয় সৈন্য বাহিনী। (গ) ইংৰাজ সহায়কাৰী সেনা (ডি অক্জিলেৰি ফৰ্চ) (ঙ) ভাৰতীয় সহায়কাৰী সেনা (ইণ্ডিয়েন টেৰিটৰিয়েল ফচ্) (ঙ) বিভাগ সৈন্য বাহিনী (চ) ভাৰতীয় ৰজৰ-মিত্ৰ ৰজা সকলৰ সেনা বাহিনী। আৱশ্যক হলে ভাৰত চৰকাৰে দেশীয় ৰাজ্যৰ সৈন্যক কামত লগাব পাৰে।

নৌ বাহিনীত মুঠ ১৮ খন জাহাজ আছে। বিমান বাহিনীত বিমানৰ সংখ্যা ১৯৬।

সমস্ত সৈন্য বাহিনীত প্ৰায় দুই লাখ যাঠি হেজাৰ মানুহ আছে। ইয়াৰ ভিতৰত বৃটিছ সৈন্য আৰু সৈনিক বিষয়াৰ সংখ্যা প্ৰায় সাতষষ্ঠি

হেজাৰ বাকী বোৰ ভাৰতীয় সৈন্য সেনাপতি আৰু অনুচৰ। নৌ বাহিনীত এশ সাতষষ্টি জন উচ্চথাপৰ বিষয়া আৰু এহেজাৰ নাবিক আছে। বিমান বাহিনীত ৩৩ থাপৰ বিষয়া এশ ষাঠি আৰু বাকী আন ন শ ষাঠি জন মানুহ আছে। ১৯৩৬ চনত ভাৰতীয় সেনাধ্যক্ষৰ সংখ্যা,—স্থল—২৩৩, নৌ—৯, বিমান—৯।

• ভাৰত ৰক্ষাৰ সম্পূৰ্ণ কৰ্তৃত্ব বৰলাটৰ ওপৰত। তেওঁ ভাৰত মন্ত্ৰীৰ ওচৰত এই বিষয়ে দায়ী। ভাৰতৰ সৈন্য পৰিচালনা আৰু নীতিৰ বাবে দায়ী 'প্ৰধান সেনাপতি'। ১৯৩৭—৩৮ চনত ভাৰতীয় সৈন্যৰ নিমিত্তে খৰচ দেখুৱা হৈছে ৪৫ কোটি কিন্তু গোটেই চৰ্কাৰৰ সকলো বিষয়তে ধৰি মুঠ খৰচ দেখুৱা হৈছে চাৰে তেৰাশি কোটি। এইদৰেই দেখা যায় ভাৰত ৰক্ষাৰ কাৰণেই ভাৰতৰ সৰহ টকা খৰচ কৰা হয়। • প্ৰতিজন বৃটিছ সৈন্যৰ বাবদ বছৰেকত গড়ে খৰচ হয় ১,২০৭ টকা আৰু প্ৰতিজন ভাৰতীয় সৈন্যৰ বাবদ হয় ৪৩১ টকা। বৃটিছ পাৰ্লামেণ্টে ভাৰতৰ বাহিৰতো ভাৰতীয় সৈন্যৰ সহায় লোৱাৰ নিমিত্তে আৰু সেই কাৰণে সৈন্যদল সদায় প্ৰস্তুত থাকিব লগীয়া হোৱাত নতুন শাসন আইন মতে বৃটিছ চৰ্কাৰে সৈন্যৰ আংশিক খৰচ হিচাপে ১৫ লাখ পাউণ্ড বছৰে ভাৰত চৰ্কাৰক দিবলৈ থিৰ কৰিছে। বৃটিছৰ উপনিবেশ বিলাকৰ ভিতৰত ভাৰতীয় সৈন্যবাহিনীৰ খৰচেই সকলোতকৈ বেছি। ভাৰতৰ সৈন্যবাহিনীত বৃটিছ সৈন্য আৰু সেনাধ্যক্ষৰ ঠাইত ক্ৰমে অলপ অলপকৈ ভাৰতীয় লোক নিয়োগ কৰাৰ চেষ্টা চলিছে। বৃটিছ সৈন্য-বিলাকে ভাৰতত সাত বছৰ কাম কৰিব লাগে। ভাৰতীয় সৈন্য গোটেই জীৱনেই সৈনিক।

